

কলাগুৰু বিষ্ণু প্ৰসাদ ৰাভা জন্ম শতবৰ্ষ

কেন্দ্ৰীয় অনুষ্ঠানৰ সোঁৱৰণী গ্ৰন্থ

# ইন্দ্ৰধনু



৫, ৬ আৰু ৭ আহাৰ ১৪১৫ ভাস্কাৰাব্দ

২০, ২১ আৰু ২২ জুন ২০০৮ খৃষ্টাব্দ

## গৌৰী ক্ষেত্ৰ

চামতা উচ্চতৰ মাধ্যমিক বিদ্যালয় খেলপথাৰ

চামতা ঃ নলবাৰী ঃ অসম

সম্পাদক শ্ৰীৰবীন্দ্ৰ চৌধুৰী

**INDRADHANU :** A Souvenir of Kala Guru Bishnu Prashad Rabha Birth Centenary Central Celebration at Chamata by Asom Sahitya Sabha in exertion of Chamata Anchalik Sakha Sahitya Sabha and Nalbari Zila Sahitya Sabha edited by Rabindra Choudhury.

---

**ইন্দ্ৰধনু সম্পাদনা সমিতি**

**(কলাগুৰু বিষ্ণু প্ৰসাদ ৰাভা জন্ম শতবৰ্ষ কেন্দ্ৰীয় অনুষ্ঠানৰ সম্পাদনা সমিতি)**

| | | |
|---|---|---|
| **উপদেষ্টা** | : | ৰাজেন্দ্ৰ নাথ চক্ৰবৰ্ত্তী |
| | | দীনেশ শৰ্মা |
| | | ড° প্ৰমোদ হালৈ |
| | | হেমন্ত কুমাৰ দত্ত |
| | | ডাঃ বিপিন চন্দ্ৰ কলিতা |
| | | চন্দ্ৰকান্ত ডেকা |
| **সভাপতি** | : | সুনীতি দেৱী |
| **কাৰ্য্যকৰী সভাপতি** | : | অতুল ঠাকুৰীয়া |
| **সম্পাদক** | : | ৰবীন্দ্ৰ চৌধুৰী |
| **সদস্য বৃন্দ** | : | নগেন চৌধুৰী, লক্ষ্মন চন্দ্ৰ দাস, এম্ খায়েৰউল বছিৰ, নৰেন্দ্ৰ নাথ তালুকদাৰ, উমেশ চৌধুৰী, ৰাজকুমাৰ ঠাকুৰীয়া, প্ৰতাপ বৰ্মন, সমিন্দ্ৰ নাথ মহন্ত। |

প্ৰকাশক : চন্দ্ৰ প্ৰকাশ, গুৱাহাটী

প্ৰচ্ছদপট : অবিনাশ শৰ্মা

শুভেচ্ছামূলক বৰঙণি : ১৫০০০ টকা

ডিটিপি : ইউনিভাৰ্চেল প্ৰিণ্ট টেক, পাণবজাৰ, গুৱাহাটী -১
(প্ৰোঃ শ্ৰীপ্ৰতুল কুমাৰ বৰ্মন)
ব্ৰহ্মপুত্ৰ অফ্‌চেট, নলবাৰী

মূদ্ৰন : ৰবী প্ৰিণ্টিং এণ্ড বাইণ্ডিংহাউচ, কৰ্মীনিগাঁও, গুৱাহাটী।




# অসম সাহিত্য সভা

কেন্দ্ৰীয় কাৰ্যালয় : চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট-১, ☎ ২৩২০৩৭৬

গুৱাহাটী কাৰ্যালয় : ভগৱতীপ্ৰসাদ বৰুৱা ভৱন, গুৱাহাটী-১, ☎ ২৫২১৮৩০

কনকসেন ডেকা

সভাপতি




## শুভ-কামনা

কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাই সপোন দেখিছিল এখন শোষণহীন সুন্দৰ সমাজৰ, য'ত সকলোৱে মানুহ হিচাপে জীয়াই থকাৰ আৱশ্যকীয় সা সুবিধাখিনি পায়, কিন্তু প্ৰচলতি শাসন ব্যৱস্থাত তেনে এখন সুষম সমাজ সম্ভৱ নহয় বুলি জানিযে তেওঁ বিকল্প ব্যৱস্থা হিচাপে সশস্ত্ৰ সংগ্ৰামৰ আহ্বান জনাইছিল আৰু পুঁজিবাদী ব্যৱস্থাটোৰ অৱসান ঘটাই শ্ৰমজীৱী জনগণৰ প্ৰতিনিধিত্বৰে সমাজবাদী চৰকাৰ গঠন কৰিবলৈ বিচাৰিছিল। এইদৰে সাম্যৰ জয়গান গাবলৈ লোৱা হেতুকে কংগ্ৰেছ চৰকাৰে তেওঁৰ ওপৰত অমানবীয় নিৰ্যাতন চলাইছিল আৰু সুদীৰ্ঘ কাল কাৰাগাৰত বন্দী কৰি ৰাখিছিল। তৎসত্ত্বেও বিষ্ণুপ্ৰসাদ ৰাভা আদৰ্শচ্যুত হোৱা নাছিল আৰু পুঁজিপতি জমিদাৰৰ চৰকাৰ ওফৰাবলৈ কৃষক বনুৱাৰ প্ৰতি আহ্বান জনাইছিল।

আনহাতে, ৰাভা আছিল অসমীয়া সংস্কৃতিৰ পূজাৰী। অসমৰ লোক-সংস্কৃতিৰ প্ৰতি বিশেষভাৱে আকৰ্ষিত বিষ্ণু ৰাভাই কৈছিল - 'আজি প্ৰত্যেক অসমীয়াই সংকল্প কৰা উচিত, অসমক মৰিবলৈ নিদিওঁ, অসমীয়াক জীন যাবলৈ নিদিও, অসমীয়া সংস্কৃতি লুপ্ত হ'বলৈ নিদিওঁ, অসমৰ বুকুত বৈচিত্ৰ্যৰ মাজত ঐক্যৰ ডোলেৰে গুঠি দুনাই শক্তিশালী নতুন অসমীয়া জাতি গঢ়ো, শক্তিমান ন অসম গঢ়ি সমন্বিত শক্তিৰ সুন্দৰতম ন অসমীয়া ৰচো, সোণৰ অসম গঢ়ি আশাৰ ৰংঘৰ, আকাংক্ষাৰ কাৰেং ঘৰ, কামনা-বাসনাৰ তলাতল ঘৰ সাজো।'

অসম সাহিত্য সভা আৰু চামতা শাখা সাহিত্য সভাৰ উদ্যোগত বিষ্ণু ৰাভাৰ আদৰ্শক সজীৱ কৰি ৰাখিবলৈ মহান শিল্পীগৰাকীৰ জন্মশতবাৰ্ষিকী উৎসৱৰ তিনিদিনীয়া কেন্দ্ৰীয় কাৰ্যসূচীৰ আয়োজন কৰাটো আনন্দৰ কথা। ঐতিহ্যমণ্ডিত চামতাৰ গৌৰীক্ষেত্ৰত উলহ মালহেৰে অনুষ্ঠিত কৰিবলৈ লোৱা এই অনুষ্ঠানতে বিষ্ণুপ্ৰসাদ ৰাভাৰ কৰ্মৰাশিৰ বিশ্লেষণ কৰা হওক। আশা ৰাখিছো এই অনুষ্ঠানত বিপ্লৱী গৰাকীৰ আদৰ্শৰ যথোচিত মূল্যাংকন কৰা হ'ব আৰু পৰিৱৰ্তিত পৰিস্থিতিত তেওঁৰ আদৰ্শক কিদৰে এখন উন্নত সমাজ গঢ়াত ব্যৱহাৰ কৰিব পৰা যায়, সেই বিষয়ৰ চিন্তা-চৰ্চা হ'ব। বিষ্ণু ৰাভা শতবাৰ্ষিকীৰ কাৰ্যসূচী সফল হওক আৰু জন্মশতবাৰ্ষিকী উপলক্ষে প্ৰকাশিতব্য স্মৃতিগ্ৰন্থকনিও আটকধুনীয়াকৈ প্ৰকাশ পাওক। আজিৰ শুভমুহূৰ্তত এয়ে আমাৰ প্ৰাৰ্থনা।

**শ্ৰী চন্দ্ৰ মোহন পাটোৱাৰী**
**বিৰোধী দলৰ দলপতি**
**অসম বিধান সভা**
**দিছপুৰ, গুৱাহাটী - ৭৮১ ০০৬**



**ফোন : ০৩৬১-২২৬১৭০৩**
**০৩৬১-২৭৩২৩৭৪**
**০৩৬১-২২৬১২৬৭**
**৯৪৩৫০-৪২০৭৭**
**০৩৬১-২২৩০৪২৬ (ফেক্স)**



# শুভেচ্ছা বাণী

অসমৰ জাতীয় জীৱনৰ পুৰোধা পুৰুষ জনতাৰ শিল্পী, কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাদেৰৰ স্মৃতিত পালন কৰি অহা অসম সাহিত্য সভাৰ নিয়মীয়া কাৰ্য্যক্ৰম বিষ্ণু ৰাভা দিৱসৰ লগতে কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা জন্ম-শতবাৰ্ষিকী কেন্দ্ৰীয় অনুষ্ঠানটি অহা ইং ২০, ২১ আৰু ২২ জুন, ২০০৮ তাৰিখে তিনি দিনীয়া কাৰ্যসূচীৰে কলাগুৰু ৰাভা জন্ম-শতবাৰ্ষিকী উদ্‌যাপন সমিতিৰ উদ্যোগত নলবাৰী জিলাৰ ঐতিহ্যমণ্ডিত চামতাৰ "চামতা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ খেলপথাৰ" (গৌৰী ক্ষেত্ৰ)ত কেন্দ্ৰীয় ভাবে আয়োজন কৰা বুলি জানিব পাৰি নথৈ আনন্দিত হৈছো।

এই জন্ম-শতবাৰ্ষিকীৰ লগত সংগতি ৰাখি 'ইন্দ্ৰধনু' নামৰ এখন স্মৃতি গ্ৰন্থ প্ৰকাশৰ যি ব্যৱস্থা কৰিছে, সেইটো মহৎ কাম হৈছে। স্মৃতি গ্ৰন্থত প্ৰকাশ পাবলগীয়া লিখনি সমূহত যাতে ৰাভাদেৰৰ জীৱনব্যাপি কৰা সাধনাৰ প্ৰতিফলন হয়, তাৰ কামনা কৰিলোঁ।

শেষত উক্ত অনুষ্ঠানৰ উদ্যোক্তা আৰু স্মৃতি গ্ৰন্থৰ লগত জৰিত আটাইলৈ মোৰ আন্তৰিক শুভেচ্ছা জ্ঞাপন কৰাৰ লগতে জন্ম-শতবাৰ্ষিকী অনুষ্ঠানৰ পূৰ্ণ সফলতা কামনা কৰিলো।

(চন্দ্ৰ মোহন পাটোৱাৰী)



সম্পাদকীয় পৃষ্ঠা

# স্বল্পবাক্

"মানুহে মোক শিল্পী বুলি কয়। যদি মই শিল্পী হওঁ, বিধাতাৰ আশীৰ্বাদত মই শিল্পী হোৱা নাই, ৰাইজৰ আশিষতহে মই শিল্পী হৈছো। ৰাইজৰ হিয়া কোঁহৰ পৰা এটুপি এটুপি সুন্দৰৰ ৰস বুটলি আনি মই মোৰ মনকোঁহত ভৰাই লওঁ। সেই মনকোঁহকে ৰহঘৰা মৌকোঁহ ৰচি তাৰ পৰা টোপাল টোপাল ৰহ নিভাৰি নিভাৰি নিগৰি নিগৰি উলিয়াই ৰাইজক বিলাই দিওঁ। সেয়েহে ৰাইজৰ লগত মোৰ জীৱনৰ সম্পৰ্ক ওতঃপ্ৰোতভাৱে জড়িত আৰু সেই কাৰণে ৰাইজৰ দুখত মই সমদুখী ব্যাথাত সমব্যথী।"

অসম আৰু অসমীয়াক কলিজাৰ এফাল বুলি ভবা ৰাভাৰ ব্যক্তিত্বৰ প্ৰকৃত স্বৰূপ ওপৰৰ কথাখিনিত ফুটি ওলাইছে। নিৰহংকাৰী ৰাভাই জনগণৰ বলেৰে বলীয়ান হৈ অসমী আইৰ চৰণ যুগল হৃদয় মন্দিৰত স্থাপন কৰি নিজৰ লগতে আনকো এই মাতৃ পূজাত নিমগ্ন হোৱাৰ বাবে আহ্বান জনাইছিল। আজি ৰাভা নাই। অসম সাহিত্য সভাই বিষ্ণু প্ৰসাদ ৰাভাৰ জন্ম শতবাৰ্ষিকী বিস্তৃত কাৰ্যসূচীৰে আয়োজন কৰিবলৈ লৈছে। পিছে প্ৰশ্ন হয়- কলাগুৰুজনাক আড়ম্বৰপূৰ্ণভাৱে সোঁৱৰণ কৰাৰ, অসম সাহিত্য সভাৰ এই প্ৰয়াসে ক্ষয়িষ্ণু অসমীয়া জনজীৱনক কিমানদূৰ প্ৰভাৱিত কৰিবলৈ সক্ষম হ'ব? নে শতবাৰ্ষিকী উদ্‌যাপনৰ নামত অনুষ্ঠিত কৰা কেইখনমান সভা-সমিতি, কিছু লেখা-মেলা, বাতৰি কাকতৰ আঞ্চলিক পৃষ্ঠাৰ খবৰ নাইবা বৌদ্ধিক কছৰতেৰে ঠাঁহ খাই থকা এখন স্মৃতিগ্ৰন্থৰ মাজতে ৰাভা চেপা খাই আকৌ সোমাই থাকিব? নে চৰকাৰে কৰাৰ নিচিনাকৈ ৰাভা দিৱস পাতি বিভিন্ন মাধ্যমত বিষ্ণু ৰাভাৰ সমন্বয়,

সম্প্ৰীতিৰ আদৰ্শৰ জয়ঢোল বজাই থাকিব আৰু একে সময়তে স্বায়ত্ব শাসনৰ নামত বিচ্ছিন্নতাবাদী ৰিপুসমূহক প্ৰৰোচিত কৰি ভাতৃঘাতী সংঘৰ্ষৰ উৰ্বৰ ক্ষেত্ৰ এখন প্ৰস্তুত কৰি দিব?

সময় সহজ হৈ থকা নাই। ৰাভাৰ সপোনৰ শংকৰ-মাধৱ-আজানপীৰৰ অসমত একেবাৰেই সহজ হৈ থকা নাই। কলাকৃষ্টিৰ পথাৰবোৰ বিজতৰীয়া সংস্কৃতিয়ে ছানি ধৰিছে। ভুৱা আদৰ্শৰ নামত লুণ্ঠন চলিছে। পাহাৰ জ্বলিছে, টায়াৰ জ্বলিছে। ৰূপোৱালী বৰলুইতৰ বুকু ৰাঙলী হৈছে। সকলোৱে দেখিছে। চৰ্বিত-চৰ্বণ কৰাৰ প্ৰয়োজন নেদেখোঁ।

স্মৃতিগ্ৰন্থৰ সম্পাদকে নতুবা অসম সাহিত্য সভাৰ নিচিনা অনুষ্ঠানে একো কাম অকলে কৰিব নোৱাৰে। কেন্দ্ৰীয়ভাৱে কলাগুৰু বিষ্ণু প্ৰসাদ ৰাভা জন্ম শতবাৰ্ষিকী উদ্‌যাপন কৰি ৰাভাৰ নামত এখন স্মৃতিগ্ৰন্থ প্ৰকাশ কৰি আমিও এটা পৰম্পৰাৰ অংশীদাৰ হৈছোঁ। কিন্তু এই পৰম্পৰাক ভৱিষ্যতৰ বাবে কেৱল এটা ভাবাকুল স্মৃতি হ'বলৈ নিদি, সামাজিক বিচাৰ- বিশ্লেষণ আৰু নান্দনিক মননৰ এক স্মাৰক হিচাপে আমাৰ মন-মগজুৰ বাটচ'ৰাত প্ৰতিষ্ঠা কৰিবলৈ অগ্ৰসৰ হোৱাটোহে বাস্তৱসন্মত হ'ব বুলি বিশ্বাস কৰোঁ। এই ইন্দ্ৰধনুৱে সামৰি ল'বলৈ চেষ্টা কৰিছে চেতন-অৱচেতন সপোন- বাস্তৱৰ সুন্দৰ আৰু সুন্দৰকামী সেই স্বৰবোৰ, সেই সুৰবোৰ যি আৱাহন কৰিব পাৰে- ঝঞ্জাবিজয়ী ৰাভাক- এই ধুমুহাৰ মাজত আমাক বাট দেখুৱাই নিবলৈ। ইন্দ্ৰধনুৱে কৃতজ্ঞতা জ্ঞাপন কৰিছে অসম সাহিত্য সভাক। কৃতজ্ঞতা প্ৰকাশ কৰিছে নলবাৰী জিলা সাহিত্য সভা, চামতা আঞ্চলিক শাখা সাহিত্য সভা, কেন্দ্ৰীয় বিষ্ণুপ্ৰসাদ ৰাভা জন্ম-শতবাৰ্ষিকী উদ্‌যাপন সমিতিৰ প্ৰতিজন নন্দন-সৈনিক লেখক, বিজ্ঞাপনদাতা, প্ৰেছৰ শিল্পী, সচেতন পাঠক আৰু আই অসমীৰ মুক্তিদেউলৰ অগণিত পূজাৰীক।

আহক, কথাবোৰ হৃদয়ঙ্গম কৰোঁ- একেলগে আগবাঢ়ো......

ৰবীন্দ্ৰ চৌধুৰী

১৪-০৬-০৮





# সূচীপত্ৰ

## ৰাভা ৰাজনীতি বিপ্লৱী-ঝঞ্জা বিজয়ীৰ কথা

## ধৰ্মপুৰৰ ধমনী

## শব্দশিল্প : ছন্দশিল্প



*******

# জন্ম শতবৰ্ষৰ পটভূমিত কলাগুৰু বিষ্ণু ৰাভা

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য

তিনি কুৰিটা শীত-বসন্তৰ মাজেদি অসমৰ ৰাইজৰ হিয়াৰ আমঠু আৰু কলিজাৰ এডুখৰি যেন বহুগুণাকৰ বিষ্ণুপ্ৰসাদ ৰাভাৰ বিচিত্ৰ জীৱনধাৰাৰ ৰহস্যপূৰ্ণ ঘটনাপ্ৰবাহ কুৰি শতিকাৰ এইকথা জন্ম শতবৰ্ষৰ পটভূমিত নিৰপেক্ষ দৃষ্টিভংগীৰে বৰ্ণনা কৰা সহজসাধ্য নহয়। তেওঁক মই তেজপুৰৰ কলিবাৰীৰ ঘৰত নটসূৰ্য ফণী শৰ্মাৰ উপস্থিতিত আৰু অকলেও বহুবাৰ লগ পাইছিলোঁ। গুৱাহাটীৰ কটন কলেজৰ সভাত, উত্তৰ কামৰূপৰ মছলপুৰ অঞ্চলৰ আচৰাবাৰী, নলবাৰীৰ কাষৰ কাছিমপুৰৰ খেৰাই উৎসৱৰ থলীত, গুৱাহাটীৰ উলুবাৰীৰ চুবেদাৰ ৰাভাৰ বাসভৱনত, নৱগিৰিৰ (চানমাৰি) আমাৰ ঘৰত আৰু বহুত সভা-সমিতিত লগ পাইছিলোঁ। ১৯৫১ চনত মই স্নাতকোত্তৰ পৰীক্ষাত উত্তীৰ্ণ হৈ বড়ো ভাষাৰ গৱেষণাৰ কাৰণে অসম চৰকাৰৰ পৰা এশটকীয়া বৃত্তি লাভ কৰোঁ। সেই বছৰৰ পহিলা ছেপ্টেম্বৰত মই বি বৰুৱা কলেজৰ অসমীয়া বিভাগৰ প্ৰবক্তাৰূপে নৈশ শ্ৰেণীত যোগদান কৰোঁ। বড়ো ভাষাৰ গৱেষণাৰ কাৰণেই গৱেষণাগুৰু ডক্টৰ বাণীকান্ত কাকতি আৰু ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাৰ পৰামৰ্শক্ৰমে এই অসমৰ স্বাস্থ্যমন্ত্ৰী ৰূপনাথ ব্ৰহ্ম, শিক্ষা বিভাগৰ বিষয়া বন্ধুৰাম কছাৰী, শিল্পী-সাহিত্যিক বিষ্ণুপ্ৰসাদ ৰাভা, ছাত্ৰবন্ধু ৰমেশ চন্দ্ৰ বড়ো, সতীৰ্থ-বন্ধু ভবেন্দ্ৰ নাৰ্জী, ছাত্ৰবন্ধু কমল চন্দ্ৰ ব্ৰহ্ম আৰু তেওঁৰ পিতৃ মদাৰাম ব্ৰহ্ম (পদ্মশ্ৰী সন্মানপ্ৰাপ্ত), বড়ো লেখক ৰাজেন্দ্ৰলাল নাৰ্জাৰী আদিৰ সৈতে দেখা-সাক্ষাৎ কৰি তথ্য-সম্পদ গোটাইছিলোঁ।



১৯৬৫ চনৰ ১৫ জুন তাৰিখে মই গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা 'এ ডেছক্ৰিপটিভ এনালিছিছ্ অব দ্য বড়ো লেংগুৱেজ' বিষয়ত ডক্টৰেট উপাধি পাইছিলোঁ আৰু ১৯৬৫ চনৰ ২৩



জুন বুধবাৰে তেজপুৰ জিলা ট্ৰাইবেল সংঘৰ তৃতীয় বাৰ্ষিক অধিৱেশন পীৰাকটা গাঁৱত শিল্পী-প্ৰৱৰ বিষ্ণুপ্ৰসাদ ৰাভাৰ সভাপতিত্বত বহিছিল। সেই সভালৈকে মোক সম্বৰ্ধনা ল'বলৈকে নিমন্ত্ৰণ দিছিল। মই উপস্থিত থাকিব নোৱাৰি — তাঁৰবাৰ্তাৰে জনাইছিলোঁ। কেইদিনমান পিছত সভাপতি ৰাভাই সযতনে বন্ধোৱা অভিনন্দনপত্ৰখন নিজ হাতে লৈ আহি বি. বৰুৱা কলেজত সোমাই চকীদাৰ এজনক লগত লৈ আমাৰ নৱগিৰিৰ ঘৰত উপস্থিত হৈছিল ঃ সেই অভিনন্দনপত্ৰখন মোৰ হাতত তুলি দি আদা (ককাইদেউ) ৰাভাই বৰ সন্তোষৰ হাঁহি মাৰিছিল। সেই অভিনন্দনপত্ৰত ৰাভা সুলভ প্ৰকাশভংগীৰে এনে এশাৰী বাক্য সন্নিৱিষ্ট হৈছে ঃ "বি. বৰুৱা কলেজৰ নিচিনা এটা ডাঙৰ অনুষ্ঠানৰ অধ্যক্ষ হৈ বড়োসকলৰ এফাল, হিয়াৰ আমঠু আৰু কলিজাৰ এডুখৰী হৈ তেওঁলোকৰ সমদুখী আৰু সমভাগী সমব্যথী হৈ শিক্ষাৰ বিষয়ত কৰ্মব্যস্ততাৰ মাজত থাকিও গাঁৱে-ভূঞে হাবি-বননিয়ে ঘূৰি ধ্যান-ধাৰণা কঠোৰ সাধনাৰে ..... সন্তোষ লাভ কৰিছোঁ।" — এনে ধৰণৰ ৰাজহুৱা স্বীকৃতিৰে ৰাভা ককাইদেৱে তেওঁৰ অনুজজনৰ গৱেষণাৰ আন্তৰিক শলাগ লৈছিল। আমাৰ নৱগিৰিৰ ঘৰৰ ওচৰতে চিন্তাশীল সাহিত্যিক অনিল কুমাৰ ৰায়চৌধুৰীৰ ঘৰ ঃ ৰাভাৰ সৈতে তেওঁৰ সামাজিক-ৰাজনৈতিক তথা ব্যক্তিগত সম্পৰ্ক আছিল। কথা প্ৰসংগত কৈশোৰ কালতে ৰাভাই বৰপেটালৈ গৈ আত্মীয় ধাওবাৰাম মেছৰ ঘৰত থাকি বলোৰাম বায়নৰ আশ্ৰয়ত বৰগীতৰ চৰ্চা কৰাৰ স্মৃতিৰেখা দাঙি ধৰে। পিছত কামৰূপী নৃত্য—সংঘ স্থাপন কৰি যোৱা বিষ্ণু প্ৰসাদ ৰাভাই বৰপেটা নগৰীতো অসমৰ কলা-কৃষ্টি প্ৰদৰ্শন কৰিছিল। তেজপুৰ নগৰীত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ চৌপাশে বিষ্ণু ৰাভাৰ আভা, ফণী শৰ্মাৰ অভিনয় নিপুণতা, চন্দ্ৰধৰ গোস্বামীৰ মঞ্চ প্ৰতিভা আদিয়ে যি ৰূপ-ৰহণৰ সৃষ্টি কৰিছিল — সেয়া কল্পনা কৰিব পাৰি, বৰ্ণাব যে নোৱাৰি।



আমাৰ চানমাৰিৰ নৱগিৰিৰ ঘৰত ডক্টৰ প্ৰফুল্ল দত্ত গোস্বামী, ডক্টৰ নিৰ্মলপ্ৰভা বৰদলৈ আৰু কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ সুমধুৰ সমাবেশ ঘটিছিল। মঞ্চশিল্পী চন্দ্ৰধৰ গোস্বামী, কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাতকৈ বয়সত ছয় বছৰ সৰু আৰু নটসূৰ্য ফণী শৰ্মা প্ৰায় সমবয়সীয়া। বিষ্ণু ৰাভাৰ জীৱনধাৰাৰ



বিষয়ে চন্দ্ৰধৰ গোস্বামীৰ লেখাৰ পৰা কেইটিমান বাক্য তুলি দিলোঁ ঃ "..... এটি আহিছিল, জ্যোতি প্ৰসাদৰূপে আনটি আহিছিল বিষ্ণুৰপ্ৰসাদ ৰূপে, এটি জ্যোতি, আনটি আভা, এটি উজ্জ্বল আনটি নিৰ্মল। ... বিষ্ণু ককাইদেউ একাধাৰে আছিল গায়ক, বাদক, গীতিকাৰ, সুৰকাৰ, কবি, অভিনেতা, নৃত্যশিল্পী, চিত্ৰকৰ, খনিকৰ, ভাল খেলুৱৈ, কৃতী ছাত্ৰ। তেখেত আছিল স্থিৰ প্ৰতিজ্ঞ, মানুহৰ মুক্তিৰ সপোন দেখোতা, জীৱন অধ্যয়নকাৰী স্ৰষ্টা, দ্ৰষ্টা, গৱেষক, লেখক, বাবুক, দাৰ্শনিক, সত্যনিষ্ঠ, নিৰ্ভীক, বিপ্লৱী, মহৎ শিল্পী। .... সোণৰ চামুচ মুখত লৈ পৃথিৱীৰ পোহৰলৈ আহিছিল বিষ্ণু ককাইদেউ। পিতৃৰ অবিহনেও সমৃদ্ধিৰ মাজতে চলিব পৰাকৈ থৈ গৈছিল ২৫০০ বিঘা মাটিৰ বিৰাট জমিদাৰী, লগতে থৈ গৈছিল চৰকাৰৰ ঘৰত ভাল চাকৰি পোৱাৰ সুযোগ। চৰকাৰে মাতি নি পুলিচ বিভাগত ভাল চাকৰিও যাচিছিল, যাক তেখেতে প্ৰত্যাখ্যান কৰিলে। স্বৰ্গীয় অমিয় কুমাৰ দাসদেৱে শিক্ষামন্ত্ৰী হৈ থাকোঁতে আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ ভাল চাকৰি এটি দিয়াৰ বাবে ৰাভাৰ লগত এটা কথা হৈছিল। ল'বলৈ মান্তি হৈও পাছত তেখেতে নলৈ কাগজত এক বিবৃতি দি প্ৰত্যাখ্যান কৰিলে। .... তেখেত আছিল বিজ্ঞানৰ ছাত্ৰ, পদাৰ্থ বিজ্ঞান আছিল বি.এ.ত তেখেতৰ বিশেষ বিষয়। খেলুৱৈ হিচাপে তেওঁৰ সময়ৰ এগৰাকী চেণ্টাৰ ফৰৱাৰ্ড।.... ফুটবল, হকী, ক্ৰিকেট, তাংগুটি, গুদু-গুদু আদিত সমান পাৰ্গত আছিল। খেলাৰ সময়ত মই (চন্দ্ৰধৰ গোস্বামী) লেফ্‌ট হাফ বেকত খেলিছিলোঁ। স্বৰ্গীয় ফণী শৰ্মা গ'লকীপাৰ হিচাপে খেলিছিল।......... ভাৰত নাট্যম্ নৃত্য, শঙ্কৰী নৃত্যৰ পদ্ধতি আৰু মুদ্ৰা তেখেতে ভালকৈ আয়ত্ত কৰি নৃত্যৰ সাধনা কৰিছিল। ..... ঘণ্টাৰ পিছত ঘণ্টা ধৰি সুন্দৰ ব্যঞ্জনাময় শব্দৰে সুন্দৰ শুৱলা ভাষাত আমনি নলগাকৈ বক্তৃতা দিয়ে, প্ৰেৰণা যোগায়, উৎসাহ দিয়ে। ......' — এনে ধৰণেৰে বহু গুণাকৰ ৰাভাৰ বিচিত্ৰ জীৱনধাৰাৰ জিলিঙনি ১৯৫৩ চনৰ পৰা অন্তিম কাললৈকে ময়ো মাজে-সময়ে প্ৰত্যক্ষ কৰাৰ সুযোগ পাইছিলোঁ।.........



উলুবাৰীৰ চুবেদাৰ মহোদয়ৰ ঘৰত ডক্টৰ প্ৰফুল্ল দত্ত গোস্বামী আৰু মোৰ সৈতে প্ৰিয় ছাত্ৰ ভগীৰথ ৰাভাৰ উদ্যোগত হোৱা ৰসে-ৰসৰন্ত সমাবেশত বিষ্ণু প্ৰসাদ ৰাভাই



হিয়া-মন উজাৰি তেওঁৰ জীৱন-বীক্ষা প্ৰকাশ কৰিছিল। বিষ্ণু ৰাভাৰ জীৱন-ধাৰাত তেওঁৰ অজ্ঞাতবাসৰ অধ্যায়ে অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ জনগণক সততে স্পৰ্শ কৰিছিল। শদিয়াৰ পৰা ধুবুৰীলৈকে, নেপাল-ভূটান সীমান্তৰ পৰা নগাপাহাৰৰ চাং-চুবুৰীলৈ তেওঁৰ অজ্ঞাতবাসৰ ভৌগোলিক পৰিসীমা বিস্তৃত আছিল। বিপ্লবী কমিউনিষ্ট দলৰ কৰ্মীৰূপে ১৯৪৮ চনৰ ফেব্ৰুৱাৰী মাহত অনুষ্ঠিত বীৰভূম সন্মিলনৰ পিছৰে পৰা বিষ্ণু ৰাভা, অনিৰাম বসুমতাৰী আদিয়ে আত্মগোপনৰ কঠিন জীৱন আৰম্ভ কৰিছিল। ১৯৫২ চনৰ শেষ ভাগত বিষ্ণু ৰাভাক গোৱালপাৰাৰ দতমা অঞ্চলৰ ঘিলাগুৰিত পত্নী কনকলতাৰ সৈতে গ্ৰেপ্তাৰ কৰে। এবছৰ কাৰাবাস খটাৰ পিছত ১৯৫৩ চনৰ শেষফালে তেওঁ মুক্তি লাভ কৰে। ১৯৫৫ চনৰ পৰা ৰাজনৈতিকভাৱে কমিউনিষ্ট দলত যোগদান কৰে। ১৯৬৭ চনত বিষ্ণু ৰাভা তেজপুৰৰ পৰা নিৰ্দলীয় প্ৰাৰ্থীৰূপে নিৰ্বাচিত হৈ পিছত বিধানসভাত কমিউনিষ্ট দলৰ লগ লাগে। ১৯৬২ চনত চীন-ভাৰত যুদ্ধৰ সময়ত তেজপুৰৰ পৰা আটক কৰি উৰিষ্যাৰ বৰহমপুৰ জেলত আটক কৰি ৰাখিছিল — ইয়াৰ কেইদিনমান আগতে তেওঁৰ পত্নী কনকলতাৰ বিয়োগ ঘটিছিল আৰু লগত আছিল দুটি শিশু পুত্ৰ সন্তান। এনেদৰে ৰাজনৈতিক জীৱনত জয়-পৰাজয়-বিপৰ্যয়ৰ মাজেদি এহাতে কলম, আনহাতে বন্দুক লৈ সব্যসাচীৰূপে জনতাৰ শিল্পী বিষ্ণুপ্ৰসাদ ৰাভাই ভাৰতীয় তথা অসমীয়া সমাজ-সংস্কৃতিৰ সেৱা আগবঢ়াই অতুলনীয় আদৰ্শ এৰি গৈছে ঃ তেওঁৰ ভাষাৰে গাবলৈ হ'লে ঃ

*ব'ল ব'ল ব'ল ব'ল কৃষক শক্তি দল,*
*অ বনুৱা সমনীয়া আগবাঢ়ি যাওঁ বল।*
*জাগ্ জাগ্ জাগ্ জাগ্ মজদুৰ ন-জোৱান,*
*নিৰ্যাতিত নিপীড়িত কৃষক শক্তিমান।*
*তোৰ বাহুতে লুকাই আছে অসীম শক্তিৰ বল :*
*ৰণৰ শিঙা বাজে শুন ঐ আগবাঢ়ি যাওঁ বল।*



সাধক-শিল্পী বিষ্ণুপ্ৰসাদ ৰাভাৰ কথা-কামৰ মাজত সমন্বয় ঘটিছিল ঃ দুখে-সুখে, বিপদে-সম্পদে স্থিতপ্ৰজ্ঞৰ দৰে জীৱন যাপন কৰিব পৰা অতুলনীয় দৃষ্টান্ত তেওঁ এৰি গৈছে।



যোৱা ডেৰকুৰি বছৰৰো অধিক কালত প্ৰয়াত বিষ্ণু ৰাভাৰ প্ৰতি অসম তথা উত্তৰ-পূৱ ভাৰতীয় জনমানসত আকৰ্ষণ বাঢ়িছে ঃ সমাগত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ জন্ম শতবৰ্ষৰ শুভ লগনত কলাগুৰু বিষ্ণু ৰাভা, নটসূৰ্য ফণী শৰ্মা, মঞ্চশিল্পী চন্দ্ৰ গোস্বামী আদিৰ জীৱন-বৃত্তৰো কম-বেছি স্মৃতিচাৰণ হ'ব। এতিয়ালৈকে প্ৰকাশিত লেখা তথা ৰাভা ৰচনাৱলীৰো পূৰ্ণাংগ নিৰপেক্ষ মূল্যায়ন হোৱা নাই বাবে তেওঁৰ বিচিত্ৰ জীৱনধাৰাৰ আমিও প্ৰকৃত ছবি দাঙি ধৰা অসম্ভৱ। বিষ্ণু ৰাভাৰ ভাষাৰে ক'ব খুজিছোঁ ঃ ".... আপোনালোকে মোক জীৱনশিল্পী বুলি কয়। যদি প্ৰকৃততে মই জীৱনশিল্পী হওঁ, সেয়া ভগৱানৰ কৰুণাত নহয়, জনতাৰ সৃজনী শক্তিতহে। 'শিল্পী' কথাষাৰ আজিকালি বৰ সহজ হৈ পৰিছে। কিন্তু 'শিল্পী' হ'বলৈ হ'লে ঝঞ্ঝা বিজয়ী আত্মাৰ অধিকাৰী হ'ব লাগিব। প্ৰশান্ত মহাসাগৰত ডুব মাৰি 'অসংখ্য শামুক বুটলিব পৰা দুঃসাহস আৰু দুৰ্বাৰ শক্তি থাকিলেহে আৰ্টৰ মুক্তা লাভ কৰা সম্ভৱ। ........." অনুজ বিশ্ববিখ্যাত শিল্পী ডক্টৰ ভূপেন হাজৰিকাৰ ভাষাৰে ক'বলৈ গ'লে — 'মই এটি যাযাবৰ', বিষ্ণু ৰাভাই শ্ৰেষ্ঠ নিদৰ্শন।........... নলবাৰীৰ জাৰ্নেল এম্পৰিয়ামৰ পৰা প্ৰকাশিত 'সৈনিক শিল্পী বিষ্ণু ৰাভা' (ডক্টৰ হীৰেন গোঁহাই সম্পাদিত) পুথিখনৰ উপৰি প্ৰফুল্ল দত্ত গোস্বামী, তিলক দাস, গোকুল পাঠক, মেদিনী চৌধুৰী, গুৰুপদ চৌধুৰী, গগনচন্দ্ৰ সোণোৱাল, ধৰণীধৰ চৌধুৰী আদি বিভিন্নজনৰ দৃষ্টিত আৰু জ্ঞাত-অজ্ঞাত লেখক-লেখিকাৰ কলমৰ পৰা কলাগুৰু বিষ্ণু ৰাভাৰ বহুগুণাকৰ বিচিত্ৰ জীৱন-ধাৰাৰ সবিশেষ তথ্য-সম্পদ ক্ৰমে প্ৰকাশ হ'ব বুলি আশা ৰাখিছোঁ ঃ মোৰ স্বৰচিত কবিতা 'আদা বিষ্ণু ৰাভা কেতিয়া পুৱাব ৰাতি'ৰ দুফাঁকিৰে একৈশ শতিকাৰ যান্ত্ৰিক সমস্যাবহুল পৃথিৱীত বিষ্ণু ৰাভা দিৱসৰ শ্ৰদ্ধা নিবেদন যাচিছোঁ ঃ

"........... সেইবাবে আজি আদা বিষ্ণু ৰাভা।।
জনতাৰ শিল্পী সংগ্ৰামী বীৰ বিষ্ণুপ্ৰসাদ ৰাভা।।
তোমাৰ স্মৃতিত পাতিছে বহুত সভা
সুকবি বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই লিখিছিল।।





বিষ্ণু ৰাভা এতিয়া কিমান ৰাতি?
ময়ো আগৈাই প্ৰমোদ্দ ভট্টই সুধিছোঁ
কাতৰ কণ্ঠেৰে অনুৰাগীৰূপে
হে অমৰ আত্মা আদা বিষ্ণুপ্ৰসাদ।।
কেতিয়া পুৱাব এই দুৰ্যোগৰ ৰাতি?

কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ বিচিত্ৰ জীৱনধাৰাৰ সম্যক পৰিচয় সংস্কৃতি দিয়াটো সম্ভৱপৰ নহয়। তেওঁৰ বিক্ষিপ্ত ৰচনাৱলীৰ সংগ্ৰহ সম্পূৰ্ণকৈ অধ্যয়ন কৰি বিশ্লেষণ দাঙি ধৰাটোও সহজসাধ্য নহয়। তথাপি জন্ম শতবৰ্ষ উপলক্ষে কলাগুৰু ৰাভাৰ প্ৰতিভাই অসম তথা ভাৰতীয় গণৰাজ্যৰ জনগণৰ মাজত বিস্তৃতি লাভ কৰক।◀◀

মানুহৰ পশুভাব কৃষ্টিয়েই আঁতৰায় -- যাৰ কাৰণে মানুহ মানুহ হয়, -
- নহ'লে মানুহ পশুৰ শাৰীত ৰৈ গ'লহেঁতেন।-

সংস্কৃতি জীৱন সৌন্দৰ্যৰ আলম, কালচাৰ জীৱন সমাজৰ কাৰেং।
*বিষ্ণুপ্ৰসাদ ৰাভা*



# বিষ্ণু ৰাভা আৰু অসম



শশী শৰ্মা

সদৌ অসম আৰু অনুসন্ধিৎসু ভাৰতেও জানে যে বিষ্ণু ৰাভা বিৰাট কিৰাত মংগোল গোষ্ঠীৰ এটা বড়ো পৰিয়ালত উপজিছিল। সম্ভৱ একাংশ খৃষ্টান মিচনেৰীৰ অনুকৰণতে একো অংশ বড়ো জনগণে দাবী কৰি আহিছে যে বড়ো সকল অসমৰ আদিম ভূমিপুত্ৰ। বাস্তৱ সত্যও হ'ব পাৰে। বড়ো সকলৰ মাজত আৱহমান কালৰ পৰা প্ৰচলিত যোজনা— "জৌ মা কো মা বিফা হাজোমা"ই এইকথা পূৰাকৈ সমৰ্থন নকৰে। ইয়ে উচ্চতম আৰু শুভ্ৰতম পাহাৰ (হিমালয়)ক হে পিতৃ বুলি জানিবলৈ দিয়ে। হয়তো হিমালয়ৰ নামনি অঞ্চলেই বড়ো সকলৰ আদিম বাসস্থান হ'ব লাগে। অসমো হিমালয়ৰ নামনি অঞ্চলেই। গতিকে বড়োসকলে অসমকে তেওঁলোকৰ আদিম বাসস্থান ৰূপে নিৰ্ণয় কৰিব বিচৰা অযুক্তিকৰ কথা নহয়। কিন্তু সমগ্ৰ ভাৰতৰ ক্ষেত্ৰত যেনেকৈ আদিমতম অধিবাসী কোন তাক নদি কোৱা টান, অসমৰ ক্ষেত্ৰতো সেই একেই কথাই প্ৰবৰ্তে। ঋগ্‌বেদ অনুসৰি কৃষিজীৱী কলা ছালৰ নিগ্ৰো, অষ্ট্ৰিক, দ্ৰাবিড় আদি প্ৰজাতিৰ লোকসকল বগা ছালৰ নৰ্ডিক গোষ্ঠীৰ আৰ্যসকলতকৈ ভাৰতত প্ৰাচীন। ঋগবেদত এই জনগোষ্ঠীসমূহৰ লগত আৰ্যসকলৰ তুমুল সংঘাত-সংঘৰ্ষৰ চিত্ৰ চিত্ৰিত হৈছে। কিৰাত-মংগোল গোষ্ঠীৰ লগত আৰ্যসকলৰ সংঘৰ্ষৰ সৃষ্টি হৈছিল যজুৰ্বেদৰ দিনত আৰু বিশেষকৈ মহাভাৰতৰ দিনত। মহাভাৰতৰ কিৰাত পৰ্ব তাৰ জলজলীয়া নিদৰ্শন। কিন্তু মন কৰিবলগা কথা এয়ে যে অসম কোনো দিনেই সৰ্বভাৰতীয় সম্পৰ্ক বিচ্যুত নাছিল। বিষ্ণু পুৰাণ অন্যতম প্ৰাচীন মহাপুৰাণ। প্ৰাচ্য-পাশ্চাত্যৰ ভাৰতবিদ পণ্ডিতসকল একমত যে বিষ্ণুপুৰাণ অন্ততঃ খৃঃপূঃ দ্বিতীয় শতিকাৰ আগতে লিপিবদ্ধ হৈছিল। এই বিষ্ণুপুৰাণ দ্বিতীয় খণ্ডৰ তৃতীয় অধ্যায়ত পুৰণি ভাৰতবৰ্ষৰ পৰিচয় দি কৈছে— "সাগৰৰ উত্তৰে আৰু হিমালয়ৰ দক্ষিণে বাকী থকা এই ভূভাগেই হ'ল ভাৰতবৰ্ষ।" একে প্ৰসংগতে ইয়াৰ জনবসতিৰ পৰিচয় দি কৈছে— "ইয়াৰ পূবৰ অধিবাসীসকল কিৰাত, পশ্চিমৰ সকল যৱন আৰু মাজৰ





অংশৰ অধিবাসী হ'ল ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰসকল।" ইয়ে পূবভাৰত তথা অসম অঞ্চলযে ঘাইকৈ কিৰাত-মংগোলগোষ্ঠীৰ জনগণ অধ্যুষিত অঞ্চল, তাক অনুভৱ কৰাত সহায় কৰে। কিন্তু মন কৰিবলগা কথা এয়ে যে অসমত ক'লা ছালৰ নিগ্ৰো, অষ্ট্ৰিক আৰু দ্ৰাবিড় প্ৰজাতিবো জনবসতি নোহোৱাকৈ থকা নাছিল। সমাজতাত্ত্বিক হাওনে এখন বিশিষ্ট গ্ৰন্থত (Hutton, I.H., Caste in India, its Nature, Function and Origin, 1969, p.4) জানিবলৈ দিছে যে প্ৰাচীন কালত অসম অঞ্চলত নিগ্ৰো বসতি হৈছিল। গেইটে তেওঁৰ অসম বুৰঞ্জীত অসমৰ মৎসজীৱিসকলক বুলিছে দ্ৰাবিড় (পৃঃ ২) ক'লা ছালৰ অষ্ট্ৰিক প্ৰজাতিৰ মানুহক আৰু বিশেষকৈ অষ্ট্ৰিক আৰু মংগোলৰ সংকৰ মনখমেৰ সকলকো সমাজবিজ্ঞানীসকলে অসমৰ প্ৰাচীনতম অধিবাসীয়ে বুলিছে। পুৰাণ-মহাভাৰত খ্যাত নৰকাসুৰৰ কাহিনীয়ে অনুভৱ কৰিবলৈ দিয়ে যে শৌ তেতিয়াই প্ৰাচীন অসম, প্ৰাগজ্যোতিষ- কামৰূপতো আৰ্য-অনাৰ্যৰ সংঘাত ঘটিছিল আৰু সিয়ে জানিবলৈ দিয়ে গঢ় লৈ উঠিছিল যে সমগ্ৰ ভাৰতৰ লগতে অসমতো সংঘাত-সংঘৰ্ষৰ মাজেদিয়ে মিলন-মিশ্ৰণ সমন্বয় সমাহাৰৰ ভেটিত এখন নতুন সমাজ। মহাভাৰতেই ইয়াকো জানিবলৈ দিয়ে যে অন্ততঃ আখ্যান প্ৰসিদ্ধ ভগদত্তৰ ৰাজত্ব কালৰে পৰা সেই মিলন-মিশ্ৰণ আৰু সমন্বয়-সমাহাৰৰ প্ৰক্ৰিয়া আৰম্ভ হৈছিল। আনহে নালাগে ড° সুনীতি কুমাৰ চট্টোপাধ্যায়ে তেওঁৰ 'কিৰাত-জন-কৃতী' আদি গ্ৰন্থত জানিবলৈ দিছে যে অনাৰ্য কিৰাত আদি জনগোষ্ঠীৰ ৰজা-ৰাজন্যবৰ্গক আৰ্যসকলে নৱক্ষত্ৰিয়ৰূপে গ্ৰহণ কৰিছিল। খৃষ্টীয় সপ্তম শতিকাৰ প্ৰথম অৰ্ধৰ প্ৰাগজ্যোতিষ কামৰূপৰ ৰজা ভাস্কৰবৰ্মণৰ ৰাজত্বকালত সেই প্ৰাচীন অসম যে কৰতোৱাৰ পৰা চীনৰ পশ্চিম সীমালৈ আৰু নেপালৰ পাদদেশৰ পৰা সাগৰলৈ ব্যাপী আছিল তাকো জনা যায়। লগতে ইয়াকো জনা যায় যে ইংৰাজ শাসন প্ৰবৰ্তনৰ আগলৈ প্ৰায় সকলো কালতে অসমত ৰাজত্ব কৰিছিল কিৰাত-মংগোল গোষ্ঠীৰ লোকসকলেই। অসমৰ ভাষা, অসমৰ সাহিত্য, অসমৰ সংস্কৃতি আদি এই সকলোবোৰ লোকগোষ্ঠীয় মিলন-মিশ্ৰণৰ ফল। মাধৱ কন্দলিৰ ৰামায়ণেই ইয়াৰ জ্বলন্ত নিদৰ্শন। মাধৱ কন্দলিয়ে ৰামায়ণ ৰচনা কৰিছিল বৰাহী কছাৰী ৰজা মহামাণিক্যৰ অনুৰোধত আৰু ৰচনা কৰিছিল 'সৰ্বজন বোধে'। সেই সৰ্বজন আছিল তেতিয়াৰ



বৰাহী সাহিত্যৰ বৰাহী কছাৰী প্ৰজা জনগণহে। ইয়ে স্পষ্টকৈ অনুভৱ কৰিবলৈ দিয়ে যে সেই মাধৱকন্দলিৰ জীৱন্ত কালৰ ১৪ শ শতিকাত অসমৰ উমৈহতীয়া ভাষা আছিল অসমীয়া। আহোম বুৰঞ্জীয়ে ইয়াকো জানিবলৈ দিয়ে যে বিজেতা টাই-আহোমসকল এই বৰাহীসকলৰ সান্নিধ্যত হৈছিল অসমীয়াভাষী অসমীয়া। অনুমান হয় যে ভাস্কৰ বৰ্মাৰ ৰাজত্বকালৰ প্ৰাগজ্যোতিষ কামৰূপ তথা অসমৰ উমৈহতীয়া ভষা আছিল অসমীয়া। অনুমান হয় যে ভাস্কৰ বৰ্মাৰ ৰাজত্বকালৰ প্ৰাগজ্যোতিষ কামৰূপ তথা সমগ্ৰ বৰ অসমৰে উমৈহতীয়া ভাষা আছিল অসমীয়া। মাধৱকন্দলীৰ প্ৰায় সমকালীন কমতাৰ ৰজা দুৰ্লভ নাৰায়ণ আৰু ইন্দ্ৰনাৰায়ণৰ পৃষ্ঠপোষকতা লাভ কৰা কবি হেম সৰস্বতী, কবিৰত্ন সৰস্বতী, ৰুদ্ৰকন্দলি আৰু হৰিহৰ বিপ্ৰৰ কাব্যসমূহে আৰু প্ৰায় এশবছৰ পিছৰ কোচৰজা নৰনাৰায়ণ-চিলাৰায়ৰ পৃষ্ঠপোষকতা লাভ কৰা শংকৰদেৱ, মাধৱদেৱ, অনন্ত কন্দলি, ৰামসৰস্বতী প্ৰভৃতিৰ সৃষ্টিয়েও অনুভৱ কৰিবলৈ দিয়ে যে সমগ্ৰ বৰ অসম ব্যাপী সংযোগী বা উমৈহতীয়া ভাষা আছিল অসমীয়া। কাৰণ কমতা আৰু কোচৰাজ্য তাহানিৰ গৌড়ৰ সীমালৈ ব্যাপী আছিল। বৰ্তমানৰ উত্তৰবংগ আৰু বাংলাদেশৰ ব্যাপক অংশ কমতা আৰু কোচৰাজ্যই সামৰি লৈছিল। সেই বৃহৎ অঞ্চলৰ ভাষা আছিল মূলতঃ অসমীয়া কোচ-ৰাজবংশী ভাষাহে। অজ্ঞতাবশতঃহে একাংশ অসমবাসীয়ে সেই অঞ্চলৰ ভাষাক বাংলাভাষা বুলি কয় বা ক'ব বিচাৰে। সম্প্ৰতি মণিপুৰ, নগাৰাজ্য, মিজোৰাম, মেঘালয় আদি সুকীয়া সুকীয়া ৰাজ্যত পৰিণত হৈছে। অসমৰ ভাষা, সাহিত্য, সংস্কৃতিলৈ এই অঞ্চলসমূহৰো অনুপম অৰিহণা আছে, আনকি সংযোগী ভাষাও আছিল অসমীয়াই। সিমানেই নহয়, আজিও অৰুণাচলৰ ভিন ভিন জনগোষ্ঠীৰ সংযোগী ভাষা অসমীয়াই।

বিষ্ণু ৰাভা উপজিছিল ঢাকা নগৰত। প্ৰায় এঘাৰ বছৰ বয়সলৈ তেওঁ ঢাকাত আছিল, প্ৰাথমিক শিক্ষা লাভ কৰিছিল ঢাকাতেই। তেতিয়াৰ পূৰ্ববংগৰ মানুহৰ ভাষা-সাহিত্যৰ বিষয়ে তেওঁৰ অন্ততঃ কিছু স্পষ্ট ধাৰণা হৈছিল। হাইস্কুলীয়া শিক্ষা সমাপ্ত কৰি কলেজীয়া শিক্ষাৰ কাৰণে গৈছিল কলিকতালৈ। কলিকতাত থকা কালত বাংলা ভাষাৰ লগত ঘটিছিল তেওঁৰ সুপৰিচয়। কোচবেহাৰৰ ভিক্টোৰীয়া কলেজ আৰু ৰংপুৰৰ কাৰমাইকেল কলেজত পঢ়াকালত আন মানুহৰ



স্বকীয় ভাষা যে বাংলা ভাষা নহয়, গোৱালপাৰাৰ ভাষা সদৃশ অসমীয়া কোচ-ৰাজবংশী ভাষাহে তাক তেওঁ বেছ বঢ়িয়াকৈ উপলব্ধি কৰিব পাৰিছিল। বৰ অসমৰ বিষয়ে তেওঁৰ আন এটা বিৰাট অভিজ্ঞতা হ'ল ১৯৬৬ চনৰ ফেব্ৰুৱাৰীৰ প্ৰথম সপ্তাহত উত্তৰ লক্ষিমপুৰ চহৰৰ পূবে তিনি কুৰি মাইল আঁতৰত কুলাজানত অনুষ্ঠিত "বান' ক'বাং" উৎসৱৰ প্ৰত্যক্ষ অভিজ্ঞতা। তালৈ আমন্ত্ৰিত হৈ বিষ্ণু ৰাভাও গৈছিল, প্ৰধানমন্ত্ৰী, মুখ্যমন্ত্ৰী প্ৰভৃতিও গৈছিল আৰু অৰুণাচলৰ ভিন ভিন লোকগোষ্ঠীৰ নেতৃস্থানীয় লোকসকলো গৈছিল। তেওঁ তাত অৰুণাচলবাসীৰ লগত পৰিচিত হৈ "বান' ক'বাং" বোলা সেই গৱেষণামূলক প্ৰবন্ধটোৰ এঠাইত কৈছে— "সেই আঁকা, মিছমি, পাছি, আলং, গালং, পাদাম, খাচী আদিসকল, সেই আপাতানি (আৱাতানি), ডফলা, বেনিংসকল, সেই আঁকা হুচোসকল, সকলোৰে লগত মিতিৰালি পাতোঁ, হিয়াই হিযাই চা-চিনাকি হওঁ। ....একেই মানুহ, একেই অসমীয়া, ইমান সা-সম্পৰ্ক যে ইটোৰ লগত সিটো অঙহী-বঙহী।"

অনুসন্ধিৎসু সকলে জানে যে বিষ্ণু ৰাভাই অসমৰ ভাষা-সাহিত্য-সংস্কৃতিক বৰলুইত ব্ৰহ্মপুত্ৰৰ লগত তুলনা কৰিছিল। তেওঁ কৈছিল, লেখিছিল যে অসংখ্য সৰু-বৰ নৈ, জান-জুৰি মিলি সৃষ্টি কৰিছে বৰ লুইত ব্ৰহ্মপুত্ৰক সৃষ্টি আৰু ঠিক তেনেকৈ বৰ অসমৰ অসংখ্য সৰু-বৰ জনগোষ্ঠী মিলি তেওঁলোকৰ ভাষা-সাহিত্য, সংস্কৃতিৰ মিলন-মিশ্ৰণ, সমন্বয়-সমাহৰত গঢ়ি তুলিছে অসমৰ অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি। অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি কোনো এটা বিশিষ্ট জনগোষ্ঠীৰ ভাষা-সাহিত্য-সংস্কৃতি নহয়। তেওঁ এই কথাও দঢ়াই দঢ়াই কৈছিল যে সৰু-বৰ নৈ-জান-জুৰিবোৰ শুকাই গ'লে বৰ লুইত ব্ৰহ্মপুত্ৰ যেনেদৰে শুকাই যাব, ঠিক তেনেকৈ অসমৰ সৰু-বৰ ভাষা-সাহিত্য-সংস্কৃতি গোষ্ঠীবোৰ শুকাই গ'লে অৰ্থাৎ দুৰ্বল হ'লে বা অসমৰ পৰা আঁতৰি গ'লে অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ প্ৰবাহ হ'ব দুৰ্বল।

ৰাভাৰ সেই আশংকা বাস্তৱত প্ৰতিফলিত হ'লেই।



আজিৰ অসম পূৰ্বৰ বৰ অসমৰ জহি-খহি যোৱা এটা যেন ক্ষুদ্ৰ জকা মাথোঁ। ৰাভাই ইয়াৰ কাৰণে জগৰীয়া কৰিছে অসমৰ উন্নত-অভিজাত ৰূপে পৰিচিত বৰ্ণবাদী অসমীয়া সকলক। 'মিচিং কনেং' উপন্যাসৰ এঠাইত এই কথা চিত্ৰিত কৰি



কৈছে— "এইখন অসমীয়া গাঁও, সিখন মিৰি (মিচিং) গাঁও।" উপন্যাসখনৰ নায়ক কুমং শনিবৰীয়া স্কুলৰ পৰা ৰ'দে ৰ'দে আহোতে পিয়াহত ৰ'ব নোৱাৰি বাটৰ কাষত থকা ৰাজহুৱা কুঁৱাৰ পৰা পানী তুলি পীছিল আৰু তাৰ কাৰণে নেতৃস্থানীয় হিন্দুৰ পৰা পাইছিল অশোভনীয় গালি। মিচিং কিশোৰ কুমঙৰ স্পৰ্শত হেনো কুঁৱাটোই অপৱিত্ৰ হৈ গ'ল। এনে ঘটনা কাল্পনিক নহয়, সমাজ বাস্তৱেই। দুখৰ বিষয় যে সম্প্ৰতি এক বিংশ শতিকাতো তাৰ বীজ মৰা নাই, ধৰ্ম, সম্প্ৰদায়, জাত-পাতৰ ব্যৱধানৰ নামত অমানৱীয় আচৰণৰ অন্ত পৰা নাই। আজিও অৱশিষ্ট অসমৰ তথাকথিত উচ্চ-অভিজাত সকলৰ মাজত উঠি আছে 'মোক নুচুবি, মোক নুচুবি' আৰাও। সম্প্ৰতি শংকৰ সংঘ অসমৰ সৰ্ববৃহৎ সংগঠন, কিন্তু শংকৰ সংঘই তুচ্ছতা সংকীৰ্ণতা পৰিহাৰ কৰি মানুহ মাত্ৰকে আপোন ৰূপে গ্ৰহণ কৰিব পাৰিছে নে? সংঘত শৰণ নোলোৱা সকল দেখোঁ অস্পৃশ্য হৈয়ে আছে। মাজুলীত খৃষ্টান ধৰ্মই খোপনি পুতিবলৈ লোৱা কাৰণে আকৌ আৰাও উঠিছে 'অসম গ্যেল, অসম গ্যেল।' কিয় 'গ্যেল' তাৰ পৰ্যালোচনা কৰি উদাৰ মানৱীয় দৃষ্টিৰে অসমক ৰক্ষাৰ কৰাৰ ব্যৱস্থা কৰা হৈছেনে? অসমৰ সত্ৰীয়া সংস্কৃতিক পুনৰ উজ্জীৱিত কৰাত গুৰুত্বপূৰ্ণ ভূমিকা বহন কৰিছিল বিষ্ণু ৰাভাই। কিন্তু সেইজন বিষ্ণু ৰাভা বৰপেটাৰ কীৰ্তন ঘৰত সোমোৱা অপৰাধত ভকত বৈষ্ণৱ সকলে তেওঁক শাস্তি বিহাৰ লক্ষ্যেৰে বিচাৰ সভাৰ আয়োজন কৰা নাছিল নে? এনে বিবেক বিচাৰহীন আচৰণেই হ'ল অসম আৰু ভাৰতৰো অৱনতিৰ অন্যতম প্ৰধান কাৰণ।

বিষ্ণু ৰাভা ওপজা ঢাকা নগৰ আছিল তেতিয়াই বিদ্ৰোহ বিপ্লৱৰ আড্ডা। ১৯১৭ চনৰ সমাজতান্ত্ৰিক অক্টোবৰ বিপ্লৱে অসম ভাৰতকে ধৰি সমগ্ৰ পৃথিৱীকেই কপাই তুলিছিল। সেই বিপ্লৱৰ কেন্দ্ৰীয় লক্ষ্য আছিল সমগ্ৰ পৃথিৱীকেই এখন সুখময় আনন্দময় পৰিয়াল ৰূপে গঢ়ি তোলা। শৈশৱৰে পৰা বৈপ্লৱিক পৰিৱেশৰ মাজত ডাঙৰ দীঘল হোৱা বিষ্ণু ৰাভাই সমাজতান্ত্ৰিক অক্টোবৰ বিপ্লৱৰ চেতনাৰে অনুপ্ৰাণিত নহ'লে যে অসমৰ ভৱিষ্যৎ অন্ধকাৰ তাক সুস্পষ্ট ভাবেই অনুভৱ কৰিব পাৰিছিল। তেওঁৰ স্পষ্ট উপলব্ধি হৈছিল যে, জাতি-বৰ্ণ, ধৰ্ম-সম্প্ৰদায় ভেদে সকলোৰে সমবিকাশ বা সকলোৰে সমমৰ্যাদা সম্পন্ন নহয় মানে সমাজৰ বিকাশ অসম্ভৱ। চফল ডেকা বয়সতে 'আৱাহন'ৰ বুকুত লেখা





'বৰ অসম' বোলা প্ৰবন্ধটোৰ এঠাইত কৈছিল, "অসমৰ অত্যাচাৰিত আৰু অৱনত জাতি সমূহক আন আন উন্নত জাতিৰ লগত একে আসনতে ঠাই দিবলৈ অসমৰ প্ৰত্যেক ৰাজনীতিজ্ঞ আৰু সমাজনেতাসকলে এতিয়াৰে পৰা চেষ্টা কৰা উচিত। তাকে নকৰিলে অৱনত জাতিসমূহৰ বুকুত বিদ্ৰোহৰ অগনি জ্বলাই অসমত আৰু এটা গৃহকন্দলৰ বাহ সাজি দিয়া হ'ব। (আবাহন, ২য় বছৰ, ১১শ সংখ্যা) সমাজৰ বিভিন্ন দিশৰ বৰমুৰীয়া সকলৰ মানত সাম্য-সমতাৰ ভেটিত অসম ভাৰত গঢ়িব বিচৰা কাৰ্য্য আছিল দেশদ্ৰোহৰ জ্বলন্ত নিদৰ্শন আৰু সেই কাৰণেও সাম্যবাদী ৰাভাৰ মূৰৰ-বিনিময়ত চৰকাৰে সৌ তেতিয়াই ঘোষণা দিছিল বহু হাজাৰ টকা।

ৰাভা বিচ্ছিন্নতাবাদী নাছিল। বড়োসকলে সুকীয়া ৰাজ্যৰ দাবীত গঢ়া আন্দোলনৰ তেওঁ আছিল বিৰোধী। তেওঁক নুবুজিলে আজিও বুজা নাই। তাৰ ফলতে বৃদ্ধি পাইছে বিচ্ছিন্নতাবাদে। সাম্যৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ এক জাতি, এক প্ৰাণ, একতাৰ মন্ত্ৰেৰে দীক্ষিত হোৱাহেঁতেন যে অসম ভাৰতৰ পৰা মাথোঁ বিচ্ছিন্নতাবাদেই লোপ পালেহেঁতেন তেনে নহয়, সমূহ জনগণৰ সমানুপাতিক বিকাশৰ ফলত বৰ অসম, বৰ ভাৰত গঢ়ি তোলাৰ চেতনাও শিৰে শিৰে প্ৰবাহিত হ'লহেঁতেন। বিষ্ণু ৰাভাৰ জন্ম শতবৰ্ষ উৎসৱ চলিছে। কিন্তু কিমানজনে পুনৰ বৰ অসম বা বৰভাৰত গঢ়াৰ চেতনাৰে উদ্বুদ্ধ হৈছে। সচেতন মানুহ মাত্ৰেই অনুভৱ কৰিব লাগিব যে, বিষ্ণু ৰাভা আছিল সাম্যবাদী বিপ্লৱী। সাম্যবাদী বিপ্লৱ সফল নহয় মানে কোনেও প্ৰকৃত অৰ্থত সুখ-শান্তি লাভ কৰিব নোৱাৰে। এই কথাও উপলব্ধি কৰিব পাৰিব লাগিব যে সাম্যৰ ভেটিত অসমক গঢ়ি তুলিব পাৰিলে ক্ৰমে ক্ৰমে সমগ্ৰ ভাৰতত তথা সমগ্ৰ বিশ্বত বিভেদ বিচ্ছিন্নতাহীন সুখময় শান্তিময় মানৱ সমাজ গঢ়ি তোলাও হ'ব সম্ভৱপৰ। লেটিন আমেৰিকাই জানো তাৰ সম্ভেদ দি থকা নাই। আমিও সেই আদৰ্শেৰে অনুপ্ৰাণিত হ'ব লাগিব আৰু সৰ্বক্ষণতে মনত ৰাখিব লাগিব যে শ্ৰেণী সমাজে অতি হীন অতি নিকিন ৰূপে অৱহেলা কৰা জনেও সমাজগঢ়াত নানা ৰূপে অৰিহণা যোগাই আহিছে। ইয়েই হ'ব নতুন সমাজ গঢ়াৰ প্ৰয়াস।



# কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা

শ্ৰীধৰণীধৰ চৌধুৰী

এই বছৰটো বিষ্ণু ৰাভা জন্ম শতবৰ্ষ হিচাপে গাৱেঁ-ভূঞে চহৰে নগৰে ঐকান্তিকভাৱে পালন কৰা হৈছে — বিষ্ণু ৰাভাৰ উপাধিটোৰ পৰা তেওঁক বহুতে ৰাভা জনগোষ্ঠীৰ মানুহ বুলি ভাবে। কিন্তু প্ৰকৃতঅৰ্থত তেওঁৰ পৰিয়ালটো বড়ো জনগোষ্ঠীৰহে। বড়ো-কছাৰী জনজাতিৰ শনিৰামৰ পুত্ৰ গোপাল। শানিৰামৰ পত্নী-বিয়োগৰ ফলত গোপাল মামৰীয়া হয় আৰু তেওঁৰ পিতৃবন্ধু তেজপুৰ পুলিচ ৰিজাৰ্ভৰ ইনস্পেক্টৰ নিসন্তান চান্দৰৰ ৰাভাই তুলি লয়। ফলত মুছাহাৰী ফৈদৰ বড়ো কছাৰীৰ পুত্ৰ গোপাল বড়ো গুচি ৰাভা হয়। গোপাল ৰাভাই পল্টনৰ চাকৰি সূত্ৰে ঢাকাত সেই সময়ৰ পূৰ্ববঙ্গ আৰু অসমৰ দুৱলীয়া লাট (গবৰ্ণৰ) চাহাবৰ দেহৰক্ষী (A.G. Coug) থকা সময়ত ঢাকাত ৰাভাদেবৰ জন্ম হয় ১৯০৯ চনৰ ১১ জানুৱাৰী তাৰিখে। ৰাভাদেৱে তাতেই প্ৰাথমিক শিক্ষাগ্ৰহণ কৰি, নাট্য আদিতো যোগদান কৰিছিল। সেই সময়তেই তেওঁৰ সুকুমাৰ কলাৰ প্ৰতি অনুৰাগ আৰম্ভ হয় আৰু ই ওৰেজীৱন তেওঁক মতলীয়া কৰি ৰাখে। ৰাভাদেৱৰ তিনি গৰাকী পত্নী আছিল। তাৰ ভিতৰত বৰ্তমান একমাত্ৰ জীৱিত মোহিনী ৰাভা বড়ো সম্প্ৰদায়ৰ আৰু আৰু বাকী দুজনী প্ৰয়াত প্ৰিয়বালা আৰু কনকলতা কলিতা জাতিৰ আছিল।

গোপাল ৰাভাই অৱসৰৰ পিছত তেজপুৰৰ কলিবাৰীত ঘৰবাৰি সজাই থাকিবলৈ লয়। তেওঁৰ ঘৰৰ সন্মুখতে আজিও থকা বান থিয়েটাৰৰ মঞ্চলৈ বহু দান বৰঙণি আগবঢ়ায়। এই বাণ ৰঙ্গমঞ্চৰ পৰা অসমৰ তিনিগৰাকী খ্যাতনামা কৃতি সন্তান — ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ, কলাগুৰু বিষ্ণুপ্ৰসাদ আৰু নটসূৰ্য্য ফণী শৰ্মাৰ আৱিৰ্ভাৱ হয়। অসমৰ আন কোনো ৰঙ্গমঞ্চই এনেকুৱা কৃতিত্ব দাবী কৰিব নোৱাৰে। ওপৰোক্ত তিনিজনৰ উপৰি প্ৰয়াত তুলসী দাস প্ৰয়াত বিজয় শৰ্মা আৰু প্ৰয়াত দেবেন শৰ্মা আদিয়ে অভিনয়ৰ জগতত বহু নাম কৰি গৈছে। গোপাল ৰাভাই তেজপুৰ চহৰৰ অন্তৰত





পৰিয়ালটোৰ বাবে বহু ৰজিত মাটিও কিনিছিল কিন্তু সেই মাটিৰ এবিঘাৰো ধান ঘৰলৈ নাহিল। ৰায়তবিলাকে মাটিবোৰত ধান ৰুইছিল। কিন্তু ৰাভাদেৱে আদৰ্শবাদৰ কাৰণেই সেই গৰীব সকলৰপৰা একো নিবিচাৰিলে।

ৰাভাদেৱ আছিল একেধাৰে নাট্যকাৰ, অভিনেতা, গীতিকাৰ, সুৰকাৰ, গায়ক, প্ৰবন্ধ লেখক, চুটি গল্প লেখক আৰু চিত্ৰ শিল্পী। তেওঁৰ নৃত্যৰ কথা কবই নালাগে। তেওঁৰ তাণ্ডব নৃত্য দেখি সেইসময়ৰ বাৰনসী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য সৰ্বপল্লী ৰাধাকৃষ্ণণে তেওঁক কলাগুৰু উপাধি প্ৰদান কৰিছিল। তেওঁ কিন্তু কেতিয়াও গুৰু হ'ব বিচৰা নাছিল।

বিশ্বৰ ছন্দে ছন্দে মহানন্দে
নাচা তমোহৰ দেউ নাচা
এই তমোহৰ দেউজন ৰাভা নিজেই।

বিষ্ণুপ্ৰসাদে ডেকা বয়সত বহু প্ৰেমৰ গীত ৰচনা কৰিছিল- যেনে

মোৰ কবিতাৰ ছন্দ লাগি
স্পন্দন তোৰ জাগে নে?
কথা মালিতাৰ ছন্দ লাগি
সোণৰ সপোন ভাঙে নে?

লগন উকলি গ'ল, নাহৰ ফুলে নুশুৱায়, পৰ জনমৰ শুভ লগনত, মেখানি বেলাৰ বিদায় গগন, কিবা যেন নাই আজিও নাই, হিয়া ফুলনিত কি ফুল ফুলালে, মেঘৰ বুকু ফালি আনি, শুনা সেই গান— এই গীতবোৰত আছে ৰণ সুৰৰ সৌন্দৰ্য। কাৰুণ্যই এই গীতবোৰ শ্ৰুতিমধুৰ কৰি তুলিছে। ৰাভাদেৱে কোচবিহাৰত P.Sc পঢ়ি থকা সময়ত এটা ছড়া লিখি চাৰিওফালে বিলাই দিছিল। ছড়াটো এনেকুৱা —

এখানে আছে দুটি পাঠা
একটি কালো আনটি সাদা,
যদি দেশের মঙ্গল ছাও
ঐ দুটোকে বলি দাও।



এয়েই তেওঁৰ বিপ্লবী চেতনাৰ প্ৰথম প্ৰকাশ। এই কাৰণেই তেওঁক কোচবিহাৰৰ কলেজৰ পৰা খেদি পঠিওৱা হ'ল। 'মুক্তিৰ দেউল' নামৰ নৃত্য নাটিকাখনত



অন্তৰ্ভুক্ত গীতবোৰ তেওঁৰ বৈপ্লবিক চেতনাৰ দলিল। তাৰ ভিতৰত বিশ্বৰ ছন্দে ছন্দে, ভাঙ ভাঙ লোহাৰ শিকলি ভাঙ, ব'ল ব'ল ব'ল কৃষক শক্তিৰ দল, হে বিপ্লৱী বীৰ অধিনায়ক হে -- এইবোৰ গীত তেওঁ লিখিছিল অসহায় জাতিক লক্ষ্য কৰি। তেওঁ বুজি পাইছিল জনতাৰ জীৱন আৰু মননৰ পূৰ্ণ বিকাশ নহ'লে, জনতা দুখ দুৰ্দশাৰ পৰা মুক্ত নোহোৱালৈকে দেশৰ সভ্যতা আৰু সমাজত অশান্তি দূৰ নহয়, মাৰ্ক্সীয় বিশ্ববীক্ষা গ্ৰহণ কৰাৰ ফলত ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ কালত তেওঁৰ মন বিপ্লৱী হৈ উঠিছিল। তেওঁ সশস্ত্ৰ বিপ্লবেই বিচাৰিছিল। কিন্তু সাধাৰণ দৰিদ্ৰ মানুহবোৰৰ কথা ভাবি তেওঁ সংযমৰ পথ গ্ৰহণ কৰিছিল। তেওঁৰ গীত নৃত্য আদিৰ মাজেৰে তমোহৰ দেউ হৈ, সুৰৰ দেউলৰ পূজাৰী হৈ, কৃষক বণুৱাৰ অগ্ৰগতিক বন্ধ কৰা দুৱাৰ খুলিবলৈ সংস্কৃতিৰ ব্যৱহাৰ কৰিছিল। এই গীতবোৰৰ সুৰ আৰু ছন্দত ফুটি উঠা বিপ্লৱী চেতনাক তেওঁৰ অভিযানৰ সমল কৰিছিল। মাৰ্ক্সীয় বীক্ষাৰ প্ৰতিধ্বনি এই গীতবোৰত ধ্বংস, সৃষ্টি বৈপ্লবিক চেতনাৰ নান্দনিক ৰূপত ফুটি উঠিছে। তেওঁৰ পাঁচ বছৰকাল অজ্ঞাতবাসৰ সময়ত তেওঁ গোটেই অসমৰ ইমূৰৰ পৰা সিমূৰলৈ পাহাৰে ভৈয়ামে ঘূৰি ঘূৰি সমাজৰ প্ৰকৃত ৰূপটো আয়ত্ব কৰিছিল। এচাম ধনী সম্প্ৰদায়ে দৰিদ্ৰসকলক নানা অত্যাচাৰ, উৎপীড়ন কৰিছিল। সেইবোৰ প্ৰত্যক্ষ কৰি তেওঁ আঘাত পাইছিল আৰু সেই ব্যৱস্থাৰ পৰিবৰ্তনৰ কাৰণে গোটেই জীৱন যুদ্ধ কৰিছিল কলা সংস্কৃতিৰ মাধ্যমেৰে এজন বিপ্লৱী শিল্পী সৈনিক হৈ। তেওঁ নিজে কৈছে 'প্ৰায় দহ হাজাৰ মাইল ভ্ৰমণ কৰি যি অভিজ্ঞতা অৰ্জন কৰিলো, ৰাইজৰ যি কৰুণ দৃশ্য দেখিলো, তাৰে কিছুমান সৰলচিতীয়া হোজা গাঁৱলীয়া হালোৱা হজুৱা ৰাইজৰ কাৰণে সহজ সৰল ভাষাত লিখিছিলো।' আন এঠাইত গল্পৰ কথা এনেদৰে উল্লেখ কৰিছে 'এই দুয়োটা গল্প সহজ সৰল ভাষাত ৰচনা কৰা হৈছে যাতে জনসাধাৰণে সহজে বুজিব পাৰে।" ইয়াত ৰাভাই তেওঁক গল্প পুথি 'সেনাপাহি'ৰ কথা কৈছে। এই পুথিখনত সৰ্বমুঠ চাৰিটা কাহিনী আছে। তাৰে দুটা হ'ল 'হিয়াৰ পুং' আৰু 'মামীৰ হাৰ'। তেওঁ





আৰু কৈছে যে এই গল্পবিলাক শিক্ষিত সম্প্ৰদায়ৰ কাৰণে লিখা হোৱা নাই। তেওঁলোকে বৰ ডাঙৰ আশালৈ কিবা বিচাৰি পঢ়িলে নিৰাশ হ'ব। হোজা ৰাইজৰ দৃষ্টিভংগীৰে পঢ়িলেহে অলপ তৃপ্তি পাব।

বিষ্ণু ৰাভা সঙ্গীতৰ এজন সৃষ্টিশীল ব্যক্তিৰ উপৰি ভাৰতীয় সঙ্গীতৰ ব্যাকৰণত তেওঁ সিদ্ধহস্ত আছিল। তেওঁ হিন্দুস্থানী আৰু বৰগীতৰ বিভিন্ন তাল আৰু ৰাগৰ সম্বন্ধে বিশেষভাবে আলোচনা কৰি গৈছে। তেওঁক ভৰত মুনিৰ নাট্যশাস্ত্ৰ, শাৰঙ্গধৰৰ সংগীত ৰত্নাকৰ, সংগীত দৰ্পন, সংগীত তৰঙ্গ আদি প্ৰাচীন সংগীত শাস্ত্ৰৰপৰা বহুতো উদ্ধৃতি দিছে । "বিষ্ণু ৰাভাৰ ৰচনাসম্ভাৰ'ত আমি দেখিবলৈ পাওঃ তেওঁ কৈছে ভাৰতৰ সঙ্গীত আকাশত তিনিটা সাঙ্গীতিক জোতি মঘন দেখিব। হিন্দুস্থানী সঙ্গীত পদ্ধতি উত্তৰ ভাৰতৰ প্ৰভাব বিস্তাৰ কৰি আছে, কৰ্ণাটক সঙ্গীত পদ্ধতি দক্ষিণ ভাৰতৰ শিক্ষা স্বৰূপে প্ৰকাশ কৰি আছে আৰু কামৰূপীয় সঙ্গীত উত্তৰ বঙ্গক অন্তৰ্ভূক্ত কৰি গোটেই অসমত নিজক ক্ষীণ ৰূপ আজিও বিকৃতভাবে বিৰাজ কৰি আছে। এই বিষয়ত জ্যোতিপ্ৰসাদৰ মতো একেই আছিল।

সকলো পণ্ডিতৰ মতে নাট্যকলা সকলো কলাৰ ভিতৰত শ্ৰেষ্ঠ। নাট্যকলাৰ ভিতৰত গীত বাদ্য, নৃত্য আৰু বচন সকলো অন্তৰ্ভূক্ত বিষ্ণু ৰাভাইও সেই কাৰণে তেওঁৰ মানসতাত যি স্বৰূপ সিয়েই তেওঁৰ নাট্য ৰচনাকো প্ৰভাবান্বিত কৰিছে। ভাৰতৰ স্বাধীনতা সংগ্ৰাম, বিশেষকৈ ইয়াৰ শেষ পৰ্যায়ৰ কথা তেওঁৰ কেইখনমান সামজিক নাটকত প্ৰকাশ পাইছে। তেওঁ সশস্ত্ৰ বিদ্ৰোহত বিশ্বাসী আছিল। তথাপি জাতীয় সংগ্ৰামৰ মূল বিষয়ত তেওঁৰ যি সাধাৰণ বিশ্বাস সেইয়া নাটকত ব্যৱহাৰ হৈছে। ল'ৰা-ছোৱালীৰ মনত এই অহিংস যুদ্ধৰ ঢৌ উঠা, ৪২ বিপ্লবৰ কাৰ্যকলাপ সংগ্ৰামৰ কাষে কাষে এক শ্ৰেণী শঠ মানুহৰ দূৰ্নীতি পৰায়ণতা ইত্যাদি চিত্ৰ তেওঁ যথেষ্ট সংযমভাবেই অংকন কৰিছে।

বিষ্ণু ৰাভাৰ নাটকসমূহ আমি এনেদৰে ভাগ কৰিব পাৰো, নৃত্যনাটিকা বা সঙ্গীতামোখ্য, সামাজিক নাটক, কাল্পনিক নাটক, কাব্যনাটৰ বুৰঞ্জীমূলক আৰু জীৱনীমূলক নাটক। সামাজিক নাটক কেইখনত সমাজৰ বাস্তব ছবি ৰূপায়ন কৰিবলৈ যাওতে সেই সময়ৰ সৰ্বাধিক গুৰুত্বপূৰ্ণ দিশটো, অৰ্থাৎ, ভাৰতৰ স্বাধীনতা





আন্দোলনৰ প্ৰসঙ্গতো স্বদেশ প্ৰেমৰ বিষয়টোৱে প্ৰাধান্য লাভ কৰিছে। প্ৰায়কেইখন নাটকতে অসমৰ গাৱলীয়া সমাজৰ একোখন নিখুত প্ৰতিচ্ছবি ফুটি উঠিছে। কল্পনিক পটভূমি লৈ ৰচনা কৰা তেওঁৰ ৰোমাণ্টিক ব্যক্তিত্বৰ পৰিচয় পোৱা যায়। ৰাভা মূলতঃ এজন গীতিকাৰ আৰু গায়ক হোৱা কাৰণে তেওঁৰ নাটকসমূহত গীতাংশই প্ৰাধান্য লাভ কৰিছে।

বিষ্ণু ৰাভাই নাট্যৰ মাধ্যমেৰে তেওঁৰ জীৱনৰ দুটা প্ৰধান মতামত মাৰ্ক্সীয় পন্থাৰে জনগণৰ উত্তৰণ আৰু দ্বিতীয়তে সমগ্ৰ জনগোষ্ঠীয় সমন্বয়ৰ মাজেৰে বৃহৎ শক্তিশালী অসম গঢ়ি তোলে। তাৰেই সচেতন বিন্যাস দেখা যায় তেওঁৰ সামাজিক নাটক কেইখনত।

ৰাভাই ফনী শৰ্মাৰ লগত দ্বৈতভাবে চিৰাজ কথাছবি পৰিচালনা কৰিছিল আৰু ছবিখনৰ সঙ্গীত পৰিচালনাও কৰিছিল। সেইখন ছবি হিন্দু মুছলমানৰ সমন্বয়ৰ ভেটিত লক্ষীধৰ শৰ্মাৰ দ্বাৰা ৰচিত আছিল। অভিনয়ত ৰাভাই বহু মুখ্য চৰিত্ৰত ভাও দিছিল। তেওঁ ফনী শৰ্মাৰ লগত গাৱেঁ-ভূঞেং, চহৰে-নগৰে থিয়েটাৰ কৰিও ফুৰিছিল। কিন্তু ফনী শৰ্মাৰ কিয় নাটৰ "গেঠু", চিৰাজৰ আঘোণা আৰু এৰাবাটৰ সুৰৰ ভুজলুং কাকাৰ অভিনয় কৰি তেওঁ অত্যন্ত আনন্দিত হৈছিল বুলি নিজেই কথাত উল্লেখ কৰিছে। ইয়াৰ কাৰণ জল্-জল্ পট্-পট্। এই ধৰণ নিম্নবৰ্গৰ দৰিদ্ৰলিষ্ট মানুহৰ জগতখনেই তেওঁৰ আটাইতকৈ প্ৰিয়, সেই জগতখনৰ ৰূপান্তৰৰ বাবেই তেওঁ ঝঞ্জা বিজয়ী হৈছিল। ৰাভাই ওঠৰটা ভাষা জানিছিল। এবাৰ তেওঁ শান্তি নিকেতনত ১৬ টা ভাষাত গীত গাই দৰ্শকক মুগ্ধ কৰিছিল।

জ্যোতিপ্ৰসাদক ৰাভাই কেৱল অন্তৰেৰে ভাল পোৱাই নহয়, গুৰুৰ নিচিনা ভক্তি কৰিছিল। জ্যোতিপ্ৰসাদৰ বহু গানৰ সুৰ ৰাভাৰ দ্বাৰা দিয়াইছিল। সেই কথা তেওঁ নিজে স্বীকাৰ কৰি গৈছে। জ্যোতি প্ৰসাদ আৰু বিষ্ণুপ্ৰসাদ দুয়োৰে জীৱন দীঘলীয়া নহয়। দুটোজনে আৰু কিছুদিন জীয়াই থাকিলে অসমে আৰু বহুত কিবাকিবি পালেহেঁতেন। সেইটো আমাৰে দুৰ্ভাগ্য। কিন্তু চমু জীৱনতে দুয়োজনে যি দান দি গৈছে সেয়া অনন্য। তেওঁলোকৰ দুজনৰে ৰাজনৈতিক পাৰ্থক্য নোহোৱা নহয়। বিষ্ণুপ্ৰসাদ যৌবন কালৰ পৰাই মাৰ্ক্সবাদী। কিন্তু জ্যোতিপ্ৰসাদ গান্ধীবজীৰ





অহিংস নীতিৰহে বিশ্বাসী আছিল। জীৱনৰ শেষৰ ফালে তেওঁ কাগ্রেছ চৰকাৰৰ কাম-কাজৰ বহু বিসংগতি দেখা পাই তেওঁ বাওপন্থী দৰ্শনৰ ফালে ঢাল খাইছিল। জ্যোতিপ্রসাদৰ মৃত্যুত ৰাভাই এটি দীঘলীয়া কবিতা লিখি গৈছে। তাৰ কেইটামান শাৰী এনেকুৱা ঃ--

'আজিতো লাগে তোমাৰেই স্মৃতি
সুৰেই তোমাৰেই কৃতি
মেলো তোমাৰেই জ্যোতি
গাই তোমাৰেই গান
হে জ্যোতি সিদ্ধ তাপস কুমাৰ ৰূপ সাধক
দধীচি জ্যোতিস্মান।'

-বিষ্ণু ৰাভাৰ ফনী শৰ্মাৰ লগত যি বন্ধুত্ব আছিল সেয়া ভাষাৰে বৰ্ণাব নোৱাৰে। ফনী শৰ্মাই নিজেই লিখিছে যে তেওঁৰ পিতৃয়ে জীৱন কালতে তেওঁ নিজৰ পিণ্ড নিজে দি আছিল। তাৰ কাৰণ ৰাভাৰ লগত শৰ্মাৰ সম্বন্ধ আৰু ৰাভাৰ লগত অখাদ্য খাদ্য খোৱা অভ্যাস। সেয়ে একমাত্র পুত্ৰকো তেওঁ পিণ্ডদানৰ পৰা বিৰত কৰিছিল।

ৰাভাৰ গোটেই জীৱন ইমান বিস্তৃত ঘটনাৰে পুৰিপুষ্ট যে সেই সকলোবোৰ লিখিবলৈ গ'লে এখন মহাভাৰত হ'ব। গতিকে এই ছুটি প্ৰবন্ধটোত দুই এটা বিষয়ৰহে চমু আভাস দিয়া হ'ল। দ্বিতীয় এটা কথা মোৰ লগত ৰাভাৰ সম্বন্ধ অতি নিবিড় আছিল। তথাপি মই কিয় সেইবিষয়ে একো উল্লেখ নকৰিলো। তাৰ কাৰণ বাবুল দাস সম্পাদিত 'বিপ্লবী শিল্পী বিষ্ণু ৰাভাৰ সান্নিধ্যত" মই সেই বিষয়ে বিতংকৈ লিখিছোঁঃ মোৰ তেওঁৰ লগত পৰিচয়, সম্বন্ধ আৰু সান্নিধ্যৰ কথা। সেয়ে মই পুনৰ ছৰ্বিত চৰ্বন কৰিব নিবিচাৰিলো। বিষ্ণু ৰাভাৰ শেষ গীতৰ কিছু অংশ -

"ৰসেৰে গুণে হ'ল জীৱনৰ শেষ
পুৱতী তৰাও নুঠে
বাঁহৰ আগেদি পুৱাৰ বেলিয়ে
ৰঙা মুখ তুলি জুমে
শিখাৰ লগৰী বিদায় ৰাগিনী
ৰাইজৰ পদ চুমে।"



# মৃত্যুৰ মহাক্ষণৰ পূৰ্বে কমৰেড কলাগুৰু বিষ্ণু প্ৰসাদ ৰাভাৰ অন্তিম লিখনি, ষষ্ঠেন্দ্ৰিয় নিদৰ্শন

*লোহিত চন্দ্ৰ দাস*

এয়ে মোৰ শেষ গান।
মোৰ জীৱন নাটৰ
শেষ ৰাগিনী কল্যাণ খৰমান।
পাতনিতে গালোঁ ধেমালী নান্দি
ভঙ্গী সূত্ৰধাৰ।
হাঁহি-ধেমালিতে ভাও দিলোঁ নানা
বোৱালোঁ অশ্ৰুধাৰ।।
নৱ নৱ ৰসে বালোঁ ভাওঁনা
আশা নিৰাশাৰ।
আজি হ'ল মোৰ জীৱন নাটৰ
ভাওঁনাৰ অৱসান।।
নীল আকাশৰ পুৱতি তৰা
ঢিমিকি ঢিমিকি জ্বলে।
সিও যাব নুমি একে নিশাহতে
বেলিৰ পোহৰ পালে।।
ঠগিৰ লগতে বন্তিৰ শিখা
নুমো নুমোকৈ নাচে।
খৰমান তালৰ কল্যাণ ৰাগৰ
ছেৱে অপৰূপ ঠাচে।।
দোষে গুণে হ'ল ভাওঁনাৰ শেষ
পুৱতি তৰাও নুমে।





বাঁহৰ আগেদি উঙাৰ বেলিয়ে
ৰঙামুখ তুলি জুমে।।
শিখাৰ নগৰী বিদায় ৰাগিনী
ৰাইজৰ পদ চুমে।
আজি হ'ল মোৰ জীৱন নাটৰ
ভাওঁনাৰ অৱসান।।

সাধক, সিদ্ধপুৰুষসকলে অনেক সত্য, নিশ্চিত সম্ভাৱনা, আনকি নিজ মৃত্যুৰ কথাও আগধৰি গম পায়। ই অন্ধ বিশ্বাসসন্মত সিদ্ধান্ত নহয়, সাধনাৰ পৰিণতি। বিশ্ববৰেণ্য সাধক ত্ৰৈলঙ্গ স্বামীয়ে মৃত্যুৰ পাচ বছৰ পূৰ্বে পাঁচ গৰাকী প্ৰধান শিষ্যক বিভিন্ন আশ্ৰমৰ পৰা মাতি আনি নিজৰ মৃত্যুৰ আগজাননী দিছিল আৰু নিৰ্বিকল্প সমাধি যোগে হ'বলগীয়া মৃত্যুৰ পৰবৰ্ত্তি স্তৰত শিষ্যসকলে সমাপন কৰিবলগীয়া কৰ্তব্য সম্পৰ্কে সোঁৱৰাই দিছিল। এই তথ্য স্বামীজীৰ এগৰাকী একান্ত শিষ্য উমাচৰণ দাসৰ লিখিত "ত্ৰৈলঙ্গ স্বামীৰ জীৱনী" গ্ৰন্থত উল্লেখ আছে।

বহু গুণৰ অধিকাৰী, ষষ্ঠেন্দ্ৰিয় গুণৰে সামৰিও কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰো জীৱনৰ মৃত্যু সম্পৰ্কে আগতীয়া অন্তৰ্দৃষ্টি, সাধনা সৃষ্ট নিৰ্ব্বিকল্প সমাধিৰ লেখীয়া স্থিতি আছিল বুলি ধৰি লোৱাৰ এক পটভূমিৰ কথা নিবেদিবলৈ লৈছোঁ। তেখেতে জানিছিল যে অচিৰে তেখেতে মৃত্যুবৰণ কৰিব লাগিব; মৃত্যুৰ কথা জানিও, মৃত্যুভয়ত বিহ্বল নহৈ বৰং মৃত্যুকো এখন জীৱন্ত গতিশীল সংঘটনৰ নাটক ৰূপে গ্ৰাহ্য কৰি মনে-প্ৰাণে আশ্বস্ত হৈ, সভ্যতা-সংস্কৃতিৰ পিতৃভূমিৰ তেৰাৰ প্ৰাণৰো প্ৰাণ, দয়াৰ আধাৰ, কৰ্মজীৱনৰ অনুপ্ৰেৰণা জনজীৱনক লক্ষ্য কৰি অন্তিম বিদায়ৰ মহাক্ষণৰ পূৰ্বে এই গীত ৰচনা কৰি কেনে পৰিস্থিতি, কাৰ হাতত (তত্বাবধানত) কেতিয়া, কিয় দি গৈছিল সেই সত্য তথ্যাহে সদাশয় ৰাইজৰ দৃষ্টিগোচৰ কৰিব বিচাৰিছোঁ।

১৯৬৯ চনৰ ১৯ জুনৰ নিশা ২-২০ মিনিটৰ বহুক্ষণ পূৰ্বেই এই গীত ৰচনা কৰিছিল গুৱাহাটীৰ মহেন্দ্ৰ নাৰায়ণ চৌধুৰী হস্পিতালৰ দুমহলাৰ



শোৱাপাটিত। কোনেও গম পোৱা নাছিল। আসন্ন মৃত্যুৰে মনমগজুত সুস্থ জীৱন প্ৰতিপন্ন কৰি, জন্মলগ্নৰ সচেতন ক্ষণৰ পৰা সাধনাৰ লক্ষ্য মৃত্যু পৰ্য্যন্ত সপ্তভাগত জীৱনটো ভাগ কৰি, সেই বিপ্লৱী জীৱনৰ ক্ৰিয়া-প্ৰক্ৰিয়াসমূহ শংকৰী নাটকীয় কলা-



কৃষ্টিৰ আধাৰত কল্পনাৰে ৰূপায়িত কৰি মৃত্যুৰ পূৰ্বে দি যোৱা গীতটিয়ে কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ কলা সাধনাৰ একাগ্ৰতা সাধনাত সিদ্ধি লাভ কৰা সাধনাৰ জীৱন্ত নিদৰ্শন স্বৰূপ। এই নিদৰ্শনে ষষ্ঠেন্দ্ৰিয়ৰ পৰিচয় দিয়ে।

১৯৬৯ চনৰ ৩১ মাৰ্চত, সেইসময়ৰ শ্বিলঙত থকা অসম বিধান সভা, ভূমিহীন কৃষিশ্ৰমিক আৰু গৰীব কৃষকৰ মাটিৰ দাবীত ঘেৰাও কৰাৰ উদ্দেশ্যে ৫০০০ কৃষিশ্ৰমিক সহ তিনিদিন, তিনি ৰাতি লিখক সদলবলে পদব্ৰজে গৈ সফলতাৰে বিধানসভা ঘেৰাও কৰি, বিধানসভাৰ বাহিৰলৈ ওলাই আহি ৰাইজক শুভেচ্ছা জনোৱা মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাদেৱক ৰাজহুৱা স্মাৰক পত্ৰ দাখিল কৰাৰ অন্তত, লিখক সদলবলে সফলতাৰে গুৱাহাটীলৈ উভটি আহিল কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাক মহেন্দ্ৰ মোহন চৌধুৰী হস্পিতালতে সান্নিধ্য লাভ কৰাৰ সুযোগ হৈছিল। ৰুগ্ন দেহেৰে মোৰ লগত কথা-বতৰা হৈছিল। মোৰ ক্লান্ত শৰীৰেৰে দুৰ্বাৰ আঘাট অনুভৱ কৰিছিলোঁ।

মহেন্দ্ৰ মোহন চৌধুৰী হস্পিতালৰ পৰা এখন ৰিক্সাৰে কলাগুৰু, মই গুৱাহাটী ক্লাবৰ নিকটৱৰ্তী ৰাজ্যিক কমিউনিষ্ট পাৰ্টি (চি.পি.আই) কাৰ্য্যালয়লৈ আহি, ৰিক্সাৰ পৰা নামিয়েই আবেগ বিহ্বল কণ্ঠেৰে লিখকক লক্ষ্য কৰি মাত্ৰ এষাৰ কথাহে ৰাভাদেৱে কৈছিল— "লোহিত। শেষত এয়েহে হ'ল"। ইয়াৰ অৰ্থ বুজিবলৈ মোৰ বাকি নাথাকিল। বোম্বেৰ সুবিখ্যাত টাটা ইনষ্টিটিউটত চিকিৎসাৰ কোনো সুফল নহ'ল। মহেন্দ্ৰ মোহন চৌধুৰী হস্পিতালৰ কথাই নাই। মৃত্যু অনিবাৰ্য্য!! কলাগুৰু ৰাভাদেৱে ৰিক্সাৰ পৰা নামি পাৰ্টি কাৰ্যালয়লৈ সোমাই গ'ল। মই নিৰ্বাক নিষ্পন্দ হৈ কিছুসময় অপেক্ষাৰত হৈ থাকিলোঁ।

ঠিক সেই মহাক্ষণতে গুৱাহাটীত ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ অসম ৰাজ্য পৰিষদৰ ৰূপালী জয়ন্তী মহোৎসৱ অনুষ্ঠিত হৈ আছিল। মহোৎসৱৰ মুল হোতা আছিল ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ সাধাৰণ সম্পাদক কমৰেড চি. ৰাজেশ্বৰ ৰাও। সেই মহোৎসৱলৈ ৰাভাদেৱে অসুস্থতাৰ বাবে সোশৰীৰে যাব নোৱাৰি এটি যাউতীযুগীয়া বাৰ্তা পঠাইছিল। সেই বাৰ্তা আছিল সাম্যবাদী দীক্ষা সাধকৰ পৃথিৱীৰ সংগ্ৰামী তৃণমুল পৰ্য্যায়ৰ জনজীৱনে সাধনাৰ মাজেদি গঢ়ি উঠা ভক্তি, প্ৰেম আৰু মানুহে মানুহৰ বাবে কৰণীয় সৃষ্টিশীল কৰ্তব্যৰাজীৰ নিদৰ্শন। মাৰ্ক্সবাদী আদৰ্শৰ দীক্ষা লৈ মানুহৰ মাজত প্ৰান্তে প্ৰান্তে পদব্ৰজে, যানবাহনেৰে





১০,০০০ মাইল পথ অতিক্রম কৰি উপলব্ধি কৰিছিল ৰাইজেই গণদেৱতা, হিয়াৰ আমঠু আৰু প্ৰেৰণাৰ উৎস। সোণালী জয়ন্তী মহোৎসৱলৈ প্ৰেৰণ কৰা কমৰেড ৰাভাৰে বাৰ্তা, কলাপ্ৰেমী, মানৱ প্ৰেমী তথা বিপ্লৱীসকলৰ বাবে এক অনবদ্য প্ৰেৰণাদায়ক বাণী। সেই ভীষ্মৰ শৰৰ লেখীয়া অমোঘ বাণী তেৰাৰ মৃত্যুৰ পূৰ্বে অৰ্থাৎ ১৯-০৫-১৯৬৯ ইং তাৰিখে ৰাভাদেৱে ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ অসম ৰাজ্য পৰিষদৰ দ্বাৰা গুৱাহাটীত অনুষ্ঠিত ৰূপালী জয়ন্তী উপলক্ষে স্ব-লিখিত এই গুৰুত্বপূৰ্ণ বাণী ছপা হোৱা স্মৰণিকাৰ পৰা পাঠক বৃন্দৰ অবগতিৰ বাবে উল্লেখ কৰিলোঁ— "ৰাইজেই গণদেৱতা। গণদেৱতাৰ অতীত হিয়াত কিমান দয়া, কিমান কৃপা। অথচ এই প্ৰাণৰো প্ৰাণ কিমান অজেয়। এই ৰাইজৰ হিয়া কোহৰ পৰা কৃষ্টি অমৃতৰ শিৰৰ টোপালবোৰ বুটলি আনি মই মোৰ নিজৰ মৌকোহত ভৰাই লওঁ। সেই মৌ কোহৰে ৰহঘৰা, মৌচাক সাজি, তাৰপৰা নিগৰি নিগৰি ওলোৱা ৰসত টোপালবোৰ বিলাই দিবলৈ ধৰোঁ ......। যিসকল অসমীয়াৰ প্ৰাণস্বৰূপ, যিসকল অসমীয়া সংস্কৃতিৰ ধাৰক বাহক, সেইসকল হালোৱা, হজুৱা, বনুৱা, মজলীয়া ৰাইজক সঙ্গী কৰি লৈ, দলিত, নিষ্পেষিত আৰু নিপীড়িত, সেই ৰাইজৰ মাজত জপিয়াই পৰি, মাৰ্ক্সীয় দৰ্শন, মাৰ্ক্সীয় অৰ্থনীতি, দ্বন্দবাদৰ লগত পৰিচিত হৈ আৰু লেনিনবাদৰ সম্যক উপলব্ধিৰ আশাত, ৰাইজক মাৰ্ক্সীয় দৰ্শনৰ প্ৰতি উদ্বুদ্ধ কৰাৰ কাৰণে নিজৰ সকলো শক্তি নিয়োগ কৰোঁ আৰু মাৰ্ক্সবাদী দৰ্শন গ্ৰহণ কৰি কমিউনিষ্ট দলৰ সদস্য হৈ থাকি শেষ নিশ্বাস ত্যাগৰ আশাৰে ৰৈ আছোঁ। স্বাঃ বিষ্ণুপ্ৰসাদ ৰাভা ১৯। ০৫। ৬৯ ইং।"

পুনঃ সেই মহাক্ষণলৈ আহোঁ। ১৯৬৯ চনৰ ১৯ জুনৰ নিশা। গুৱাহাটীৰ কমিউনিষ্ট পাৰ্টি অফিচত লিখক, কমৰেড বিষ্ণু বৰা, কমৰেড দধি মহন্ত, কমৰেড সুৰেন ভট্ট নিশা টোপনিত লাল-কাল। হঠাৎ ফোনটো বাজি উঠিল। চকু মোহাৰি মোহাৰি মই ফোনটো ধৰিলোঁ আৰু চি.পি.আই. অফিছৰ পৰা মই লোহিত দসে কৈছোঁ বোলাৰ লগে লগে আনটো ফালৰ পৰা তেজপুৰৰ জীৱন কলিতাই উচুপি উচুপি ক'লে— "কমৰেড ৰাভাৰ অন্তিম ক্ষণ, যদি চাব খোজে আহক।"





আমি খৰধৰকৈ ওলাবলৈ ললোঁ। কমৰেড দধি মহন্তই ক'লে— "কমৰেড দাস! আপুনি ৰাভাক ভালকৈ জানিছিল। গতিকে 'জনমত'ৰ এটা সম্পাদকীয় লিখি উলিয়াওক। মই কমৰেড ফনি বৰাক খবৰ দিওঁ। গাড়ী এখনো যোগাৰ কৰোঁ।

চকুপানী মচি মচি ১৯৪৬ চনৰ এক মহাক্ষণত নলবাৰীত শিল্পী হিচাবে লগ পোৱা কমৰেড ৰাভাৰ বিষয়ে যিখিনি জানোঁ নলবাৰীৰ পৰা ৰায়বাহাদুৰ কনকলাল বৰুৱাৰ নাতি কমৰেড লোকনাথ বৰুৱাসহ পলাতক জীৱনৰ পাতনি মেলা কমৰেড ৰাভাৰ সাম্যবাদী জীৱনৰ ঐতিহাসিক ছন্দোময় ক্ষণবোৰ সাধ্যানুযায়ী লিখি উলিয়ালোঁ।

শেষ নিশা প্ৰায় ২-৫০ মিনিটত আকৌ ফোন আহিল তেজপুৰৰ পৰা— "কমৰেড ৰাভাৰ চিৰবিদায়।" এই মহানিশাৰ শেহ নিশাই আমাক শোক বিহ্বল কৰি তুলিলে।

খৰধৰকৈ কমৰেড ফণি বৰা, দধি মহন্ত, বিষ্ণু বৰা, সুৰেণ ভট্ট আৰু লিখকে কলাগুৰু কমৰেড বিষ্ণু ৰাভাৰ অন্তিম দৰ্শন আৰু কমিউনিষ্ট পাৰ্টিৰ পক্ষৰ পৰা শ্ৰদ্ধা তৰ্পনলৈ শোক বিহ্বল যাত্ৰা আৰম্ভ হ'ল।

ৰাতিপুৱা ৮-৩০ বজাৰ পূৰ্বে তেজপুৰত উপস্থিত হৈ শোকাভিভূত ৰাইজৰ যি দৃশ্য দেখা গ'ল সি বৰ্ণনাতীত দৃশ্য। শোকসন্তপ্ত বহু হাজাৰ লোকৰ সমাবেশ। এখন জীপগাড়িত উঠি, চিঞৰি চিঞৰি কেৱল এষাৰ কথাকে আওঁৰাই আছে— "এই বিষ্টু ..... মোক তই এষাৰ কথা নকলি ..... মনে মনে গোপনে গুছি গলি। ৰ' ময়ো গৈ আছো। তোক মই লগ ধৰিমেই .....।" সেইগৰাকী শোকবিধ্বস্ত লোক আছিল নটসূৰ্য ফণি শৰ্মা। কাষত আছিল ৰাভাদেৱৰ দুটি নাবালক লৰা আৰু অন্যতম শিল্পী ধৰণী চৌধুৰী। ৰাভাদেৱৰ মৃত্যুৰ মাত্ৰ কেইমাহমানৰ পিছতে ফণী শৰ্মাই ইহলীলা সম্বৰণ কৰিলে। শোকাভিভূত আমিবোৰে সদলবলে সৎকাৰৰ পুণ্যভূমি মহাভৈৰৱ শ্মশানভুমিলৈ যাত্ৰা কৰিলোঁ আৰু সৎকাৰৰ নিয়ত দায়িত্বসমূহ পালন কৰি ওভতাৰ পথত ড° ভূপেন হাজৰিকাকো লগ পালোঁ।



গুৱাহাটীলৈ সন্ধিয়া ওভটি আহি নবীন বৰদলৈ হ'লত হাজাৰ লোকেৰে অনুষ্ঠিত শোকসভাত কমল চৌধুৰী, উভটি অহা কমৰেড় ফণি বৰা, দধি মহন্ত, সুৰেণ ভট্ট, বিষ্ণু বৰা, লিখক সহ কেবাশ লোকৰ চকুপানীৰে শোকসভা সম্পন্ন কৰা হ'ল।



সেই সভাত কমল চৌধুৰীয়ে প্ৰকাশ কৰা এষাৰ কথা আজিও পাহৰিব পৰা নাই। তেখেতে কৈছিল— "বিষ্ণুপ্ৰসাদ ৰাভাদেৱ আছিল আমাৰ দ্বিতীয়গৰাকী শংকৰদেৱ।" তেখেতৰ সিদ্ধান্তৰ সমৰ্থনত অসংখ্য তথ্য আৰু যুক্তি দাঙি ধৰিছিল। ভাৰতৰ চিনেমা জগতৰ পথ প্ৰদৰ্শক প্ৰমথেশ বৰুৱাৰো আহ্বানক প্ৰত্যাখ্যান কৰি স্বাধীনচিতীয়াকৈ চিনেমা কৰাত গভীৰ মনোনিবেশৰ কথা সেই সভাতে উত্থাপন কৰে কমল চৌধুৰীদেৱে; লগতে এবাৰ চৌধুৰীদেৱে তথ্যপূৰ্ণ সত্য কথা এটা আবেগ বিহ্বল হৈ প্ৰকাশ কৰিছিল— "ৰাভাদেৱৰো হস্তযুগল আছিল আজানুলম্বিত অৰ্থাৎ আঠুৰ তললৈ নমা। ই মোৰ অন্তৰাত্মাৰ সত্য উদঘাটন আজি শোকবিহ্বল দিনত ৰাজহুৱাভাৱে প্ৰকাশিলোঁ।"

সভাৰ মাজতে হঠাৎ "এই মোৰ শেষ গান, জীৱন নাটৰ শেষ ৰাগিনী কল্যাণ খৰমান" গীতটো ৰেডিঅ'যোগে সভাগৃহতে বাজি উঠিল এক সুললিত সুৰত। কাৰ গীত, কোনে হঠাৎ সভাৰ চলন্ত ক্ষণতে সম্মোহন সদৃশ অৱস্থা সৃষ্টি কৰিলে। সভাগৃহ নিতাল নিস্তব্ধ। কেৱল গানটোলৈ গভীৰ মননশীলতাৰে সম্মোহিত হ'ল সভাগৃহত উপস্থিত ৰাইজ।

সভাৰ অন্তিম ক্ষণত এই গীতৰ ৰচক, সুৰকাৰ, গায়ক আৰু ইয়াৰ পটভূমি কমৰেড দধি মহন্তৰ মুখেৰে প্ৰকাশ পালে আৰু আমি আটাইকে স্তম্ভিত কৰিলে।

প্ৰকৃততে এইটো এটা গীতেই নহয়; মৃত্যুবিজয়ী এগৰাকী গণকলা সাধকৰ মৃত্যু বিজয়ী অমৃতবাণী। কি মহাক্ষণত ইয়াৰ সৃষ্টি হৈছিল বাৰু? কমৰেড দধি মহন্তই কোৱামতে বোম্বে টাটা ইনষ্টিটিউটৰ পৰা সম্পূৰ্ণ আৰোগ্য লাভ নকৰাকৈ উভতি আহি, মাত্ৰ কেইদিনমানৰ বাবে গুৱাহাটীৰ মহেন্দ্ৰ মোহন চৌধুৰী হস্পিতালত থকা সময়তে এই অমৰ গীতটি লিখি উলিয়াই ৰাভাদেৱে পৰিকল্পনা কৰিছিল যে তেখেতৰ মৃত্যুৰ লগে লগে গীতটি সুৰ দি আকাশবাণী যোগে এগৰাকী সুৰকাৰে গাব। ইয়াৰ বাবে অতি সংগোপনে এই পৰিকল্পনা কাৰ্যকৰি কৰাৰ দায়িত্ব দিছিল বিখ্যাত কমিউনিষ্ট নেতা যোৰহাটৰ কৰেঙা সত্ৰাধিকাৰৰ পুত্ৰ মাৰ্ক্সবাদী তাত্বিক লিখক, গ্ৰেজুৱেট কমৰেড দধি মহন্তক। ঘটনা ইমানতে সামৰণি পৰা নাছিল। ১৯৬৯ চনৰ ১৯ জুনৰ নিশা তেজপুৰৰ কমৰেড জীৱন কলিতাৰ পৰা





সেই হৃদয় বিদাৰক ফোন অহাৰ লগে লগে কমৰেড দধি মহন্তই গাড়ী যোগাৰ কৰিবলৈ, কমৰেড ফণী বৰাক খবৰ দিবলৈ যোৱা তথ্যসমূহ আগতে উল্লেখ কৰা হৈছে। কমৰেড দধি মহন্তই শোকসভাৰ অন্তিম ক্ষণত কোৱা মতে সেই নিশাই, ফোনযোগে ৰাভাদেৱৰ মহাপ্ৰয়াণৰ বাৰ্তা পোৱাৰ লগে লগে কমৰেড দধি মহন্তই চানমাৰিত থকা অনাতাৰ শিল্পী খগেন মহন্তক সেই নিশাই এই আপুৰুগীয়া গীতটি প্ৰদান কৰি, অতি সন্তৰ্পনে আৰু আবেগ বিহ্বল চিত্তে কয় যে বিষ্ণুপ্ৰসাদ ৰাভাদেৱ আৰু এই জগতত নাই। কমৰেড বিষ্ণু ৰাভাই মৃত্যুৰ পূৰ্বে লিখি উলিওৱা এই গীতটিৰ খাপখোৱকৈ এটি শ্ৰুতিমধুৰ সুৰ দি, তেওঁ আকাশবাণীযোগে মৃত্যুৰ বাৰ্তাৰ লগে লগে প্ৰচাৰ কৰি কমৰেড ৰাভাদেৱৰ অন্তিম ইচ্ছা পূৰণ কৰিব লাগে। শ্ৰীখগেন মহন্তই ৰাভাদেৱৰ অন্তিম ইচ্ছা পূৰ কৰাৰ সদ ইচ্ছাৰে অনুপ্ৰাণিত হৈ তেজপুৰলৈ যোৱাৰ ইচ্ছা পৰিহাৰ কৰি, কমৰেড দধি মহন্তৰ অনুৰোধ ৰক্ষা কৰাই নহয়, ৰাভাদেৱৰ বিদায়ৰ মহাক্ষণটোক মনৰ মাজতে হেচি-চেপি ধৰি মহাপ্ৰয়াণীজনৰ বিদায়ৰ সুৰ সংযোজনেৰে গোটেই দিনটো ব্যস্ত ৰাখি শেষত আকাশবাণীযোগে গীতটি পৰিবেশন কৰি এক মহান সন্ধিক্ষণত সাম্যবাদী, পিস্তলধাৰী, সুৰকাৰ, গায়ক, বাদক, ৰচক, নৃত্যবিদ, ভাষাবিদ, শিল্পী, খেলুৱৈ আৰু গণনায়ক মৃত্যুঞ্জয়ী বিষ্ণু ৰাভাদেৱৰ শেষ ইচ্ছা পূৰণ কৰিছিল।

হে কলাগুৰু! মোৰ শ্ৰেষ্ঠতম পূজ্যবৰ পথপ্ৰদৰ্শক বিষ্ণু প্ৰসাদ ৰাভাদেৱ! লোৱাহে অভাজনৰ মুঠিয়ে মুঠিয়ে লাল চালাম।

ৰাভাদেৱৰ মহাপ্ৰস্থানৰ মহাক্ষণত অসম তথা ভাৰতৰ অগণন শোকাভিভূত জনস্ৰোতৰ মাজতে ভাৰত তথা বিশ্বৰ দুগৰাকী মহান যুগজয়ী পণ্ডিতৰ শোকাভিভূত অভিমত— "জীৱন্ত ৰাভাতকৈ মৃত ৰাভাৰ অস্তিত্ব অতি ব্যাপক আৰু মহান। ৰাভাৰ ইটালীৰ বিখ্যাত চিত্ৰকৰ লিওনাৰ্ডো ডা ভিঞ্চিতকৈও এটা গুণ বেছি আছিল। কাৰণ তেওঁৰ হাতত এটা পিস্তলো আছিল"— ডাঃ সুনীতি কুমাৰ চট্টোপাধ্যায়।



বিশ্ববৰেণ্য চিন্তাবিদ ড° অন্নদা ৰায়দেৱে মন্তব্যত কৈছিল— "ৰাভা আছিল 'ইনচান্ ই কামিল্' অৰ্থাৎ বিশ্বৰ মানুহৰ প্ৰতিনিধি। ৰাভাৰ জন্ম যদি আনদেশত হ'লহেতেন



ৰাভা বিশ্বৰ শ্ৰেষ্ঠ পুৰুষ ৰূপে প্ৰতিষ্ঠিত হ'লহেতেন।"

লিখকৰ সীমিত শকতি আৰু বিচাৰ-বুদ্ধি তথা দৃষ্টিৰে পাৰাপাৰহীন মহাসমুদ্ৰ সদৃশ ৰাভাদেৱৰ বিশালতা ঢুকি পোৱাটো প্ৰশ্নাতীত। এই সুবিখ্যাত গৱেষক, চিন্তাবিদ, সুৰকাৰ, কলাসাধক, তপস্বী, দ্বন্দাত্মক বস্তুবাদী জীৱন দৰ্শনত বিশ্বাসীৰ উপৰিও ৰাভাদেৱক যেতিয়া এগৰাকী শ্ৰেষ্ঠতম খেলুৱৈ, শৰীৰবিদ হিচাবেও দেখাৰ সুযোগ পাওঁ তেতিয়া বিবেচনাৰ গতানুগতিক আত হেৰাই যায়। বিষ্ণু ৰাভা এই কিংবদন্তি সদৃশ পুৰুষজনাতে এই গুণৰাজীসমূহ বিদ্যমান আছিল। আমাৰ সৌভাগ্য আমিও সেই মহাপুৰুষগৰাকীৰ সান্নিধ্য লাভ কৰাই নহয়, একে মঞ্চতে ৰাজনীতি, অভিনয় বীৰ সাধনা, অভিনয়, খোৱা-বোৱা, উঠা-বহা তথা সুখ-দুখৰ অংশীদাৰ হোৱাৰ সুযোগ লাভ কৰিছিলোঁ এই মহাপুৰুষজনাৰ অন্তিম ক্ষণ পৰ্য্যন্ত। নিজৰ জন্মস্থান অসমী আই , বিশাল ভাৰতভূমি তথা বাংলাদেশ, ছোভিয়েট ৰাছিয়া, দাগিস্থান, মাজাখস্থান, হিমালয়ৰ পাদদেশ আদি বিশ্বৰ বিভিন্ন প্ৰান্তত ঘূৰি ফুৰোতে লগ পাবলৈ সক্ষম হোৱা সকলো মানৱ সমাজৰ বিশ্লেষণ, তুলনা আদি কৰিলে ধাৰণা হয় গুৰুজী, কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা আছিল এগৰাকী অনন্য সাধাৰণ জীৱশ্ৰেষ্ঠতম পুৰুষ। ৰাভাদেৱে মত প্ৰকাশ কৰি কৈছিল— "বিশ্বৰ শ্ৰেষ্ঠতম পূৰ্ণ মানৱ তিনিজন। সেইকেইজন হ'ল শ্ৰীকৃষ্ণ, ইটালীৰ লিওনাৰ্ডো ডা ভিঞ্চি আৰু মহাপুৰুষ শংকৰদেৱ। মোৰ দৃষ্টিত কলাগুৰু ৰাভাদেৱো আছিল এগৰাকী পূৰ্ণমানৱৰ ভিতৰতে। অৱশ্যে ক্ষেত্ৰমাহাত্ম্য প্ৰকাশৰ সুযোগকণ পোৱাৰ ক্ষেত্ৰত তেখেত বঞ্চিত হ'ল। ই আমাৰ চলন্ত সমাজৰে এক পৰিহাস। মোৰ এই ক্ষুদ্ৰ লিখনি অতি সীমিত বিষয়বস্তু লৈহে। ইতিপূৰ্বে নলবাৰীত ৰাভাদেৱৰ শৈলমূৰ্ত্তি প্ৰতিষ্ঠা কৰা মহাক্ষণতে লিখকৰ সভাপতিত্বতে প্ৰকাশিত হোৱা স্মৰণিকা গ্ৰন্থত— "সাম্যবাদী বিপ্লৱী, কলাসাধক, ইনচান-ই-কামিল, কমৰেড বিষ্ণুপ্ৰসাদ ৰাভা শীৰ্ষক এই লিখকৰ লিখনীৰ তেৰাৰ সামগ্ৰীক ৰাজনৈতিক কৰ্মকাণ্ডকে সামৰি পুৰুষীনাম তথা পিতৃপুৰুষক কাৰ্যক্ৰম পুৰুষীনামা লিখি ছপা কৰা তথ্যসমূহ চকু ফুৰাবলৈ সদাশয় পাঠকলৈ অনুৰোধ কৰিলোঁ।



# কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা-সুৰদেৱী থিয়েটাৰ আৰু মই

মঞ্চসূৰ্য ধৰণী বৰ্মন,

কুৰি শতিকাৰ ষাঠিৰ দশকৰ কথা। অসমৰ প্ৰথমখন ভ্ৰাম্যমাণ থিয়েটাৰ 'নটৰাজ'ৰ পাছতে মই চামতাত 'সুৰদেৱী থিয়েটাৰ' আৰম্ভ কৰো ১৯৬৪ চনত। মই যাত্ৰা, আৰু ভ্ৰাম্যমাণ থিয়েটাৰত অভিনয় কৰা সময়চোৱাৰ আগৰে পৰা কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ গুণ-গৰিমাৰ কথা জানিব পাৰি বৰ আকৃষ্ট হৈছিলো। কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাক মই ওচৰৰ পৰা লগ পোৱাৰ বা সান্নিধ্য পোৱাৰ বাবে মোৰ মনটোৱে হাহাকাৰ্ কৰি আছিল। মই জনাত অসমীয়া সংস্কৃতিৰ গুৰু শ্ৰীমন্ত শঙ্কৰদেৱ। এই মহাপুৰুষজনক আমি দেখা নাই। এই মহাপুৰুষজনৰ পিছতেই মই ভাবো কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাদেৱে অসমীয়া সংস্কৃতিক জীয়াই ৰাখিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল। মই ৰাভাদেৱৰ নৃত্য, অভিনয় দেখিছিলো। তেখেতৰ সংগীত শুনিছিলো। বাদ্যযন্ত্ৰ বজোৱা দেখিছিলো, ভাষাজ্ঞানৰ বিষয়ে জানিছিলো। সেই কাৰণে মই মনতে ভাবিছিলো— মই জন্ম দিয়া সুৰদেৱী থিয়েটাৰ কোনো কাৰণতে যাতে অসমীয়া সংস্কৃতিৰ পৰা আঁতৰি নাযায় ইয়াৰ কাৰণে আমাৰ প্ৰয়োজন বিষ্ণু ৰাভাৰ দৰে এজন লোকৰ। ভবামতে কাম। ১৯৬৬ চনত যেতিয়া বৰ্ত্তমান ভ্ৰাম্যমাণ থিয়েটাৰৰ দৰে মোৰ সুৰদেৱী থিয়েটাৰ ওলাল (ইয়াৰ আগৰ দুবছৰ ৰাচিয়ান টেকনিকৰ তিনিফাল খোলা আছিল) সেই প্ৰথম বৰ্ষতে মোৰ থিয়েটাৰ সুৰদেৱীলৈ আহিছিল কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা। প্ৰায় এটা বছৰ ৰাভাদেৱক মই নিকট ওচৰৰ পৰা লগ পোৱাৰ পাছত তেওঁৰ ব্যক্তিত্বৰ বিষয়ে যি জানিলো তাকেই তলত বৰ্ণনা কৰিলো

নিঃস্বাৰ্থ সংস্কৃতিৰ পূজাৰী ৰাভা; ধন লিপ্সা নাছিল তেওঁৰ।



মোৰ থিয়েটাৰৰ ৰিহাৰ্চেল আৰম্ভ হ'ল হঠাৎ এদিন ৰাভাদেৱৰ ঘৰৰ পৰা এখন চিঠি আহিল। চিঠিখন তেওঁ



পঢ়াৰ পাছত হাততলৈ মোৰ ওচৰলৈ আহি ক'লে 'হেৰা ধৰণী বৌয়েৰাই চিঠি এখন দিছে তেওঁ হেনো বেমাৰত পৰিল, মই এবাৰ ঘৰলৈ যাব লাগে। কিন্তু মই ঘৰলৈ গ'লে তোমাৰ ৰিহার্চেলৰ দেখো ক্ষতি হ'ব। গতিকে মই নাযাওঁ দিয়া। মই কলো দাদা আপুনি ঘৰলৈ যাওঁক, মোৰ একো ক্ষতি নহয়, আৰু হ'লেও আপুনি ঘৰলৈ যাব লাগিব কাৰণ নবৌৰ বেমাৰ। যাম বাৰু কাইলৈ ৰাতিপুৱা ৬ বজাৰ বাছতে যাম মোক জগাই দিব ক'বা। সেইমতে পিছদিনা তেখেতৰ লগত দিয়া আলপৈচান ধৰা ল'ৰাই ৰাতিপুৱা তেখেতক জগাই দিলে। তেখেতে মুখখন ধুই কাপোৰ যোৰ পিন্ধি ঘৰৰ পৰা ওলাইয়ে ৰাস্তাত বাছ এখন দেখি বাছখনত উঠিল। মই দেখি দাদা-দাদাকৈ চিঞৰিলো। মই চিঞৰি মতা দেখি তেখেত বাছৰ পৰা নামি আহিল আৰু ক'লে হেৰা ধৰণী তুমি মোৰ যাত্ৰাটোৱে নষ্ট কৰি দিলা পাছতে মাত দি। মই ক'লো আপোনাৰ যাত্ৰা মই নষ্ট কৰা নাই, আপোনাক বিপদৰ পৰাহে ৰক্ষা কৰিছো। আপুনি যে গাড়ীত উঠিল আপোনা‘ লগত টকা আছে জানো বাছত ভাড়া দিবলৈ। লগে লগে তেখেতে চোলাৰ পকেট কেইখন খেপিয়াই চালে আৰু ক'লে হয়তো পইচাটো নাই। মই ক'লো যদি ড্ৰাইভাৰে আপোনাক ৰাস্তাটো নমাই দিলেহেঁতেন তেতিয়া আপুনি ঘৰো নাপালেহেঁতেন আৰু ইয়ালৈ ঘূৰিও আহিব নোৱাৰিলেহেঁতেন, নবৌৱেও বেমাৰতো আপুনি নোযোৱা কাৰণে খং কৰিলেহেঁতেন। তেখেতে হা হা কৈ হাঁহি মাৰিলে। মই চাহ একাপ দিলো আৰু লেফাফা এটা বন্ধ কৰি তাৰ ভিতৰত পাঁচশ টকা তেখেতক দিলো। তেখেতে শুধিলে ইয়াত কি দিছা। মই ক'লো— অলপ পইচা দিছো আপুনি অহাযোৱা কৰাৰ বাবে। তেখেতে সুধিলে কিমান দিছো। মই ক'লো কিবা অলপ দিছো। আপুনি লৈ যাওঁক। তেখেতে লেফাফাটো খুলি চালে আৰু মোক ক'লে ইমান টকা কিয় দিছা? তোমাৰ এই সময়ত কিমান টকাৰ দৰকাৰ, তুমি সদায় টকা বিচাৰি ঘূৰি ফুৰা মই নাজানো বুলি ভাবিছা নেকি? এনেকৈ তেখেতে অহাযোৱাৰ গাড়ী ভাড়াৰ আৰু ৰাস্তাত চাহ খোৱাৰ খৰচৰ হিচাপ কৰি চল্লিশ নে পঞ্চাশ টকা ৰাখি বাকীখিনি মোক ঘূৰাই দিলে। মই টকাখিনি লৈ মোৰ কমলৈ আহি পুনৰ টকাখিনি এটা





লেফাফাত ভৰাই মুখ বন্ধ কৰি তেখেতৰ হাতত দি ক'লো— এই চিঠিখন আপুনি নবৌক দিব, আপুনি পুনৰ ইয়ালৈ আহিবলৈ পাহৰি যাবও পাৰে, নবৌয়ে পুনৰ ইয়ালৈ আহিবলৈ মনত পেলাই দিব। তেখেতে চিঠিখন লৈ গ'ল। ঘৰৰ পৰা উভতি আহি তেখেতে মোক ভীষণ গালি দিলে। টকা-পইচাৰ চিন্তা নকৰা এনেকুৱা শিল্পীক মই জীৱনত প্ৰথম লগ পালো। কিন্তু বৰ্তমান এনেকুৱা শিল্পী কোনোবা ঠাইত আছেনে?

**সহজ-সৰলভাৱে জীৱন-যাপন কৰা বিষ্ণুপ্ৰসাদ ৰাভা ঃ**

প্ৰথম বছৰ মোৰ থিয়েটাৰত নাট পৰিচালক হিচাপে কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা, সঙ্গীত পৰিচালক হিচাপে প্ৰয়াত ব্ৰজেন বৰুৱা, কলা-নিৰ্দেশক পদুম গোঁহাই, সহকাৰী খগেন দাস, নৃত্য পৰিচালনাত ৰবীন দাস আছিল যদিও ৰাভাদেৱে অকল নাটকতেই নহয় সকলো দিশতে চকু দিছিল। তদুপৰি 'সম্ৰাট অশোক' নাটকত ৰাভাই মাজে সময়ে সম্ৰাট অশোকৰ চৰিত্ৰত অভিনয়ো কৰিছিল। শিল্পীসকল যেতিয়া এখন ঠাইৰ পৰা আন এখন ঠাইলৈ ৰিজাৰ্ভ কৰা বাছত গৈছিল সেই একেখন বাছতে ৰাভাদেৱো আমাৰ লগত একেলগে গৈছিল। শিল্পীসকলক থাকিবলৈ দিয়া বিদ্যালয় গৃহ বা আন ঠাইত একেলগে আছিল বিষ্ণু ৰাভা। শিল্পীসকলৰ লগত সমূহীয়া ভোজনালয়তে খাইছিল ৰাভাই। কিন্তু আজিকালিৰ বহুত শিল্পীয়ে একেলগে সমূহীয়া আহাৰ নাখায়, একেলগে নাথাকে, ডাঙৰ হোটেল বা ডাক বঙলাত থাকে কিয়?

**সুবক্তা হিচাপে বিষ্ণুপ্ৰসাদ ৰাভা ঃ**

মোৰ সুৰদেৱী থিয়েটাৰৰ আখৰা চলি থাকোতে চামতাত কামৰূপ মহাবিদ্যালয় স্থাপনৰ পূৰ্ণ প্ৰস্তুতি চলি আছিল। এই উপলক্ষে চামতা ল'ৰা-হাইস্কুলত এখন বিশেষ সভা আহ্বান কৰা হৈছিল। সভাৰ আগদিনাখন সভাৰ উদ্যোক্তাসকলে ৰাভাদেৱক সভালৈ আমন্ত্ৰণ জনাবলৈ আহিল। ৰাভাদেৱে ক'লে মইটো এই বিষয়ে, ধৰ্মপুৰ, চামতাৰ বিষয়ে একো নাজানো; মই সভালৈ গৈ কি কম? উদ্যোক্তাসকলে ক'লে নহয় আপুনি যাবই লাগিব। তেতিয়া তেখেতে (ৰাভাই) ক'লে যদি মই যাব লাগে তেনেহ'লে ধৰণীক কোৱা, তেওঁ মোক ক'লেহে মই যাব পাৰিম। কামৰূপ





মহাবিদ্যালয় স্থাপনৰ উদ্যোগক্তাসকলৰ ভিতৰত মইও এজন আছিলো। মই ক'লো হ'ব তেখেত যাব, উদ্যোক্তাসকল গ'ল। মই ৰাভাদেৱক শুধিলো আপুনি কিয় মোৰ ওপৰত দায়িত্বটো দিলে? তেখেতে সেই চিনাকি হাঁহিটো মাৰি ক'লে এইটো নিয়ম, মই বৰ্তমান তোমাৰ অধীনত আছো গতিকে মইও নিয়ম মানিব লাগিব। মই আচৰিত হৈ গ'লো। আজি জানো কোনো শিল্পীয়ে এনে নিয়ম মানি চলে। তেখেতৰ এই কথাৰ পৰা মই ৰাভাদেৱক এগৰাকী নীতিবান আৰু নিষ্ঠাবান শিল্পী হিচাপে বুজি পালো। যথা সময়ত ৰাভাদেৱ মোৰ লগতে সভাখনলৈ গ'ল। সভাত তেখেতক ভাষণ দিবলৈ কলে। তেখেত থিয় হ'ল আৰু ভাষণৰ আৰম্ভণিতে কলে মই ধৰ্মপুৰৰ বিষয়ে, চামতাৰ বিষয়ে একো নাজানো। কিন্তু তেখেতে ভাষণ দিলে একঘণ্টা সময়। ভাষণ সামৰি যেতিয়া তেখেত বহিল জাউৰীয়ে জাউৰীয়ে হাত চাপৰি বজাই ৰাইজে তেখেতক আৰু ভাষণ দিবলৈ দাবী জনালে। তেখেতে ধৰ্মপুৰৰ বিষয়ে একো নাজানো বুলি কৈছিল কিন্তু তেখেতে যি কথা ক'লে ইয়াৰ মানুহে সেই কথা নাজানে বুলি আমি ভাবো (সেই সময়ত) তেখেতে কৈছিল ইয়াত ধৰ্মপাল নামে এজন ৰজাই ৰাজত্ব কৰিছিল আৰু তেওঁৰ নাম অনুসৰি এইখন ধৰ্মপুৰ হৈছিল।

**ৰাভাদেৱৰ পলাতক জীৱনৰ কথা ঃ**

ৰাভাদেৱক মই যেতিয়া এগৰাকী সুবক্তা হিচাপেও আৱিস্কাৰ কৰিলো তেতিয়া এদিন আখৰা গৃহতে মই তেখেতক কলো। আপোনাৰ অমূল্য লিখনিসমূহৰ সংকলন এখন নকৰে কিয়? তেখেতে কলে মোৰ লিখনিৰ প্ৰায়বোৰেই হেৰাই গ'ল। অসম চৰকাৰে যেতিয়া মোৰ মূৰৰ মূল্য দহ হাজাৰ ঘোষণা কৰিলে মই পলাই থাকিবলৈ বাধ্য হ'লো আৰু তেতিয়াই মোৰ সকলো লেখনি হেৰাই গ'ল, মই সেইবিলাক যতেই লিখিছিলো তাতেই এৰি আহিবলৈ বাধ্য হৈছিলো আৰু গৃহস্থইয়ো হয়তো চৰকাৰে গম পাব বুলি সেইবিলাক পুৰি পেলাইছিল। পলাতক জীৱনত তেখেতক অসমৰ হালোৱা-হজুৱা, কৃষক-শ্ৰমিকে বিভিন্ন ধৰণে সহায় কৰিছিল বুলি কৈছিল তেখেতে।



**ৰাভাদেৱৰ বিপ্লৱী ৰাজনীতিৰ কথা ঃ**



এদিন ৰাভাদেৱে মোক ক'লে— বুজিছা ধৰণী পৃথিৱীত জাতি দুটা। এটা ধনী আৰু এটা গৰীৱ। এই গৰীৱ কৃষক, শ্ৰমিক, বনুৱাসকলৰ যেতিয়ালৈ উন্নতি নহৱ তেতিয়ালৈ দেশৰ উন্নতি নহৱ। ভাৰতৰ স্বাধীনতাৰো কোনো মূল্য নাই।

**সাম্যবাদী আদৰ্শৰ বিষ্ণুপ্ৰসাদ ৰাভা ঃ**

ৰাভাদেৱৰ পৈত্ৰিক সম্পত্তি দুই হাজাৰ বিঘা মাটি-জমি আছিল। তেখেতে এবাৰ নিৰ্দলীয় হিচাপে অসম বিধান সভাৰ বিধায়কো হৈছিল। কিন্তু তেখেতৰ ঘৰত মই জনাত এটা ৰুমত চালপিৰা দুখন, এটা ৰুমত এখন কাপোৰৰ আৰামী চকী আৰু দুখন কাঠৰ পুৰণা চকী আছিল। তাৰো এখন চকীৰ হেণ্ডেল ভঙা। তেখেতৰ কাপোৰ মাত্ৰ দুইজোৰা। বগা পাইজামা দুটা আৰু গেৰুৱা পাঞ্জাৱী চোলা দুটা খদ্দৰ কাপোৰৰ আৰু লুঙী এখন। তেখেতৰ দুই হাজাৰ বিঘা মাটি ৰাইজক দান দিছে। এগৰাকী প্ৰাক্তন বিধায়কৰ ঘৰৰ এই অৱস্থা দেখি আচৰিত হৈছিলো।

**শিল্পী-সংস্কৃতিৰ একান্ত সাধক ৰাভা ঃ**

ৰাভাদেৱ যেতিয়া দুৰাৰোগ্য ৰোগত ভুগি গুৱাহাটী মেডিকেল কলেজ হাস্পাতালত আছিল তেতিয়া মই পৰিবাৰ সহিতে তেখেতৰ ওচৰলৈ গৈছিলো। তেখেতৰ অৱস্থা দেখি মোৰ চকুপানী ওলাইছিল। তেখেত হাঁহি হাঁহি মোক ক'লে— ধৰণী, তুমি কিয় কান্দিছা। ছিঃ নাপায় নহয়। নাকান্দিবা, মই ভাল হ'ম আকৌ মই অহাবাৰ তোমাৰ থিয়েটাৰলৈ আহিম। এইবাৰ মই তোমাৰ লগত সম্পূৰ্ণ এবছৰ থাকিম। মোৰ পৰিবাৰকো সান্ত্বনা দি ক'লে— বোৱাৰী দুখ নকৰিবা। মই আকৌ আহিম, তুমি বনাই দিয়া পাৰৰ মাংসৰ সোৱাদ মই পাহৰিব নোৱাৰো। মোৰ পৰিবাৰক তেখেতে বোৱাৰী বুলি সম্বোধন কৰিছিল। তাৰ কাৰণ হ'ল তেখেতে মোক প্ৰায়ে কৈছিল ধৰণী তুমি আগৰ জনমত মোৰ ভাই আছিলা, তুমি মন কৰিছানে মোৰ মুখখনৰ লগত তোমাৰ মুখখনৰ যথেষ্ট সাদৃশ্য আছে। কিন্তু তেখেত আৰু নাহিল। ভগৱানে তেখেতক সৰগলৈ লৈ গ'ল। স্বৰ্গত তেখেতৰ আত্মাই চিৰশান্তি লাভ কৰক এয়ে মোৰ কামনা।



কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাদেৱক মই মোৰ সুৰদেৱী



থিয়েটাৰত নিকট-আত্মীয়ৰ দৰে তেখেতৰ সান্নিধ্য লাভ কৰি মই ধন্য হৈছো বুলি অনুভৱ কৰো। মই লগ পোৱা সময়খিনিতে মই তেখেতক এগৰাকী অনুশাসন মানি চলা সকলো দিশতে অভিনয়, গীত, নৃত্য, বাদ্যত পাৰ্গত শিল্পী হিচাবে, সু-বক্তা হিচাবে পোৱাৰ লগতে, তেখেতৰ জীৱনৰ বহু কথা তেখেতৰ মুখেৰে জানিছো আৰু নিজ চকুৰে তেখেতৰ ঘৰুৱা অৱস্থা দেখা পাইছিলো। এনে সব্যসাচী শিল্পী, সাম্যবাদী ৰাজনীতিজ্ঞ বৰ্তমানো আছে বুলি মোৰ মনে নধৰে। বৰ্তমান আমাৰ সমাজত বিশেষকৈ ভ্ৰাম্যমান থিয়েটাৰত সংস্কৃতিৰ নামত যি ধৰণে অপসংস্কৃতিয়ে গা কৰি উঠিছে দেখিলে বৰ দুখ লাগে। সেয়েহে এনে দুৰ্যোগৰ সময়ত আমাক এজন বিষ্ণুপ্ৰসাদ ৰাভাৰ অতি প্ৰয়োজন হৈ পৰিছে।

শেষত কলাগুৰু ৰাভাদেৱ সুৰদেৱী থিয়েটাৰৰ আখৰা-গৃহত প্ৰবেশ কৰি মোক কোৱা এষাৰি কথাৰে মই এই লিখনিৰ সামৰণি মাৰিছো।

“দাদা আহিলে?”

“আহিলো।”

“বৰ চিন্তাত আছিলোঁ আহেনে নাহে?”

“কিয় নাহিম! বেপাৰী নহয়, ঠিকাদাৰ নহয়, এজন শিল্পী-সাধকৰ অনুষ্ঠান এই ‘সুৰদেৱী থিয়েটাৰ’ যেতিয়া ইয়ালৈ নাহি কলৈনো বাৰু যাম....।” ◀◀



# বিষ্ণু ৰাভাৰ সাহিত্যৰ আভাস

ড° বসন্ত কুমাৰ ভট্টাচাৰ্য্য

কলা আৰু সংস্কৃতিৰ একনিষ্ঠ পূজাৰী বিষ্ণু প্ৰসাদ ৰাভা আছিল বহুমুখী প্ৰতিভা সম্পন্ন ব্যক্তি। তেওঁ আছিল একেধাৰে এজন প্ৰখ্যাত অভিনেতা, নাট্যকাৰ, সুৰকাৰ, গীতিকাৰ, ৰাজনৈতিক কৰ্মী, প্ৰবন্ধকাৰ, চিত্ৰশিল্পী, কবি আৰু গল্পকাৰ। তদুপৰি তেওঁ আছিল সাধাৰণ জনতাৰ বুকুৰ বন্ধু। অসমীয়া কলা, সাহিত্য আৰু সংস্কৃতিৰ স'তে থকা তেওঁৰ নিবিড় সম্পৰ্কৰ কথা দোহাৰিবৰ প্ৰয়োজন নাই। অসমৰ গাঁৱে-ভূঞেঁ, চহৰে-নগৰে ঘূৰি ফুৰি বিভিন্ন ঠাইত সিঁচৰিত হৈ পৰি থকা গীত, নৃত্য আদি বুটলি আনি ন-কৈ সজাই পৰাই পোহৰৰ মুখ দেখুৱাইছিল বিষ্ণু ৰাভাই। এই ৰচনাত তেওঁৰ বহুমুখী প্ৰতিভাৰ বিষয়ে আলোচনা নকৰি তেওঁৰ সাহিত্যৰ এটি চমু পৰিচয় দিবলৈহে প্ৰয়াস কৰা হৈছে।

অসমীয়া সাহিত্যৰ ভঁৰাললৈ ৰাভাই এক শকত বৰঙণি আগবঢ়াব নোৱাৰিলে যদিও যি কেইখন গ্ৰন্থ, গীত-মাত আৰু প্ৰৱন্ধাদি প্ৰকাশ কৰি গ'ল সিয়েই তেওঁক সাহিত্যৰ ইতিহাসত এখনি বিশিষ্ট আসন দিব বুলি নিঃসন্দেহে ক'ব পাৰি। বিভিন্ন সময়ত ওলোৱা আলোচনী, বাতৰি-কাকত আদিত কলা, নাটক, অভিনয় আৰু সংস্কৃতিৰ ওপৰত ৰচনা কৰা প্ৰৱন্ধ সমূহে ৰাভাৰ গভীৰ চিন্তা আৰু জ্ঞানৰ পৰিচয় বহন কৰিছে।

ৰাভাদেৱে 'বাঁহী' কাকতৰ সময়ৰে পৰা লিখিবলৈ আৰম্ভ কৰি মৃত্যুৰ আগমুহূৰ্ত্তলৈকে কাপ মৈলাম সামৰা নাছিল। ১৯৩০ চনত 'বাঁহী' কাকতৰ পাততে তেওঁৰ "বৃহত্তৰ অসমৰ পৰিকল্পনা" নামৰ এলানি প্ৰৱন্ধ প্ৰকাশিত হয়। "সঙ্গীত আৰু শ্ৰীশঙ্কৰদেৱ" নামৰ আন এটি মৌলিক ভাৱগধুৰ প্ৰৱন্ধ দ্বিতীয়বাৰ "আৱাহন"ত প্ৰকাশ পায়। মহাপুৰুষ জনাৰ বৰগীতৰ বিভিন্ন ৰাগ আৰু সুৰ সম্পৰ্কে এই প্ৰৱন্ধত আলোচনা কৰা হৈছে। "জনজাতীয় সংস্কৃতিত শিৱ" শীৰ্ষক আন এটা তেওঁৰ মৌলিক চিন্তাগধুৰ প্ৰৱন্ধ।





বড়ো-কছাৰী সম্প্ৰদায়ৰ সংস্কৃতিত শিৱৰ স্থান নিৰ্ণয় কৰিবলৈ গৈ তেওঁ কৈছে যে হিন্দু ভাৱাপন্ন জনজাতীয় লোক সকলৰ বাহিৰে আন জনজাতীয় লোকৰ শিৱ সম্পৰ্কে সম্যক ধাৰণা নাই।

'জীৱন নদীৰ সিপাৰে' আৰু 'মোঁহ' ৰাভাৰ দুখনি একাঙ্কিকা। নাটকীয় সকলোবোৰ গুণেৰে সুসমৃদ্ধ নহ'লেও দুয়োখন নাটেই তেওঁৰ নাট্য প্ৰতিভাৰ উজ্জ্বল আৰু জীৱন্ত স্বাক্ষৰ বহন কৰিছে। "মুক্তি দেউল" তেওঁৰ প্ৰকাশিত আকৰ্ষণীয় নৃত্য-নাটিকা। "সোণপাহি" ৰাভাদেৱৰ একমাত্ৰ গল্পৰ পুথি। ৰাভাদেৱে আত্মগোপন কৰি থকা অৱস্থাৰ বিভিন্ন বাস্তৱ ঘটনাৰ অৱলম্বন ৰচিত মনোৰম গল্প ইয়াত সন্নিবিষ্ট হৈছে। জীৱনৰ বাস্তৱ অভিজ্ঞতা, সূক্ষ্ম বিশ্লেষণ শক্তি আৰু কাৰিকৰী চাতুৰ্য্যৰ গুণত আটাইকেইটা গল্পই ৰসোত্তীৰ্ণ হৈছে। তদুপৰি উপযুক্ত ভাৱ প্ৰকাশৰ বাবে যথোপযুক্ত শব্দ প্ৰয়োগ কৰাৰ কৌশলো বিষ্ণু ৰাভাই জানে। সেয়ে তেওঁৰ গল্পক স্বাভাৱিকতা দান কৰিছে।

ৰাভাদেৱৰ প্ৰথম পুথি "অসমীয়া কৃষ্টিৰ চমু আভাস" ১৯৪৬ চনতে প্ৰকাশ পায়। এইখন এখন ভাষণ হ'লেও অসমীয়া সাহিত্যলৈ ই এক উল্লেখযোগ্য বৰঙণি। অসমীয়াৰ বিহুৰ আঁতিগুৰি, স্থাপত্য কলা, মন্ত্ৰ সাহিত্য, ওজাপালি, ছায়াচিত্ৰ, বয়নশিল্প আদি অসমীয়া কৃষ্টিৰ সম্যক আভাস ইয়াত তুলি ধৰা হৈছে। "অসমীয়া কৃষ্টি" নামৰ ভাষণখনো ছপা হৈ ওলাইছে। ইয়াতো ৰাভাদেৱে অসমীয়া কৃষ্টি, সমাজ, শিল্প সম্বন্ধে খৰচি মাৰি আলোচনা কৰিছে। উল্লেখিত দুয়োখন ভাষণেই, ৰাভাদেৱৰ অসমীয়া সংস্কৃতিৰ স'তে থকা প্ৰগাঢ় পৰিচয়ৰ ইঙ্গিত দিয়ে।

"জীৱনৰ লালস্য" নামৰ উপন্যাসৰ পাতনিখনো ইতিমধ্যে প্ৰকাশিত হৈছে। "ডিমাছা কছাৰী বুৰঞ্জী", "ৰাভা জাতিৰ ইতিহাস", "বড়োজাতিৰ ইতিহাস", "বানেকাবেং", "মিছিং কাবেং", "ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে" আদি ৰচনা কিছুমান প্ৰকাশ পাইছে আৰু কিছুমান অপ্ৰকাশিত অৱস্থাত থকা বুলি জনা যায়। এনেবোৰ ৰচনাৰ পৰাই সাধাৰণতে ৰাভাদেৱৰ ব্যাপক অধ্যয়ন, অভিজ্ঞতা আৰু চিন্তাৰ পৰিচয় পাব পাৰি।



ৰাভাদেৱ আছিল এজন সুদক্ষ গীতিকাৰ। তেওঁ গীত ৰচনা কৰি সুৰ দি গাই আনকো গাবলৈ শিকাইছিল।



গীতৰ সুৰ, তাল সম্পৰ্কে গভীৰ জ্ঞান থকা হেতুকে তেওঁ ভাৱ আৰু ভাষাৰ সু-সমন্বয় সাধন কৰি গীতৰ সুৰ আৰু তালৰ মান ৰক্ষা কৰিব জানিছিল। বিষ্ণু ৰাভা আছিল অসম প্ৰেমিক। অসম দেশ আৰু অসমীয়া জাতিক তেওঁ প্ৰাণ ভৰি ভাল পাইছিল। সেয়েহে অসমীয়া ডেকাৰ তেজোদ্দীপ্ত আভা মৰহি যোৱাত তেওঁ আক্ষেপ কৰি গাইছে—

"অ' অসমীয়া ডেকাদল
আজি তোৰ তেজাল বদন
মলিন কিয় হ'ল?"

অসমীয়া ডেকাৰ মলিন বদন দেখি আক্ষেপ কৰিলেও অসমীয়া জীয়ৰী-ছোৱালীৰ ৰূপ মাধুৰী দেখি তেওঁ আনন্দ প্ৰকাশ কৰি গৌৰৱেৰে গাইছে—

"অসমী আইৰে আমি
ছোৱালী ধুনীয়া।"

আনকি কাষত কহল লৈ পানী আনিবলৈ যোৱা অসমীয়া ৰচকি বাইজনীকো তেওঁ গীতত সামৰি লৈছে—

"কাষত কলহ লৈ
যায় অ' ৰচকী বাই।"

কবি সুন্দৰৰ পূজাৰী, সুৰৰ সাধক। বনগীত, বৰগীতৰ মধুৰ সুৰে তেওঁক উন্মনা কৰে। অসমীয়াৰ কণ্ঠত তেওঁ শুনিবলৈ বিচাৰে বনগীত, বৰগীতৰ অমিয়া সুৰ। সেয়ে তেওঁ গাইছে—

"যাউতিযুগীয়া বৰগীত অমিয়া
বনগীত সুৰীয়া অ'
গোৱা অসমীয়া প্ৰাণ-মন ভৰি
পূজাৰী অ' পূজাৰী অ'

ৰাভাদেৱ বিপ্লৱী নেতা। সমাজত যেতিয়া অনাচাৰ অবিচাৰে ঠাই পায়; অন্যায়, অধৰ্ম, অত্যাচাৰ বাঢ়ি যায়, ধনীয়ে দুখীয়াৰ ওপৰত উৎপীড়ন আৰম্ভ কৰে, তেতিয়া বিপ্লৱী কবিৰ প্ৰাণে সহ্য কৰিব নোৱাৰে। সমাজত দেখা দিয়া মাৰাত্মক ব্যধি ধূলিস্যাৎ কৰিবলৈ তেওঁলোকে বিদ্ৰোহ ঘোষণা কৰি এখন সুস্থ-সবল সমাজ গঢ়াৰ পথত অগ্ৰসৰ হয়। মানুহৰ মাজত থকা ধনী-দুখীয়াৰ প্ৰভেদ দূৰ





কৰি এখন সাম্যবাদী সমাজ ৰচনাৰ সপোন দেখিছিল বিপ্লৱী নেতা বিষ্ণু ৰাভাই। ধনীৰ অহঙ্কাৰ খৰ্ব কৰিবলৈ, নিৰ্য্যাতিত নিপীড়িত কৃষক মজদুৰক জগাই তুলিবলৈ তেওঁ গাইছে—

"জাগ্ জাগ্ জাগ্ মজদুৰ ন-জোৱান
নিৰ্য্যাতিত নিপীড়িত কৃষক শক্তিমান।
ধ্বংস কৰ ধ্বংস কৰ ধনীৰ অহঙ্কাৰ
দয়া-মায়া নকৰিবি ক্ষমাৰ দিন যে গ'ল
হাল কোৰ দা-হাতুৰি লৈ আগবাঢ়ি ব'ল।"

এনে ধৰণৰ কবিতাত কাব্যিক সৌন্দৰ্য্যৰ ঘাটি টুটি হ'লেও নিৰ্য্যাতিত কৃষক শক্তিক জাগ্ৰত কৰিব পৰা শক্তি ইয়াৰ আছে। হেম বৰুৱাৰ ভাষাত— "শাসন নামৰ জনসমাজৰ ওপৰত অনুষ্ঠিত অন্যায় অবিচাৰে শিল্পী গৰাকীৰ অন্তৰগভীৰ ভাৱে স্পৰ্শ কৰিছিল। জন-সমাজৰ দাৰিদ্ৰই মানুহজনক ম্ৰিয়মান কৰিছিল।" প্ৰাণতকৈও তেওঁ বেছি ভাল পাইছিল কৃষক মজদুৰক। নিজৰ প্ৰাপ্যৰ পৰা শোক লগাকৈ বঞ্চিত হোৱা মেহনতি জনতাক জগাই তোলাটোৱেই আছিল বিষ্ণু ৰাভাৰ লক্ষ্য। সেয়ে ধনীক শ্ৰেণীৰ বিৰুদ্ধে কৃষক শ্ৰেণীক বিপ্লৱ কৰিবলৈ তেওঁ আহ্বান জনাইছিল। তেওঁৰ কবিতাত, সেই কাৰণেই বিদ্ৰোহৰ সুৰ এটি অনুৰণিত হৈছে। এই বিদ্ৰোহ সমাজবাদী সমাজ ৰচনাৰ বাবে কৰা বিদ্ৰোহ।

ৰাভাই মহাকাব্যৰ অনুকৰণত এটি দীঘলীয়া কবিতা ৰচনা কৰি 'অসম বাণী'ৰ পাতত প্ৰকাশ কৰিছিল। ভাৰতীয় দৰ্শনৰ আভাৱে সমুজ্জ্বল এই কবিতাটোত জন্ম, জন্মান্তৰবাদ, পুনৰ্জন্ম আদিৰ বিষয়ে থকা কবি ৰাভাৰ ধ্যান-ধাৰণাৰ আভাস পোৱা যায়।

"উভয়ে পুনৰ আমিও মিলিলোহি আদি নাৰী নৰ
ভূলোক আৰু ভুবলোক ঘূৰি ঘূৰি উলাহেৰে বিচাৰি
বিচাৰি আকউ পালোহি সেই পুৰণি জৰাজীৰ্ণ
নাগিনী ধৰণী।
অসভ্যা, উলঙ্গা, বৰ্বৰা, কুৎসিৎ ধৰিত্ৰী পতিত।"



ৰাভাৰ শেষ ৰচনা হৈছে— মৃত্যুৰ আগে আগে বিয়াৰ নিমন্ত্ৰণী পত্ৰৰ ওপৰত লিখা এটি নামবিহীন কবিতা। এই কবিতাটো ৰাভাই ৰুগ্ন অৱস্থাতেই লিখিছিল—



"গোটেই জীৱন ৰস সুহি সুহি
সাজিলা মধুৰ ৰহঘৰা,
ৰহঘৰা এৰি সাজিলা কাৰেং
ধুনীয়া মৌকোঁহ মনোহৰা।"

দুৰাৰোগ্য ৰোগে ৰাভাদেৱৰ দেহ জঠৰ কৰিছিল যদিও তেওঁৰ কাব্যিক মনটো যে তেতিয়াও সুস্থ-সবল হৈয়েই আছিল, তাৰ প্ৰমাণ উক্ত কবিতা ফাঁকি। .

কলাগুৰু ৰাভা আজি আমাৰ মাজত নাই। কিন্তু তেওঁৰ প্ৰতিভাৰ জ্যোতি আমাৰ মনৰ মাজত এতিয়াও সজীৱ হৈ আছে। অসমীয়া সাহিত্য, সংস্কৃতিলৈ তেওঁ যি অৰিহণা দি থৈ গৈছে তাৰ বাবে উত্তৰ-পুৰুষে তেওঁক শ্ৰদ্ধাৰে সুঁৱৰিব বুলিও নিঃসন্দেহে ক'ব পাৰি। ৰাভাৰ আদৰ্শ আৰু প্ৰেৰণাই নতুন পুৰুষক নিশ্চয় উৎসাহ আৰু সাহস যোগাব। ৰাভাৰ মৃত্যুত সুৰৰ যাদুকৰ ড" ভূপেন হাজৰিকাই মন্তব্য কৰিছিল, "ৰাভা এটি জীৱন্ত ধুমুহা। ৰাভা এটি জীৱন লালসা। ৰাভাৰ মন বৰদৈচিলা সদৃশ। সমাজত ব'হাগ আনিব খোজা বৰদৈচিলাজনীৰ দৰেই অশান্ত।"

ড" হাজৰিকাৰ এই মন্তব্য ভাব প্ৰৱণতাৰ বশৱৰ্তী হৈ কৰা মন্তব্য নহয়। ই সচাঁ বিপ্লৱী শিল্পীৰ প্ৰতি শ্ৰদ্ধা জনাই কৰা সচাঁ মন্তব্য।◀◀

ইতিহাসৰ ডাঙৰ গুণ পৰিবৰ্তন।

অসমীয়া কৃষ্টিৰ গতি অনাদি অনন্ত।

জীৱিকা-প্ৰচেষ্টাই জীৱ জগতৰ জীৱন, নহ'লে জগতখনেই বিৰাট মৈদাম হ'লহেঁতেন—। *বিষ্ণুপ্ৰসাদ ৰাভা*



## "ভাঙি আনা ডাৱৰৰ কাৰেং দুৱাৰ"

# বিষ্ণুপ্ৰসাদ ৰাভাৰ গীত-কবিতাত নৈসৰ্গিক চিত্ৰ

*ড° প্ৰদীপ ভূএগ্ৰা*

কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ গীত-কবিতা মানৱপ্ৰেম, দেশপ্ৰেম, জাতীয়তাবোধ আদি বিভিন্ন দিশত আলোচনা-সমালোচনা সঘনে হৈ আছে যদিও এইগৰাকী জনতাৰ শিল্পীৰ গীত-কবিতাত চিত্ৰিত হোৱা নৈসৰ্গিক ছবি সম্পৰ্কে বিশেষভাৱে চিন্তা-চৰ্চা হোৱা নাই। সেয়েহে এই চমু প্ৰবন্ধত বিষ্ণু ৰাভাৰ কবিতা আৰু গীতত কেনেদৰে প্ৰকৃতিৰ ছবি জীৱন্ত হৈ উঠিছে, সেই সম্পৰ্কে আলোচনা কৰিবলৈ প্ৰয়াস কৰিছোঁ। আধুনিক অসমীয়া কবিতাৰ ৰোমাণ্টিক যুগত বেছি নৈসৰ্গিক শোভাৰ বৰ্ণনা থকাটো এটি মন কৰিবলগীয়া বৈশিষ্ট্য আৰু বিশেষত্ব। আনফালে এই সাম্প্ৰতিক কালৰ অসমীয়া গীত কবিতাত পোন- পটীয়াকৈ নৈসৰ্গিক ছবি চিত্ৰণ আৰু বৰ্ণনা কমকৈ পোৱা যায় আৰু কবিসকল প্ৰকৃতিপ্ৰেমী হ'লেও এই কালৰ গীত-কবিতাত প্ৰাকৃতিক চিত্ৰ অঙ্কনৰ কথা নিয়মীয়া বা বৈশিষ্ট্যপূৰ্ণ হৈ থকা নাই। কলাগুৰু বিষ্ণু ৰাভাৰ প্ৰায়বোৰ গীত-কবিতা যোৱা শতিকাৰ পঞ্চাশ আৰু ষাঠিৰ দশকত ৰচিত। এই গৰাকী দেশপ্ৰেম, মানৱপ্ৰেম আৰু জাতীয়তাবোধৰ লগতে কবিৰ জীৱন আৰু প্ৰেমৰ কথা। বেছিভাগ গীত-কবিতাই দেশপ্ৰেম আৰু মানুহৰ জয়গান ব্যক্ত হোৱা মানৱ-বন্দনাস্বৰূপ হ'লেও বিষ্ণু ৰাভাৰ ডেৰকুৰিৰো অধিক গীত-কবিতাত নৈসৰ্গিক ছবিৰ চিত্ৰণ এটি মন কৰিবলগীয়া বিশেষত্ব। বিষ্ণু ৰাভা প্ৰত্যক্ষভাৱে ৰোমাণ্টিক যুগৰ কবি-গীতিকাৰ নহ'লেও তেওঁৰ গীত আৰু কবিতাত প্ৰকাশিত প্ৰকৃতিপ্ৰেমৰ ভাব আৰু স্পষ্টভাৱে চিত্ৰকল্পৰ সংযোগেৰে জীৱন্তভাৱে নৈসৰ্গিক ছবি চিত্ৰণৰ কথাই তেওঁৰ তেনেবোৰ গীত-কবিতাত সুন্দৰকৈ ৰোমাণ্টিক ভাব আৰু বৈশিষ্ট্য ফুটি উঠিছে।





সত্য আৰু সুন্দৰৰ আৰাধনাৰে জীৱনৰ খেল খেলি সুন্দৰৰ পূজাৰী হৈ কলাগুৰু বিষ্ণু ৰাভাই "সুৰৰ দেউলৰে ৰূপৰ শিকলি ভাঙি-খুলি দুৱাৰ সোণোৱালী" কৰিব খুজি বনগীতৰ সুৰেৰেহে হৃদয়ক সজাইছে। আকৌ বিশ্বৰ ছন্দে ছন্দে নাচি-নাচি তেনে নৃত্য তালে তালে পুষ্পিত বননিৰ ছেৱে ছেৱে, হালে-জালে কৰি ফুলেৰে ফুলনি বিকশিত কৰি কলাগুৰুৱে নিজৰ কবিতাৰ ছন্দেৰে, তাৰ লহৰে লহৰে মানৱপ্ৰেমেৰে মানুহৰ হিয়া নচুৱাবলৈ ফুলৰ গোন্ধে আমোলমোল কৰাইছে। প্ৰেয়সীক সাগৰ সিঁচি মাণিক আনি পিন্ধাব খোজা কবি-গীতিকাৰ বিষ্ণু ৰাভাই প্ৰকৃতিৰ বুকু শুৱনি কৰা নাহৰ, কপৌফুলকে হৃদয়ৰ ৰাণীৰ খোপাত গুঁজি দি হিয়াৰ ফুল পাৰি দিবলৈ ওলাইছে। বিষ্ণু ৰাভাৰ কেইবাটিও গীত-কবিতাত চিত্ৰিত এনে নৈসৰ্গিক ছবিৰ মাজত প্ৰকৃতিক সৌন্দৰ্যৰ সমাহাৰেৰে সুন্দৰৰ আৰাধনাৰে প্ৰেমৰ কথা ব্যক্ত হৈছে। এয়া কলাগুৰুৰ কবিতাবোৰৰ এক মন কৰিবলগীয়া বিশেষত্ব। মলয়াই কাণে কাণে মনৰ-হিয়াৰ বাতৰি অনা এইগৰাকী কবিৰ প্ৰেমৰ কবিতাবোৰতো প্ৰকৃতিৰ ছবি চিত্ৰিত হৈছে আৰু নৈসৰ্গিক শোভাৰ মাজত কবিৰ মন-প্ৰাণ নিৰুজ হৈ থকাৰ কথা প্ৰতিফলিত হৈছে। 'লগন উকলি গ'ল....' গীতটোত কবিয়ে হৃদয়ৰ ভালপোৱাৰ বতৰা প্ৰকৃতিৰ মলয়াইহে কাণে কাণে দিয়া বুলি প্ৰকাশ কৰিছে। বিষ্ণু ৰাভাৰ গীত-কবিতাত প্ৰতিফলিত প্ৰকৃতিৰ সুৰ সঁচাই হৃদয়-জুৰোৱা। এই প্ৰসংগত তলৰ কবিতাফাঁকি মন কৰিবলগীয়া "কিমান হেঙুলী উষা / কিমান জোনাকী নিশা / মিছাতেই গ'ল মোৰ / কিমান গধূলি-পুৱা।" এনেদৰে প্ৰকৃতিৰ নিয়ৰৰ টোপালবোৰ কবিৰ নয়নৰ-নীড় হৈ শুকোৱা অমিয়া ভাষাৰ গীত-কবিতাবোৰ কবি বিষ্ণু ৰাভাই বাৰে বাৰে সংযোগ কৰিছে -- পুৱতি নিশাৰ / সোণালী উষাৰ / উঠে মৌসনা গান।" খামতি ছোৱালীক প্ৰকৃতিৰ ফুলৰ হাঁহিৰে সজাই গীতৰ মাজেদি বাৰেবৰণীয়া প্ৰকৃতিৰ ৰংবোৰক জীৱনৰ ৰঙৰ লগত মিলাই দিব খোজা কবি-গীতিকাৰ বিষ্ণু ৰাভাই ৰচনা কৰা "বিলতে হালিছে / ধুনীয়া পদুমী" শীৰ্ষক গীতটোত প্ৰকৃতিৰ সৌন্দৰ্যময় ছবিৰ চিত্ৰণ বিশেষভাৱে মন কৰিবলগীয়া। এই গীতি-কবিতাত এটি চিত্ৰকল্পতে কবিয়ে প্ৰকৃতিৰ নিখুঁত ছবি আঁকিছে —





"বিলতে হালিছে / ধুনীয়া পদুমী / ফুলনিত ফুলিছে ফুল / সেই ফুলে ফুলে / ভোমোৰা উৰিছে / সানিছে ৰেণুৰে বোল।" কবি বিষ্ণু ৰাভাই "কলিজাৰ ৰঙা পতাকা লৈ আগুৱান বিপ্লৱী দল" বুলি সংগ্ৰামী মনৰ অশান্ত ভাষাৰ কবিতাবোৰতো দুটি-এটি চিত্ৰকল্পত প্ৰকৃতিৰ ছবি আঁকি প্ৰকৃতিৰ বুকুতে শান্তিৰ কপৌ উৰাই উষাৰ কিৰণ উদ্ভাসিত কৰাৰ কথাও মন কৰিবলগীয়া। এই প্ৰসংগত তলৰ কবিতাফাঁকিয়ে তেনে কথাকে প্ৰকাশ কৰিছে – "কলিয়া মেঘৰ আঁৰে আঁৰে / ৰঙা ডাৱৰৰ ডাঁৰে ডাঁৰে / জিলিকি জিলিকি মৌ / তুমি তিৰ্-বিৰ টৌ / আশাৰ বিজুলীয়ে জিলিক মাৰে।" এনেদৰে সেউজীয়া পৃথিৱীক গীত-কবিতাৰ মাজত সজাই-পৰাই সোণালী জীৱনৰ গান গোৱা কবি বিষ্ণু ৰাভাই কবিতাৰ ভাষাৰে ধৰি ৰাখিছে নৈসৰ্গিক ছবি। নিশা চন্দ্ৰাৱলী, তৰাৰ দীপালী জ্বলাই জীৱনৰ প্ৰেমদীপৰ পোহৰত মধুনিশা সজাই তুলিব খোজা গীতিকাৰ বিষ্ণু ৰাভাই ধৰণী শুৱাই পৰা পুৱাৰ পোহৰক এনেকৈয়ে কবিতাত ধৰি ৰাখিছে – "পুৱতি নিশাৰ / হেঙুলী উষাৰ / চেনেহৰ ৰহা বেলি / তোমাৰ ৰহণ বিমল কিৰণ / দিয়ে ধৰণীত ঢালি।" এনেবোৰ কবিতাৰ ভাব-ভাষা লক্ষ্য কৰিলে ভাব হয় বিষ্ণু ৰাভাই গীত-কবিতা ৰচনা কৰাৰ বেলাত প্ৰথমেই বিচৰণ কৰে প্ৰকৃতিৰ সেউজী-সোণালী আলিয়েদি আৰু মন-প্ৰাণ ভৰাই লয় প্ৰকৃতিৰ শোভা-অপৰূপা সৌন্দৰ্যৰ সৌৰভস্বৰূপ সমল। সেয়েহে ৰাভাৰ গীত-কবিতাত অঙ্কিত চিত্ৰকল্পত প্ৰকৃতিয়ে বিশেষ স্থান লাভ কৰিছে।

কল্পনাৰে প্ৰকৃতিৰ ছবি জীৱন্ত কৰি তোলাতো সিদ্ধহস্ত কবি বিষ্ণুপ্ৰসাদ ৰাভাৰ গীত-কবিতাত জীৱন আৰু প্ৰকৃতিৰ 'বৰষুণ-প্ৰেম ধুমুহা'ৰ চিত্ৰকল্পবোৰ খুবেই আকৰ্ষণীয় আৰু প্ৰকৃতিৰ বৰ্ণনাও প্ৰাঞ্জল শব্দ-বিন্যাসী ভাষাৰ সৰল-সৰস, সাহিত্যিক সৌন্দৰ্যখোদিত কাব্যিক ব্যঞ্জনাময়ী। এই প্ৰসংগত ৰাভাৰ 'মেঘমল্লাৰ' কবিতাটি মন কৰিবলগীয়া। এনেকৈ জীৱন্ত হৈছে ৰাভাৰ কবিতাত প্ৰকৃতিৰ ছবি –"মেঘমল্লাৰ! মেঘমল্লাৰ / প্ৰিয়তমা সুন্দৰী বিজুলী প্ৰিয়া / ভাঙি আনা ডাৱৰৰ কাৰেং দুৱাৰ / গুৰ-গুৰকৈ কৰি চুড়মাৰ মেঘমল্লাৰ।" আকৌ "মোৰ





প্ৰিয়া নাই' গীতটোত প্ৰকৃতিৰ প্ৰতিবিম্বৰে আঁকিছে জীৱন্ত চিত্ৰকল্প। এই প্ৰসংগত তলৰ কবিতাফাঁকি মন কৰিবলগীয়া -- "মেলি ধুমুহা তাইৰ ক'লা চুলিটাৰী / লুকুৱাই তৰা-জোন কৰে যে আন্ধাৰ।" এনেদৰে 'আজলী ছোৱালী' শীৰ্ষক গীতি কবিতাটোত জীৱন আৰু প্ৰকৃতিৰ সেউজসোণালী ৰিজনিৰ কথা খুবেই চিত্তাকৰ্ষক। এই গীতৰ নিম্নোক্ত স্তৱকটিয়ে কেনে সুন্দৰ প্ৰকৃতিৰ ছবি মনলৈ আনে --"ৰঙিলী পখিলী / বিৰিঁখে বিৰিখে / উলাহত সুহুৰিয়ায়।" মেঘৰ বুকুফালি বিজুলী চাকি আনিব খোজা বিষ্ণু ৰাভাই আকৌ সাধাৰণ মানুহৰ জীৱনক মদাৰৰ ফুলৰ লগত তুলনা কৰি এনে মানুহকে মদাৰেৰে আকাশ ৰাঙলী কৰিব পৰাৰ দৰে মহীয়সী গুণৰ কথা গীত-কবিতাৰ মাজেদিও ব্যক্ত কৰিছে / চেনেহী গাঁৱৰ প্ৰকৃতিৰ সেউজ চবিকো বিষ্ণু ৰাভাই বহুকেইটা গীত-কবিতাত চিত্ৰিত কৰিছে। শিলৰ হৃদয় ফালি কলকলকৈ নিজৰা বোৱাৰ কথা প্ৰকাশ কৰি জুৰ-মলয়াৰ পৰশতে জীৱন ভুলোৱা কবি বিষ্ণু ৰাভাই গীতৰ ভাষাত 'ৰণথলী নহয়, এয়া ৰংথলী" বুলি যুদ্ধৰ মজিয়াতো প্ৰকৃতিৰ ৰং সানি শান্তিৰ কপৌ উৰাব খুজিছে। গীতত পাহাৰ-ভৈয়ামৰ মানুহ আৰু প্ৰকৃতিৰ কথাকে সেউজ-সোণালী জীৱনৰ প্ৰতিফলনেৰে সুন্দৰৰ মাজতে জীৱন আৰু প্ৰকৃতিৰ ছবি অংকন কৰা বিষ্ণু ৰাভাই জীৱনৰ ৰং আৰু প্ৰকৃতিৰ ৰঙৰ সমাহাৰেৰে নান্দনিক সুৰ ধ্বনিত কৰিছে। এনেবোৰ গীতত প্ৰকৃতিৰ সৌন্দৰ্য-শোভাৰ মাজতে দেশৰ মাটিৰ গোন্ধ, প্ৰকৃতিৰ সৌৰভ আৰু মানুহৰ সেউজ মনৰ ভাবৰ সমাৰহণেৰে যেন প্ৰকৃতিপ্ৰেমী মানুহৰ নান্দনিক জীৱনৰ সুৰ ধ্বনিত হৈছে। সেয়েহে লক্ষ্য কৰা হৈছে যে বিষ্ণু ৰাভাৰ গীত-কবিতাৰ ক্ষেত্ৰত নৈসৰ্গিক চিত্ৰ অংকন আৰু নৈসৰ্গিক সৌন্দৰ্যৰ প্ৰকাশ এক বিশেষ বৈশিষ্ট্য আৰু বিশেষত্ব। জনতাৰ শিল্পী ৰাভাৰ জীৱনটো সেউজীয়া, মন সেউজীয়া আৰু দেহ সেউজীয়া। সঁচাই ৰাভাৰ জীৱন সেউজীয়া প্ৰাণেৰে সোণালী আৰু প্ৰকৃতিৰ শোভাৰে ৰং সনা। এনে গুণৰ বাবে বিষ্ণু ৰাভাৰ গীত-কবিতা মানুহৰ মনে-প্ৰাণে বোৱা আৰু প্ৰকৃতি-ৰসেৰে জীৱন ভুলোৱা।◀◀





# উত্তৰ-পূৰ্বাঞ্চলৰ জাতীয় ঐক্য, সংহতিত ৰাভাদেৱৰ ভূমিকা

*ড° নৰনাৰায়ণ শৰ্মা*

বিষ্ণু প্ৰসাদ ৰাভাই আজীৱন বিপ্লৱ-সংস্কাৰৰ মাজেৰে উত্তৰ-পূৰ্বাঞ্চলৰ সামাজিক, সাংস্কৃতিক পথাৰত যি সৃষ্টিকামী কৰ্ম-সংস্কৃৰি নিদৰ্শন দাঙি ধৰিলে সিয়ে বৃহত্তৰ অসমীয়া সমাজক ঐক্য-সংহতিৰ আদৰ্শ বিন্দু কৰিছে। বৰ্তমানৰ উত্তৰ পূৰ্বাঞ্চলৰ আটাইকেইখন ৰাজ্যই নানা সমস্যাৰে ভাৰাক্ৰান্ত হৈ থকাৰ সময়ছোৱাতেই ৰাভাদেৱে নিজৰ একক প্ৰচেষ্টাৰে স্বাধীনতা আন্দোলনত নিবিড়ভাবে জড়িত হৈ পিছলৈ সশস্ত্ৰ বিপ্লৱৰ দ্বাৰাই নিজৰ জীৱনৰ এটা সংঘাতপূৰ্ণ দিশ উদঙাই তোলে। এনেকুৱা জীৱনৰ সময়ত ৰাভাদেৱে যি গীত-মাত, নাট ৰচনা কৰিছিল সেইবোৰৰ জৰিয়তে সৰ্বস্তৰৰ মানুহক সুপ্ত অৱস্থাৰ পৰা জাগ্ৰত কৰিবলৈ খোজা চিন্তাইয়ো তেওঁৰ ঐক্য-সংহতিৰ চিন্তাকে সোঁৱৰাই দিয়ে।

অসম তথা পূৰ্বাঞ্চলৰ সাতোখন ৰাজ্যত ৰাভাদেৱে যেতিয়া ঘূৰি ফুৰিছিল তেতিয়া বিভিন্ন জনগণৰ লগত প্ৰত্যক্ষভাৱে মত বিনিময় কৰিছিল, সকলো ভাষা আয়ত্ব কৰিবলৈ চেষ্টা কৰিছিল আৰু সৰ্বস্তৰৰ মানুহৰ লগত আত্মীয়তা গঢ়ি তুলিছিল আৰু এইবোৰে ৰাভাদেৱৰ জীৱন বিচিত্ৰতাৰে পৰিপূৰ্ণ। তেওঁৰ সুমধুৰ গীত-মাত, মিত-ভাষ, বিশিষ্ট সংগীতৰ সুৰ-তাল, বিভিন্ন বাদ্যযন্ত্ৰৰ পৰিপক্কতা, ভাৰতীয় নৃত্যৰ ওপৰত প্ৰগাঢ়তা— এইবোৰে তেওঁৰ অসাধাৰণ প্ৰতিভাৰ চিনাকী দিয়ে। উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন জনগোষ্ঠীৰ বৰ্ণাঢ্য সংস্কৃতিৰে পৰিপুষ্ট অসমীয়া জাতিৰ ঐক্য-সংহতি, সামাজিক, সাংস্কৃতিক আদৰ্শৰ পৰা বিচ্যুত নহ'বলৈ ৰাভাদেৱে বৃহত্তৰ অসমীয়া জাতিক সোঁৱৰাই দিছিল। ৰাভাদেৱৰ জীৱন-আদৰ্শ, চিন্তা-চৰ্চা, তাত্বিক কথাৰ আলোচনা-অধ্যয়ন আৰু প্ৰগাঢ় ব্যক্তিত্বৰ জৰিয়তে বৃহত্তৰ অসমীয়া জাতীয় আৰু জনজাতীয় ঐক্যৰ বান্ধোন সুদৃঢ়





হৈছিল। উত্তৰ-পূৰ্বাঞ্চলৰ ঐক্য-সংহতিৰ প্ৰসংগত ৰাভাদেৱৰ এষাৰ মন্তব্য তাৎপৰ্য্যপূৰ্ণ— "জনজাতীয়সকলেহে বৃহত্তৰ অসমীয়া ঐ; মিলিজুলি থাক; নহলে মৰিবি ঐ"। ঐক্য সংহতিৰ তথা সংস্কৃতিৰ পথাৰত অনৈক্যৰ বীজ সোমাই বৰ অসমত বাস কৰা বৰ্ণাঢ্য জনগোষ্ঠীসমূহৰ মাজত বিভেদ হ'ব নোৱাৰে তাৰ বাবেও ৰাভাই অতন্দ্ৰী প্ৰহৰীৰ দৰে কাম কৰিছিল। বিভিন্ন জনজাতীয় সাংস্কৃতিক উপাদানেৰে পুষ্ট বৰ্ণাঢ্য বৃহত্তৰ অসমীয়া সংস্কৃতিৰ সংৰক্ষণ তথা প্ৰচাৰৰ জৰিয়তে এখন বিকশিত অসম গঢ়াৰ সপোন ৰাভাদেৱে দেখিছিল।

পূৰ্বাঞ্চলৰ ঐক্য-সংহতিৰ বাবে ৰাভাই অসমৰ গাঁৱে-ভূঁএে, পাহাৰীয়া ৰাজ্য কেইখনৰ বাহিৰে-ভিতৰে ঘূৰি-ফুৰি জনজাতীয় সাংস্কৃতিক উপাদানবোৰ আয়ত্ত কৰি লৈছিল। ৰাভাৰ চৰিত্ৰৰ বিশেষ বৈশিষ্ট্য এয়া আছিল যে শিল্পীৰ ঘৰত নানান গীত-মাতৰ আখৰা কৰা, কৃষক-বনুৱাৰ ঘৰত বহি সুখ-দুখৰ কথা-বতৰা পাতি তেওঁলোকৰ দুখৰ সমভাগী হোৱা। এনে চিন্তন-মননৰ ক্ষেত্ৰত ৰাভাদেৱৰ এক ব্যতিক্ৰমী সমাজ দায়বদ্ধতাৰ চানেকি বিচাৰি পোৱা যায়।

সমাজৰ ভবিষ্যৎ নিৰ্ভৰ কৰে উত্তৰ পুৰুষৰ হাতত। এই উত্তৰ পুৰুষক একতাৰ ডোলেৰে বান্ধি প্ৰকৃত পথৰ সন্ধান দিয়াটো জ্যেষ্ঠজনৰ দায়িত্ব আৰু কৰ্তব্য। অসম আৰু ওচৰ-চুবুৰীয়া ৰাজ্যৰ গীত-মাত আয়ত্ব কৰি আৰু ইয়াৰ যোগেদি উত্তৰ পুৰুষক উদ্বুদ্ধ কৰাৰ প্ৰয়াস কৰিছিল। অবক্ষয় প্ৰাপ্ত এটা জাতিক জ্ঞানৰ শলিতাইহে বৌদ্ধিক দিশত উত্তৰণ ঘটাব পাৰে। জ্ঞানৰ অবিহনে বিকাশ সম্ভৱ হ'ব নোৱাৰে। ৰাভাদেৱে জ্ঞানৰ শলিতাৰে সমাজ, জাতি তথা পৃথিৱীখনকে জুকিয়াই চোৱাৰ চেষ্টা কৰিছিল। উত্তৰ পূৰ্বাঞ্চলত সাম্প্ৰদায়িক সম্প্ৰীতিৰ বান্ধোন দৃঢ় কৰিবলৈ আৰু সুফল চাৰিওফালে বিয়পাবলৈ ওৰেটো জীৱন ৰাভাই চেষ্টাৰ ক্ৰুটি কৰা নাছিল বুলি আমাৰ বোধ হয়। তেওঁৰ গীত-মাত, নৃত্য-তাল-লয়, সগোষ্ঠীয় নৃত্য-গীতৰ লগত মিলাই মানুহৰ অন্তৰত মৈত্ৰীভাব প্ৰকাশ কৰিছিল। সকলো ধৰ্ম, বিভিন্ন গোষ্ঠীৰ সকলো লোকৰ অন্তৰত প্ৰেম-মৈত্ৰীৰ ভাব জাগ্ৰত হোৱাটো তেওঁ মনে-প্ৰাণে বিচাৰিছিল। মহাপুৰুষ গুৰু দুজনাৰ





শ্ৰেণীহীন, প্ৰাচীৰবিহীন সম্প্ৰীতিৰ সমাজখন বাস্তৱক্ষেত্ৰত ৰূপায়িত কৰিবলৈ ৰাভাদেৱে অহৰহ প্ৰচেষ্টা চলাইছিল এজন বৃহত্তৰ অসমীয়াৰ অংশীদাৰ হিচাবে।

উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন সম্প্ৰদায় আৰু জনগোষ্ঠীৰ স্বকীয় বৈশিষ্ট্য উদ্ধাৰৰ বাবে আৰু বৰ্তমানৰ আবেগিক সংঘাতৰ ফলস্বৰূপেও সাতভনীৰ সৃষ্টিৰ কাৰ্যই আমাৰ মাজত ভুল বুজাবুজিৰ সৃষ্টিও কৰিছিল। তাৰ ফলস্বৰূপে নিজ নিজ ৰাজ্যত প্ৰগতি ব্যাহত হোৱা, ওচৰ চুবুৰীয়াৰ ভাষা-সাহিত্যক অবজ্ঞা কৰা, সমাজ-সংস্কৃতিক অনীহা আদি কাৰ্যত আমাৰ ব্যৱধান দিনক দিনে বাঢ়ি গৈছে। এনে অৱস্থাৰ পৰিপ্ৰেক্ষিতত ৰাভাই বৃহত্তৰ অসমৰ বাপতি সাহোন বিহুৰ ওপৰতে সন্তুষ্ট নহৈ জনগোষ্ঠীয় উৎসৱ আদিক গুৰুত্ব দি সিবিলাকৰ দ্ৰুততৰ উন্নতিৰ বাবে দেহে কেহে লাগিছিল আৰু নিজে সিবিলাকৰ মাজত সোমাই পৰিছিল।

উত্তৰ-পূৰ্বাঞ্চলৰ নগাসকলৰ সাংস্কৃতিক দিশটো ওখ খাপৰ। নগাসকলৰ নগাচাঙ বৰ্ণময়। নগাচাঙৰ নৃত্যত টিংখাং ৰজা, খাটীয়া পাহাৰৰ খাচীসকলেই কাবামৰ ছেৱে ছেৱে 'নংক্ৰেম' নাচা, ঐতিহ্যপূৰ্ণ মণিপুৰৰ 'লাইছবি' (নাচনী)সকলে থাংজি দেৱতাৰ (বৰষুণৰ দেৱতা) উদ্দেশ্যে নৃত্য কৰা, ডিমাছাই মাৰি পেঁপাৰে হাচাৰী (হুচৰি) গাই বিচুমেলা উৎসৱ পালন কৰা, বড়ো লোকসকলে চিফুং বজাই চিখ্‌লাক নচুৱা, ঐনিতমৰ সুৰৰ ঝংকাৰ তোলা, দেউৰীসকলৰ দিবঙীয়া গীত আদি বিচিত্ৰ নৃত্যৰ উপাদানবোৰ ৰাভাই নিজে আয়ত্ব কৰি সিবিলাকৰ উন্নতিৰ হকে জীৱনৰ বহু সময় কটাইছিল। জাতীয় ঐক্য-সংহতিৰ চিন্তা আৰু উন্নয়নৰ বাটেৰে ৰাভাদেৱে পূৰ্বাঞ্চলৰ সকলো জাতি-জনজাতিকে সকিয়াই দিছিল। আমি ৰাভাদেৱৰ সেই সকীয়নিৰ প্ৰতি গুৰুত্ব দিয়া উচিত নহ'লে ৰাভাৰ আদৰ্শৰ তাৎপৰ্য্যৰ কোনো গুৰুত্ব নাথাকিব। ৰাভাদেৱে সৰ্বকালৰ শ্ৰেষ্ঠ মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ চৰণত শৰণ লৈ পূৰ্বাঞ্চলৰ পাহাৰে-ভৈয়ামে মৈত্ৰীৰ বাণী প্ৰচাৰ কৰি এখন শ্ৰেণীহীন সমাজ গঢ় দিয়াৰ সপোন



দেখি তাক বাস্তৱত ৰূপায়িত কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। ৰাভাই মাৰ্ক্স, এঞ্জেল, লেনিনৰ আদৰ্শত বিমোহিত হলেও গুৰুজনাৰ সৰ্বগুণাকৰ মহত্বই তেওঁক বাৰুকৈয়ে আপ্লুত কৰিছিল। এনেদৰেই অসমীয়া কলা-



সংস্কৃতিৰ সাধক হৈ ৰাভাই দেশৰ ঐক্য-শান্তি প্ৰতিষ্ঠা কৰিবলৈ কঠোৰ শ্ৰম অব্যাহত ৰাখিছিল।

ঐক্য আৰু সংহতি নহলে কোনো জাতি, জাতিসত্বা আগবাঢ়ি আহিব নোৱাৰে বুলি ৰাভাই হৃদয়ঙ্গম কৰিছিল। উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন ভাষা-ভাষী, উপভাষা, দোৱান কোৱা লোকসকলৰ মাজত ঐক্য-সংহতি বজাই ৰাখিবলৈ ৰাভাদেৱে যি চেষ্টা আমৰণ পৰ্য্যন্ত চলাইছিল তাৰ বাবে তেওঁক এই পূৰ্বাঞ্চলৰ ৰাইজে আদৰি লৈছিল। ঐক্যৰ ভেটি সুদৃঢ় নহলে কোনো জাতি সুৰক্ষিত নহয়। অসমৰ সকলো থলুৱা জাতি-জনগোষ্ঠীৰ অৰ্থনৈতিক তথা সাংস্কৃতিক অধিকাৰৰ বাবে ৰাভাদেৱে বিশেষ গুৰুত্ব আৰোপ কৰিছিল। এই গুণৰ বাবে বিষ্ণু ৰাভাক সকলো স্তৰৰ মানুহে শুদ্ধ পথৰ পথিক বুলি গ্ৰহণ কৰি তেওঁৰ ব্যক্তিসত্বাক শ্ৰদ্ধা জনাইছিল। বৰ্তমান যুগৰ প্ৰেক্ষাপটত বিষ্ণু ৰাভাৰ জীৱন-দৰ্শন আৰু আদৰ্শৰ প্ৰয়োজনীয়তা কোনেও অস্বীকাৰ কৰিব নোৱাৰে। বিষ্ণু ৰাভাৰ ব্যক্তিত্ব তথা কৰ্মৰাজী আমাৰ উত্তৰ পুৰুষৰ বাবে পাথেয় হওঁক— এই কামনাৰে।◂◂


প্ৰসংগ পুথি ঃ

১। মুখাৰ্জী; মোহন লাল ঃ বিষ্ণু ৰাভাৰ জীৱন দৰ্শন।

২। প্ৰকাশন পৰিষদ ঃ বিষ্ণু ৰাভাৰ ৰচনাৱলী।

৩। গৰীয়সী।

৪। ড° শৰ্মা; সত্যেন্দ্ৰ নাথ ঃ অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত।




# ৰাভাৰ ৰাজনৈতিক চেতনা, ভাৰতৰ মুক্তি সংগ্ৰামৰ আঁতধৰি

*ৰাজেন বৰুৱা*

ইংৰাজ কবি ৰুডয়াৰ্ড কিপলিঙে (Rudyard Kipling) ভাৰতবৰ্ষত ব্ৰিটিচ সাম্ৰাজ্যবাদক ন্যায়সংগত প্ৰতিপন্ন কৰাৰ বাবে ভাৰতীয় সকলক ইংৰাজসকলৰ বোজা (White Man' Burden) বুলি অভিহিত কৰিছিল। তেওঁৰ দৃষ্টিত ইংৰাজৰ নিচিনা পাশ্চাত্যৰ সুসভ্য, অগ্ৰগামী জাতি এটাৰ ভাৰতৰ নিচিনা প্ৰাচ্যৰ পশ্চাৎপদ দেশ এখনৰ জনগণক উদাৰ গণতান্ত্ৰিক ব্যৱস্থাৰ ধাৰণা সম্পৰ্কে শিক্ষিত কৰাটো এটা সময়ৰ আহ্বান, এৰাব নোৱাৰা দায়বদ্ধতা। খৃষ্টীয় পঞ্চদশ শতিকাত ইটালীক কেন্দ্ৰ কৰি ইউৰোপত নৱ-জাগৰণৰ অভ্যুদয় হোৱাৰ মাজেৰে আধুনিক যুগ আৰম্ভ হয়। গতিকে ইউৰোপত আধুনিক সভ্যতা তথা বুৰ্জোৱা গণতান্ত্ৰিক ব্যবস্থা প্ৰাচ্যৰ দেশসমূহতকৈ বহু আগতে প্ৰতিষ্ঠা হয়। কিন্তু ইংৰাজসকলে সুদীৰ্ঘ দুশবছৰ কাল ভাৰতবৰ্ষ শাসন কৰাটো এটা ৰাজনৈতিক দায়বদ্ধতা নে জঘন্য শোষণ-নিৰ্যাতনৰ মাজেৰে পৰৰাজ্যৰ সম্পদ লুণ্ঠন কৰি সাম্ৰাজ্যবাদী স্বাৰ্থ পূৰণ কৰা তাক বুজাটো কঠিন নহয়। এইটো বাস্তৱ যে অসংখ্য ৰজা-মহাৰজাই শাসন কৰা বিভিন্ন জাত-পাত-ধৰ্ম-বৰ্ণ-সম্প্ৰদায়-ভাষা-সংস্কৃতিৰ লোকৰ বাসভূমি ভাৰতবৰ্ষই পোনপ্ৰথমবাৰৰ বাবে বৃটিছ সাম্ৰাজ্যবাদী শাসকসকলৰ বিৰুদ্ধে জাতীয়তাবাদী চেতনাৰে মাউখে বান্ধি ঠিয় হ'বলৈ চেষ্টা কৰে। হয়তো ইংৰাজসকলে জাপি দিয়া আৰ্থ-সামাজিক আৰু ৰাজনৈতিক কৰ্ম-কাণ্ডৰ ফলত ভাৰতীয়সকলে 'আমিও আধুনিক মানুহ' এই চিন্তাৰে প্ৰতিবাদ সাব্যস্ত কৰিবলৈ আগবাঢ়ে। ব্ৰিটিছসকলে দুটা পৰ্যায়ৰ মাজেৰে ভাৰতবৰ্ষত সুদীৰ্ঘকাল দৃঢ়ভাৱে খোপনি পুতিবলৈ সক্ষম হৈছিল। প্ৰথম পৰ্যায়ত ১৬





শতিকাত মোগল সাম্ৰাজ্যৰ পতনৰ পৰা আৰম্ভ কৰি স্বাধীনতাৰ প্ৰথম যুদ্ধ অথাৎ চিপাহী বিদ্ৰোহলৈ (খৃঃ ১৮৫৭) 'বৃটিছ ইষ্ট ইণ্ডিয়া কোম্পানী'য়ে দেশীয় শাসকসকলৰ পৰা ক্ষমতা দখল কৰাৰ বাবে কঠোৰ সংগ্ৰাম কৰিবলগীয়া হৈছিল। আনকি ভাৰতবৰ্ষ সম্পূৰ্ণভাবে নিজৰ অধীনলৈ অনাৰ বাবে ইংৰাজসকলে ভাৰতভূমিত ফ্ৰান্স, পৰ্টুগীজ আদি অন্য সাম্ৰাজ্যবাদী দেশৰ এজেণ্ট শাসকসকলৰ লগত যুদ্ধত লিপ্ত হৈছিল। দ্বিতীয় পৰ্যায়ত ১৯৪৭ চনলৈ সুদীৰ্ঘকাল বৃটিছ শাসকসকলে এটা নিয়মতান্ত্ৰিক শাসন-ব্যৱস্থা গঢ়ি তুলি নিষ্ঠুৰভাৱে শাসন-শোষন কৰিছিল। ভাৰতীয়সকলে বৃটিছৰাজৰ আতিশয্যত অতিষ্ঠ হৈ 'বন্দে মাতৰম', 'কৰিম নহলে মৰিম' ধ্বনিৰে সংগ্ৰাম গঢ়ি তুলিছিল।

কাৰ্ল মাৰ্ক্সৰ দৃষ্টিভংগী মতে ভাৰতবৰ্ষত বৃটিছসকলে 'দ্বৈত মিচন' লৈ কাম কৰিছিল। এটা আছিল ধ্বংসাত্মক আৰু আনটো আছিল পুনৰ্গঠনমূলক। প্ৰথমে প্ৰাচীন এচিয় পদ্ধতিৰ সমাজ-ব্যৱস্থা ধ্বংস কৰা আৰু দ্বিতীয়তে তাৰ বুকুত পশ্চিমীয়া সমাজ-ব্যৱস্থাৰ ভেটি প্ৰতিষ্ঠা কৰা। কিন্তু ব্ৰিটিছসকল মূলতঃ ধ্বংসাত্মক আৰু প্ৰতিক্ৰিয়াশীল চৰিত্ৰৰ আছিল। তাৰমাজতে তেওঁলোকে সাম্ৰাজ্যবাদী স্বাৰ্থতে এটা বৈপ্লৱীক আৰু পুনৰ্গঠনমূলক দায়িত্ব পালন কৰিছিল। কিন্তু তেওঁলোকৰ 'প্ৰজাৰ হিতকাৰী ঔপনিবেশিক উদাৰীকৰণ'ৰ আৱৰণৰ তলত মুল লক্ষ্য আৰু নীতি আছিল চলেবলে চলে-কৌশলে বিশাল সাম্ৰাজ্য গঢ়া। সাম্ৰাজ্যবাদী শাসনৰ কোনো স্তৰতেই তেওঁলোকে সাম্ৰাজ্যবাদী চৰিত্ৰ ত্যাগ কৰিব পৰা নাছিল। স্বাভাৱিকতেই ইয়াৰ ফলস্বৰূপে সাম্ৰাজ্যবাদে নিজে নিজৰ শত্ৰুৰ জন্ম দিছিল অৰ্থাৎ বৃটিছৰ বিৰুদ্ধে ভাৰতীয়সকলে প্ৰৱল সংগ্ৰাম গঢ়ি তুলিছিল। গতিকে সাম্ৰাজ্যবাদ ইয়াৰ সহজাত শোষণ-লুণ্ঠনৰ প্ৰকৃতিৰ বাবে ই গণতন্ত্ৰ বা পদানত জাতিৰ আত্মশাসনৰ প্ৰতিষ্ঠাৰ বাবে আগবাঢ়ি অহা নাছিল। সাম্ৰাজ্যবাদৰ ভিত্তিয়েই হ'ল শক্তি (Force) আৰু ই জীয়াই থকাৰ আহিলা হ'ল সামৰিক শক্তি। সাম্ৰাজ্যবাদে ইমান নিৰ্দয় আৰু জঘন্য ৰূপ লৈছিল যে ইংৰাজ লেখক গেৰটে (Garrot) নিজে স্বীকাৰ কৰিছিল এনেধৰণে— "The long succession of murder and





brutalities perpetrated by Englishmen upon the Indians which either went unpunished, or for which, at the demand of the whole European community only a small penalty was executed."

ক্ষমতাৰ ৰাগীত মদমত্ত হৈ ব্ৰিটিছ আমোলাসকলে দিনে দিনে শাসিতসকলৰ প্ৰতি দায়িত্বজ্ঞানহীন আৰু স্বৈৰাচাৰী হৈ ভাৰতীয়সকলক তিনিটা নীতিৰ ভিত্তিত শাসন কৰিছিল। এই তিনিটা আছিল— (১) ইউৰোপীয়সকলৰ জীৱন ভাৰতীয়সকলতকৈ মূল্যবান। (২) প্ৰাচ্যৰ লোকসকলে কেৱল ভীতিহে বুজি পায়। (৩) বৃটিছসকলে ভাৰত দখল কৰোতে বহুত জীৱন আৰু ধন ব্যয় কৰিবলগীয়া হৈছিল। গতিকে বৃটিছসকলে ভাৰতীয়সকলক আত্মশাসনৰ বাবে শিক্ষিত কৰি সংসদীয় শাসন ব্যৱস্থা প্ৰৱৰ্তনৰ চিন্তা কৰা নাছিল। বৰং "......it was just like playing tricks to strike somehow a deal between the interests of British imperialism and the demands of Indian nationalism."

সামাজিক ক্ষেত্ৰত ব্ৰিটিছৰাজৰ প্ৰতিক্ৰিয়াশীল চৰিত্ৰ বেছিকৈ প্ৰকট হৈছিল তেতিয়া যেতিয়া তেওঁলোকে 'কলা'ৰ ওপৰত 'বগা'ৰ শাসন ন্যায়সংগত কৰিছিল। কবি কিপলিঙে বিশ্বৰ কলা চামৰাৰ লোকসকলক Half devil and half child আখ্যা দিছিল। অৰ্থনৈতিক ক্ষেত্ৰত তেওঁলোকে চূড়ান্ত প্ৰতিক্ৰিয়াশীল আৰু ধ্বংসাত্মক নীতি লৈছিল। মাৰ্ক্সৰ ভাষাত— "It was the British intruder who broke up the Indian handloom and destroyed the spinning wheel." বৃটিছসকলে এহাতে ভাৰতীয় 'ফাইন আৰ্টচ্' আৰু শিল্প ধ্বংস কৰিছিল আৰু জাতীয় সম্পদ দেশৰ বাহিৰলৈ উলিয়াই নিয়াৰ বাবে জগৰীয়া আছিল।



এনে পটভূমিত নৰমপন্থী, উগ্ৰপন্থী, সশস্ত্ৰপন্থী বা নৈৰাজ্যবাদী আদি ভিন ভিন দৃষ্টিভংগীৰে ভাৰতীয় মুক্তিযোদ্ধাসকলে সাম্ৰাজ্যবাদ বিৰোধী সংগ্ৰামত নামি পৰিছিল। গোপাল কৃষ্ণ গোখলে, দাদাভাই নৌৰজী আদি নেতাই শান্তিপূৰ্ণভাৱে আবেদন-নিবেদন কৰি কিছু চৰকাৰী সুবিধা



আদায়ৰ চেষ্টা কৰিছিল। লোকমান্য বাল গংগাধৰ তিলক, বিপিন চন্দ্ৰ পাল, লালা লাজপুত ৰায় (লাল, বাল, পাল) আদি নেতৃবৃন্দই উগ্ৰ পথ গ্ৰহণ কৰিছিল। অন্যহাতে এচাম যুব বিপ্লৱী ব্ৰিটিচৰাজৰ নিৰ্মম আচৰণ আৰু কৰ্ম-কাণ্ডত জ্বলি-পকি সশস্ত্ৰ সংগ্ৰামৰ পথ লৈছিল। উল্লেখ্য যে কুৰিৰ দশকৰ আৰম্ভণিতে (১৯০২) বাংলাদেশৰ ঢাকা, চট্টগ্ৰাম আদি ঠাই বিপ্লৱী কৰ্ম-কাণ্ডৰ ঘাটি হৈ উঠে। ১৯০৫ চনত কাৰ্জন চাহাবৰ বিৰুদ্ধে আন্দোলনে জংগী ৰূপ ধাৰণ কৰে। বাংলাৰ বিপ্লৱীসকলৰ মুখপত্ৰ 'যুগান্তৰ'ত ১৯০৬ চনত ব্ৰিটিছ শাসকসকলৰ দমন-পীড়নৰ বিৰুদ্ধে এনেধৰণে সম্পাদকীয় লিখিছিল— "দেশৰ ত্ৰিশ কোটি মানুহে যদি তেওঁলোকৰ ষাঠি কোটি হাত প্ৰতিৰোধৰ প্ৰতিজ্ঞা কৰি তুলি ধৰে তেতিয়া বন্ধ হৈ যাব এই অত্যাচাৰ। একমাত্ৰ শক্তি দিয়েই শক্তিক স্তব্ধ কৰা সম্ভৱ।" গতিকে বৃটিছ শাসকসকলৰ নিৰ্যাতন যিমনেই বাঢ়িল সিমানেই সশস্ত্ৰ বৈপ্লৱিক অভ্যুত্থান প্ৰৱল হয়। ১৯০৯ চনৰ ১ জুলাই তাৰিখে লণ্ডনৰ জাহাঙ্গীৰ হ'লত এখন সভাত চাৰ জন কাৰ্জন ওয়াইলিক ইঞ্জিনিয়াৰিঙৰ ছাত্ৰ মদনলাল টিংৰাই গুলি কৰি হত্যা কৰে। চৰকাৰে টিংৰাক ফাঁচি দিয়ে। এনেকৈ অনেক ভাৰতীযই সাম্ৰাজ্যবাদী অত্যাচাৰী শাসকসকলৰ বিৰুদ্ধে ঠিয় হৈ দেশপ্ৰেম আৰু আত্মবলিদান দিয়ে। দেশৰ এনে উত্তাল ৰাজনৈতিক অৱস্থা চলি থকা সময়তে ১৯০৯ চনৰ ৩১ জানুৱাৰীত ঢাকাত বিষ্ণু ৰাভাই জন্ম লাভ কৰে। ৰাভাৰ জন্ম সময় আৰু স্থানত সশস্ত্ৰ সংগ্ৰামৰ এই প্ৰৱল ঢৌ চলি আছিল। এই সংগ্ৰামৰ প্ৰাবল্যই ব্ৰিটিছসকলৰ থৰ-কাছুটি নোহোৱা কৰিছিল। ১৯১৩ চনত আমেৰিকাস্থ ভাৰতীয় (অধিকাংশ পাঞ্জাবী) বিদ্ৰোহীয়ে 'গদৰ' (বিদ্ৰোহ) পাৰ্টিৰ জন্ম দিয়ে। এওঁলোক প্ৰথম মহাযুদ্ধৰ (১৯১৪) সময়ত দেশলৈ উভটি আহি ৰাইজক বিদ্ৰোহী সংগ্ৰামত যোগ দিবলৈ আহ্বান জনায়। ১৯১৫ চনৰ ২১ জানুৱাৰীত সশস্ত্ৰ বিদ্ৰোহৰ আহ্বান দিয়ে; কিন্তু ই ব্যৰ্থ হয় আৰু প্ৰথম লাহোৰ ষড়যন্ত্ৰ মামলা আৰম্ভ হয়।



গতিকে ৰাভাৰ জন্মৰ পৰা আৰম্ভ কৰি শিশুকাল এনে বিপ্লৱী পৰিবেশৰ মাজেৰে আগবাঢ়ে আৰু ই ৰাভাৰ মনত প্ৰভাৱ বিস্তাৰ কৰে। পিতৃ বিয়োগৰ পিছত ৰাভা



১৯১৭ চনত অসমৰ তেজপুৰলৈ স্থানান্তৰিত হয় আৰু তাত স্কুলীয়া শিক্ষা আৰম্ভ কৰে। সেই চনতেই পৃথিৱী কঁপোৱা যুগান্তকাৰী অক্টোবৰ বিপ্লৱ সফলভাৱে সম্পন্ন হয়। এই বিপ্লৱে ভাৰতীয় নেতা আৰু জনগণক সাম্ৰাজবাদ বিৰোধী সংগ্ৰামত প্ৰবল উৎসাহ-উদ্দীপনা যোগায়। অনেক ভাৰতীয় মুক্তি যোদ্ধাই নিজকে 'বলচেভিক' বা 'কমিউনিষ্ট' বুলি চিনাকী দি গৌৰৱ অনুভৱ কৰিছিল, প্ৰেৰণা লাভ কৰিছিল। ১৯২৬ চনত ৰাভা উচ্চ শিক্ষা গ্ৰহণৰ বাবে কলিকতালৈ যায়। সেই সময়ত বিভিন্ন স্থানত কৃষক বিদ্ৰোহ আৰম্ভ হয়। ১৯২৬ চনৰ পৰা ১৯২৮ চন মানলৈ বিপ্লৱী যুৱকৰ্মীসকল সমাজতান্ত্ৰিক আদৰ্শ গ্ৰহণৰ দিশত অগ্ৰসৰ হয়। ১৯২৮ চনত বিভিন্ন বিপ্লৱী গ্ৰুপক একত্ৰিত কৰি ভগত সিঙে এটা সৰ্বভাৰতীয় সংগঠন গঢ়াৰ পৰিকল্পনা কৰে। সেই সময়ত ৰাভাই বিপ্লৱী কলেজীয়া সহপাঠীৰ সান্নিধ্যলৈ আহি নৈৰাজ্যবাদী শিবিৰত সোমাই পৰে। চৰকাৰী পুলিচৰ দৃষ্টিৰ পৰা আঁতৰি থাকিবলৈ ৰাভা কোচবেহাৰৰ ভিক্টোৰিয়া কলেজলৈ আহে। তাত তেওঁ ৰাজবাৰীৰ সিংহদ্বাৰত—

'ৰাজ্যে আছে দুইটি পাঠা।
কটি কালো একটি সাদা।।
ৰাজ্যেৰ যদি মঙ্গল চাওঁ।
দুইটি পাঠাই বলি দাওঁ।।"— এই কথা বঙালিতে লিখি আঁৰি থয়। উল্লেখ্য যে ইংৰাজ শাসনৰ প্ৰতিনিধি ৰিজেণ্ট হাট্চিনচন আৰু বৃটিচ চৰকাৰৰ পদলেহনকাৰী দেৱান খাস্তগীৰ দুয়োকে বলি দিয়াৰ আহ্বান জনাইছিল। ৰাভাই সাম্ৰাজ্যবাদী সংগ্ৰামত কিমান আস্থাৰে আৰু বিশেষকৈ সশস্ত্ৰ পথেৰে অগ্ৰসৰ হৈছিল ই তাৰেই জ্বলন্ত সাক্ষী।

ইতিমধ্যে মুক্তি যুদ্ধই অধিক গতি লাভ কৰি থকাৰ সময়তে কুৰি শতিকাৰ ২০ৰ দশকত ('২০-'২৫) কমিউনিষ্ট পাৰ্টিৰ জন্ম হয়। এই কমিউনিষ্ট পাৰ্টিয়ে ১৯৪৫ চনমানলৈ কংগ্ৰেছৰ ভিতৰতে থাকি সাম্ৰাজ্যবাদী সংগ্ৰামত গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল আৰু এক বিপ্লৱী কাৰ্য্যসূচীৰে ভাৰতৰ দলিত জনগণৰ মুক্তিৰ প্ৰস্তুতি চলাইছিল। ভাৰতীয় ৰাজনৈতিক জীৱনৰ এনেক পৰিবেশত ৰাভাই প্ৰায় ৪০ৰ দশকৰ আগলৈ এহাতে





নৈৰাজ্যবাদী পথেৰে বিদ্ৰোহ সংগঠিত কৰা আৰু অন্যহাতে শংকৰ-মাধৱৰ আদৰ্শেৰে অতীত অসমৰ গৌৰৱ পুনৰ প্ৰতিষ্ঠা কৰাৰ চিন্তা-চৰ্চা কৰিছিল। ৰাজনৈতিকভাৱে নিঃসন্দেহে সাম্ৰাজ্যবাদী শোষণৰ অৱসানৰ চিন্তা আৰু কাৰ্যসূচীত নৈৰাজ্যবাদীৰূপে অভিন্নভাৱে জড়িত হৈ থাকিও তেওঁ হয়তো সেই সময়লৈ সমাজ ৰূপান্তৰৰ সঠিক পথ তথা মাৰ্ক্সীয় আদৰ্শ গ্ৰহণ কৰি শোষণমুক্ত সমাজ গঢ়াৰ বিজ্ঞানসন্মত পথ লব পৰা নাছিল। ৰাভাই সাম্যবাদী আদৰ্শ কাৰ প্ৰভাৱত গ্ৰহণ কৰিছিল তাৰ কোনো তথ্য পোৱা নাযায়। লেখক প্ৰবীন বৈশ্যই 'পলিটিকেল হিষ্ট্ৰী অব আসাম', ২য় খণ্ডৰ উদ্ধৃতি দি 'সৈনিক শিল্পী বিষ্ণু ৰাভা' গ্ৰন্থত লিখামতে জনৈক পবিন ৰায় নামৰ লোকে গোৱালপাৰাত কৃষক সংগঠন গঢ়ি তুলিছিল। তেনে কোনো লোকৰ সান্নিধ্যলৈ আহি তেওঁ কমিউনিষ্ট আদৰ্শত অনুপ্ৰাণিত হয় বুলি কোনো কোনোৱে ভাবে। ২০ৰ দশকৰ শেষৰ পিনে কেইজনমান কটন কলেজৰ ছাত্ৰই বেংগল 'কৃষক বনুৱা পাৰ্টি'ৰ লগত যোগাযোগ কৰা বুলি জনা যায়। ইতিমধ্যে ১৯৩০-৩১ চনত বিদেশী বৰ্জন আন্দোলনৰ ঢৌ দেশৰ ইমূৰ-সিমূৰ বিয়পি পৰে। 'বিদেশী বৰ্জন', 'আইন' অমান্য আন্দোলনত ৰাভাই ছাত্ৰ জীৱন কাটি কৰি থৈ জপিয়াই পৰে। ৩০ দশকৰ মাজভাগত এচাম কংগ্ৰেছ কৰ্মীও ৰেডিকেল দৃষ্টিভংগী গ্ৰহণ কৰি কমিউনিষ্ট ভাবাপন্ন হয়। ১৯৩৭ চনত হেনো কটন কলেজৰ কেইজনমান ছাত্ৰই ৰেডিকেল ক্লাব খুলি বে-আইনী কমিউনিষ্ট লিটাৰেচাৰ ছাত্ৰৰ মাজত বিলি কৰিছিল। পলিটিকেল হিষ্টৰি অব আচাম দ্বিতীয় খণ্ডৰ উদ্ধৃতি দি শ্ৰীপ্ৰবীণ বৈশ্যই লিখা তথ্য মতে ১৯৩৮ চনত প্ৰখ্যাত মুক্তি যুঁজাৰু আৰু সমাজবাদী নেতা জয় প্ৰকাশৰ পৰামৰ্শ মতে যদু শইকীয়াই গোলাঘাটত 'চোচিয়েলিষ্ট গ্ৰুপ' গঠন কৰে। ১৯৮০ চনত ধীৰেণ দত্তৰ নেতৃত্বত শ্ৰীমান প্ৰফুল্ল গোস্বামীক সম্পাদক হিচাবে লৈ গোলাঘাটৰ মিচামাৰাত 'প্ৰাদশিক চোচিয়েলিষ্ট পাৰ্টি' গঠিত হয়। সদৌ অসম ছাত্ৰ সন্মিলন, মণিপুৰী ৰাজ্যিক ছাত্ৰ সন্মিলন, চিলং ছাত্ৰ সন্মিলন লগ হৈ সদৌ অসম ছাত্ৰ মহা সন্মিলন ১৯৩৯ চনত গঠিত হয় আৰু ই ভাৰতীয় কমিউনিষ্ট পাৰ্টিৰ নিয়ন্ত্ৰণ থকা ছাত্ৰ ফেডাৰেচনৰ অন্তৰ্ভূক্ত হয়। এই সংগঠনে মাৰ্ক্সীয় দৰ্শন





প্ৰচাৰৰ দায়িত্ব লয় আৰু ১৯৩৮ চনত সৌমেন্দ্ৰ ঠাকুৰৰ নেতৃত্বত গৌহাটীৰ পাণবজাৰত 'ৰেডিকেল ইন্‌ষ্টিটিউট' গঠন কৰি যুৱ-ছাত্ৰক মাৰ্ক্সীয় দৰ্শনৰ প্ৰশিক্ষণ দিয়ে। ১৯৩৯ চনত সুধাময় দাসগুপ্তই 'কমিউনিষ্ট লীগ'ৰ অসম শাখাৰ জন্ম দিয়ে আৰু ই 'সদৌ অসম প্ৰগতিশীল যুৱক সংস্থা' নামে যুৱক সংগঠন গঢ়ি তোলে। উল্লেখিত সংগঠনৰ লগত জৰিত সকলৰ ভিতৰত বিষ্ণু ৰাভা উল্লেখযোগ্য। 'কমিউনিষ্ট লীগ'ৰ নেতৃত্বত গঢ় লৈ উঠা 'কৃষক বনুৱা পঞ্চায়ত'ৰ লগত জৰিত হৈ ৰাভাই গোৱালপাৰা, কনিহা (উত্তৰ কামৰূপ), নামটিদল (শিৱসাগৰ) আদি ঠাইত সংগঠনৰ উদ্দেশ্যে ঘূৰি ফুৰিছিল। সেই সময়ত 'নাঙল যাৰ মাটি তাৰ' ধ্বনিৰে জমিদাৰৰ মাটি আধিয়ৰ সকলে দখল কৰা আন্দোলনত ৰাভা জৰিত হৈছিল। তেওঁ ইয়াৰ সমৰ্থনত এনে ধৰণে কবিতা ৰচনা কৰিছিল—

"আমাৰ দেশৰ আমাৰ মাটি
ৰোৱা আমাৰ ধান ঐ
ৰোৱা আমাৰ ধান
জান গ'লেও প্ৰাণ গ'লেও
ধান নিদিও, ধান নিদিও, নিদিও আমাৰ ধান।"

উল্লেখিত 'কমিউনিষ্ট লীগে'ই ১৯৪৩ চনত 'বিপ্লৱী কমিউনিষ্ট পাৰ্টি'ৰ ৰূপ লয়। অধ্যাপক প্ৰগতিশীল লিখক শশী শৰ্মাদেৱে ত্ৰিশৰ দশকৰ শেষৰ বছৰত অৰ্থাৎ ১৯৩৯ চনত বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ সংগঠন গঢ়ি উঠা বুলি কয়। এই বিপ্লৱী কমিউনিষ্ট পাৰ্টি'য়ে সুভাষ চন্দ্ৰ বসুৰ নেতৃত্বত ব্ৰহ্মদেশেদি কহিমালৈ অহা 'আজাদ হিন্দ ফৌজক' ভাৰতৰ স্বাধীনতাৰ বাবে হেনো স্বাগতম জনাইছিল। ১৯৩৪ ৰ পৰা ১৯৪২ চনলৈ ভাৰতীয় কমিউনিষ্ট পাৰ্টি আৰু ১৯৪৩ৰ পৰা ১৯৪৬ চনলৈ বিপ্লৱী কমিউনিষ্ট পাৰ্টি বে-আইনী ঘোষিত কৰা হয়। এই সময়ত বিষ্ণু ৰাভাই আত্ম গোপন কৰি আসমৰ গাঁৱে-ভূঁঞে, পৰ্বতে-পাহাৰে আত্ম-গোপন কৰি সংগঠনৰ কামত জৰিত আছিল। বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ নেতা অধ্যাপক বাণেশ্বৰ শইকীয়াৰ মতে উল্লেখিত পাৰ্টিৰ প্ৰাদেশিক নেতা উমেশ শৰ্মাৰ জৰিয়ত ৰাভা বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ সান্নিধ্যলৈ আহে ১৯৪৫ চনত।





উল্লেখযোগ্য যে ৰাভা এই সংগঠনৰ আঁওতালৈ অহাৰ পিছত তেওঁৰ লিখা প্ৰবন্ধ কবিতা বা গ্ৰন্থত দেশৰ কৃষক-বণুৱা তথা নিপীড়িত শ্ৰেণীৰ লোকৰ মুক্তিৰ বাবে মাৰ্ক্সীয় শ্ৰেণী সংগ্ৰামৰ পথকেই একমাত্ৰ পথ বুলি গণ্য কৰিছিল। সেই উদ্দেশ্য অসমৰ গাঁৱে-ভূঞে সংগঠনৰ কামত নিজকে উৎসৰ্গিত কৰিছিল। ১৯৪৭ চনত ব্ৰিটিছ সকলে ভাৰত ত্যাগ কৰিলে। ভাৰত স্বাধীন হ'ল। বিপ্লৱী কমিউনিষ্ট পাৰ্টিয়ে এই স্বাধীনতা প্ৰাপ্তি এক প্ৰকাৰ ভাৰতীয় বুৰ্জোৱা শ্ৰেণীৰ লগত কৰা আপোচ বুলি ঘোষণা কৰিলে। ইতিমধ্যে ভিয়েটনাম, চীনত বিপ্লৱ বিজয়ৰ দিশেৰে অগ্ৰসৰ হয়। বিপ্লৱী কমিউনিষ্ট পাৰ্টিয়েও বিপ্লৱৰ শ্লোগান দিলে। মুক্ত অঞ্চল ঘোষণা কৰাৰ আঁচনি ল'লে। বিপ্লৱৰ বাস্তৱ অৱস্থা বিচাৰ নকৰাকৈ গ্ৰহণ কৰা এই কাৰ্য পন্থা ব্যৰ্থ হ'ল। বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ সশস্ত্ৰ সংগ্ৰামৰ কৰ্মসূচী ব্যৰ্থ কৰাৰ বাবে ১৯৫০ চনৰ পৰা সামৰিক অভিযান চলিল। নিৰ্যাতিত অসংখ্য পাৰ্টিৰ নেতা-কৰ্মী আৰু হাজাৰ হাজাৰ কৃষক, লগতে অনেক কমিউনিষ্ট নেতা আটক হ'ল। ৰাইজৰ হিয়াৰ আপোন ৰাভা ৰাইজৰ মাজতে আত্ম গোপন কৰি থাকিল। ১৯৫১ চনত স্বাধীন ভাৰতৰ প্ৰথম সাধাৰণ নিৰ্বাচন অনুষ্ঠিত হয়। ১৯৫২ চনৰ শেষৰ ফালে গোঁসাই গাঁও অঞ্চলৰ দতমাত ৰাভা আটক হয় আৰু ১৯৫৩ চনৰ শেষৰ ফালে মুক্তি লাভ কৰে। ১৯৫৭ চনত ৰাভাই ভাৰতীয় কমিউনিষ্ট পাৰ্টিত যোগদান কৰে। উল্লেখযোগ্য যে ১৯৫৪ চনত ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ বামুনগাঁওত সৰ্বভাৰতীয় সন্মিলন অনুষ্ঠিত হৈছিল। ১৯৬২ চনত চীন ভাৰত সীমা সংঘৰ্ষৰ সময়ত ৰাভাক আটক কৰি উৰিষ্যাৰ বৰহমপুৰ জেলত ৰখা হয়। শান্তিপূৰ্ণ সহ অৱস্থানৰ নীতিৰে সমাজতন্ত্ৰলৈ উত্তৰণ (মাৰ্ক্সীয় শ্ৰেণী সংগ্ৰামৰ পথ ত্যাগ কৰি) কৰাক কেন্দ্ৰ কৰি জেলত থকা অৱস্থাতেই ভাৰতৰ কমিউনিষ্ট পাৰ্টি দুই ভাগত বিভক্ত হোৱাৰ পথত আগবাঢ়ে আৰু ১৯৬৪ চনত পাৰ্টি দুভাগত বিভক্ত হৈ ভাৰতৰ কমিউনিষ্ট পাৰ্টি মাৰ্ক্সবাদীৰ জন্ম হয়।



প্ৰকৃতিগত ভাবে কলা-কৃষ্টি সংস্কৃতিৰ জগতৰ লগত গভীৰ ভাবে জৰিত ৰাভাৰ এই ক্ষেত্ৰত প্ৰতিক্ৰিয়া কি আছিল তাৰ উমান পোৱা নাযায়। সমসাময়িক ৰাজনৈতিক পটভূমিত বিপ্লৱৰ শত্ৰু-মিত্ৰ চিহ্নিত কৰাক কেন্দ্ৰ কৰি



দ্বিবিভক্ত হ'বলৈ ওলোৱা কমিউনিষ্ট পাৰ্টিৰ ৰাজনীতি আৰু ৰণকৌশল গত সমস্যাকলৈ ৰাভা হয়তো বেছি চিন্তিত হোৱা নাছিল। কমিউনিষ্ট পাৰ্টি বিভাজনৰ দু-বছৰ পিছতেই ১৯৬৭ চনত ৰাভাই তেজপুৰ সমষ্টিৰ পৰা নিৰ্দলীয় প্ৰাৰ্থী হিচাবে অসম বিধান সভালৈ নিৰ্বাচিত হোৱাক কেন্দ্ৰ কৰি বিভিন্ন প্ৰশ্ন উত্থাপিত হোৱাৰ অৱকাশ আছে। কিন্তু বিধান সভাত তেওঁ চি পি আইৰ বিধায়িনী দলতেই আছিল। এহাতে কমিউনিষ্ট পাৰ্টিৰ কঠোৰ নিয়ম-শৃঙ্খলা বা গণতান্ত্ৰিক কেন্দ্ৰীকতাৰ নীতি মানি চলা আৰু অন্যহাতে ৰাইজৰ 'হিয়াৰ আমঠু' হৈ ৰাইজৰ মাজতে থাকি এটা শিথিল জীৱন পদ্ধতিৰে ৰাইজক মুক্তিৰ পথ দেখুওৱা— এই দুটাৰ শেষৰটো পথ ৰাভাই গ্ৰহণ কৰা যেন ধাৰণা হয়। ৰাভাৰ জন-জীৱনৰ লগত থকা গভীৰ প্ৰাণৰ সম্পৰ্ক ৰাইজৰ তেওঁৰ প্ৰতি থকা অভাৱনীয় বিশ্বাসযোগ্যতাৰ কথা উপলব্ধি কাৰ পাৰ্টিয়ে হয়তো তেওঁক কঠোৰ নিয়ম-শৃঙ্খলাৰ আওটাত আবদ্ধ কৰি নাৰাখি সমাজতান্ত্ৰিক আদৰ্শ প্ৰচাৰৰ এজন দূত হিচাবে ব্যৱহাৰ কৰাৰ ৰাজনৈতিক কৌশল লৈছিল। তাৰ অৰ্থ এইটো নাছিল যে তেওঁ বৈজ্ঞানিক মাৰ্ক্সীয় আদৰ্শক গৌণ স্থান দিছিল আৰু পাৰ্টিৰ নিয়ম-শৃঙ্খলাৰ উৰ্দ্ধত থাকি এক আকাশ-কুসুম সমাজতন্ত্ৰৰ সপোন দেখিছিল। কমিউনিষ্ট পাৰ্টিৰ এজন নিষ্ঠাবান সদস্য, কৰ্মী আৰু নেতাৰূপে তেওঁ সম ৰূপান্তৰৰ উদাত্ত আহ্বান জনোৱাৰ উপৰিও পাৰ্টিৰ 'চেল' বিলাকত মাৰ্ক্সীয় তত্ত্বৰ ওপৰত পাঠদান কৰাৰ নিছিনা গুৰুত্বপূৰ্ণ পাৰ্টিগত দায়িত্ব পালন কৰিছিল। কাৰাবাস খাটি ওলাই অহাৰ পিছত ১৯৫৫ চনত ৰাভাই নিজেই কৈছিল এনে ধৰণে— "এবছৰ কাৰাবাস খাটি ওলাই আহি কিছুদিন পিছত এই বিৰাট সাধনাৰ স্বাভাৱিক ভাবেই মোক লৈ আহে কমিউনিষ্ট পাৰ্টিলৈ, বিশ্বজুৰি মহা মানৱৰ মুক্তিৰ যি অভিযান সেই অভিযানৰ অংশ ভাগী হ'বলৈ..." জীৱনৰ অন্তিম সময়ত কমিউনিষ্ট পাৰ্টিৰ ৰূপালী জয়ন্তী উৎসৱ উপলক্ষে ১৯৬৯ চনৰ ১৫ মে তাৰিখে ৰোগ-শয্যাৰ পৰা লিখা নিবন্ধৰ মাজেৰে তেওঁ ব্যক্ত কৰিছিল এনে ধৰণে— "ৰাইজৰ অসীম বল। সীমাহীনশক্তি...।" অৰ্থাৎ তেওঁৰ ভাষাতে— "যিসকল অসমীয়াৰ প্ৰাণ স্বৰূপ, যিসকল অসমীয়া সংস্কৃতিৰ ধাৰক





আৰু বাহক সেইসকল হালোৱা, হজুৱা বণুৱা, তল মজলীয়া ৰাইজ ক্লিষ্ট, দলিত, শোষিত নিষ্পেষিত, নিপীড়িত..." সেই ৰাইজেই তেওঁৰ প্ৰেৰণাৰ উৎস আৰু সমাজতান্ত্রিক সমাজ গঢ়াৰ চালিকা শক্তি।

ৰাভাই গীত-মাত-নাটক আৰু কথাৰ যাদুৰে সাধাৰণ শ্ৰমজীৱী শ্ৰেণীৰ লোকক মোহিত কৰিছিল, অভাৱনীয় ভাৱে আকৰ্ষিত কৰিছিল। এনে জনপ্ৰিয়তাৰ আলম লৈ ৰাভাই শোষিত বঞ্চিত সকলক সংগঠিত কৰি ৰাজনৈতিক চেতনা দিছিল। কিন্তু ৰাভাই মনে-প্ৰাণে উপলব্ধি কৰিছিল যে এজন ব্যক্তি যিমানেই শক্তিশালী নহওঁক কিয় তেওঁ অকলে সমাজৰ ৰূপান্তৰ সাধন কৰিব নোৱাৰে। তেওঁ কদৰিদ্ৰ ভোকাতুৰ সকলৰ কৰুণ বিননি নিচেই ওচৰৰ পৰা শুনিছিল। তেওঁলোকৰ দুখত সমভাগী হৈছিল আৰু দুখমোচনৰ বাবে সঠিক পথৰ সন্ধান দিছিল। সময়ে সময়ে এই গৰীব লোক সকলে যাতনাৰ তাড়নাত স্বতঃস্ফূৰ্তভাবে উদ্গীৰণৰ ৰূপ লোৱাও তেওঁ প্ৰত্যক্ষ কৰিছিল। কিন্তু তেওঁ সঠিক ভাবেই বুজিছিল যে শোষিত সকলৰ স্বতঃস্ফূৰ্ত বিক্ষোভৰ জৰিয়তে তেওঁলোকৰ দুখ-যাতনাৰ অৱসান নহয়। তাৰ বাবে প্ৰয়োজন জোৰৰ পোহৰৰ নিছিনা জনগণক বাট দেখুৱাবলৈ প্ৰশিক্ষিত লৌহদৃঢ় কমিউনিষ্ট পাৰ্টিৰ। সেয়ে তেওঁ কমিউনিষ্ট পাৰ্টিত যোগদান কৰি কৈছিল— "তেওঁৰ চঞ্চল, অস্থিৰ শিল্পী জীৱনলৈ (ইয়ে) আনিছে সাগৰ সংগমৰ পূৰ্ণতা আৰু গভীৰতা।"

আমৃত্যু বিপ্লৱী আদৰ্শৰ পৰা বিচ্যুৎ নোহোৱা ৰাভাই মনে-প্ৰাণে উপলব্ধি কৰিছিল যে পুঁজিবাদী ব্যৱস্থাত শাসক সকলে স্বৈৰাচাৰী, ফেচিবাদী প্ৰৱণতাৰে কাম কৰে। শ্ৰমজীৱী লোকৰ মাজত বিভাজন অনাৰ বাবে সাম্প্ৰদায়িকতাবাদৰ নিচিনা বিভিন্ন ঘৃণনীয় কৌশল লয়। শ্ৰেণী সমাজে সৃষ্টি কৰা এনে কাৰ্যক ৰাভাই আত্মঘাতী, প্ৰতিক্ৰীয়াশীল আৰু গণতন্ত্ৰৰ পৰিপন্থী বুলি গণ্য কৰিছিল। ৰাজনৈতিকভাবে শ্ৰমিক শ্ৰেণীৰ আন্তৰ্জাতিকতা বাদত বিশ্বাসী, সকলো সৰু-ডাঙৰ জাতি-উপজাতিৰ সম-বিকাশ আৰু মহামিলনৰ মাজেদি এখন শ্ৰেণীহীন শোষণহীন সমাজ গঢ়াৰ সাধক অক্লান্ত কৰ্থী ৰাভা সংকীৰ্ণতা, উগ্ৰজাতিয়তাবাদ, সাম্প্ৰদায়িকতাবাদ,





মতান্ধতা আৰু সকলো প্ৰকাৰৰ গোৰামীৰ উৰ্দ্ধত আছিল। মহা প্ৰতাপী বৃটিছ চৰকাৰৰ বিশ্বস্ত উচ্চ পদস্থ আমোলা, দুই হেজাৰ বিঘা মাটিৰ মালিক গোপাল ৰাভাৰ সন্তান বিষ্ণু ৰাভা। লালিত-পালিত হৈছিল এক বিশেষ অভিজাত পৰিবেশৰ মাজত। অথচ এক ব্যতিক্ৰমধৰ্মী আদৰ্শ গ্ৰহণ কৰি তেওঁ নামি পৰিল সাম্ৰাজ্যবাদ বিৰোধী সশস্ত্ৰ সংগ্ৰামত। চৰকাৰী পৰ্য্যাপ্ত সুযোগ সুবিধা পোৱাৰ আশ্বাস, প্ৰলোভনৰ আহ্বান তথা ভোগবাদী সমাজৰ লোভ-মোহ হেলাৰঙে দুভৰিৰে ঠেলি দিলে। জীৱনৰ সেন্দুৰীয়া পথ ত্যাগ কৰি স্বইচ্ছাই বাচি ল'লে কাঁইটীয়া পথ। চৰকাৰৰ দৃষ্টিত পৰিল বিপদজনক বিপ্লৱী। জন্মসূত্ৰে লাভ কৰা নিজৰ শ্ৰেণীগত অৱস্থান সলনি কৰি তেওঁ অৱস্থান ল'লে অনাখৰী, অৰ্দ্ধহাৰী, অনাহাৰী সকলৰ মুক্তিৰ দূতৰূপে। কিমান জনে পাৰে মানৱ মুক্তিৰ মহান অভিযানত নিজৰ শ্ৰেণীগত অৱস্থান সলনি কৰি ভোকাতুৰ শ্ৰেণীৰ মাজত নিজকে বিলীন কৰি দিবলৈ? দেশপ্ৰেম আৰু আত্মত্যাগৰ এনে দৃষ্টান্ত অসম তথা পূৰ্বাঞ্চলত বিৰল।◀◀


তলত উল্লেখ কৰা গ্ৰন্থৰ সহায় লোৱা হৈছে—

১। Indian Government and politics– I. C. Johari

২। স্বাধীনতা সংগ্ৰামত সশস্ত্ৰ বিপ্লৱীদেৰ ভূমিকা, সুধাংশু দাসগুপ্ত।

৩। বিষ্ণু ৰাভা ৰচনাৱলী।

৪। 'সৈনিক শিল্পী বিষ্ণু ৰাভা' —সম্পাদক ঃ ড' হীৰেণ গোঁহাই।




# মোৰ অনুভৱত বিষ্ণু ৰাভা

ড° ৰাণী মুদিয়াৰ ডেকা

মই তেতিয়া সৰু। বিষ্ণু ৰাভা কোন নাজানো। মাজুপিতাইঁতৰ ঘৰৰ বেৰত আৰি থোৱা ফটোবোৰৰ মাজৰে এখন বিষ্ণু ৰাভাৰ হাঁহি থকা ফটো। ফটোখনলৈ চালেই তাত অন্য এখন মুখৰ ফটো মই দেখা পাওঁ। শিৱ-মহাদেৱৰ মুখ। মূৰত জঁটা নাই, ডিঙিত সৰ্পমালাও নাই, নাই ডম্বৰু অথবা কপালৰ তিলক। তথাপি, কিয় জানো বিষ্ণু ৰাভাৰ ফটোখনত মই বিচাৰি পাওঁ শিৱৰ মুখমণ্ডল। বিষ্ণু ৰাভাৰ মৃত্যুৰ সময়ত আমি সাত-আঠ বছৰীয়া। স্মৃতিত ফটোখনৰ বাহিৰে মনত একোৱেই নাই। হাইস্কুলীয়া দিনত বিষ্ণু ৰাভা অনুভৱলৈ আহে গীত আৰু কবিতাৰ মাজেৰে। বেলশৰ কেন্দ্ৰীয় সমাজ কল্যাণ সমিতিয়ে পাতে ৰাভা দিৱস। মনত পৰে, কবিতা আবৃত্তি কৰাৰ কথা, ৰাভা বিষয়ক ৰচনা প্ৰতিযোগিতাত পুৰস্কাৰ পোৱাৰ কথা। হয়তো, অ'ত-ত'ত ৰাভাৰ বিষয়ে পঢ়ি, ৰাভাৰ দুই-এক লেখা পঢ়ি লিখা ৰচনা। ৰাভাক স্বচক্ষে দেখা নাছিলোঁ। আন দহগৰাকী মহৎ ব্যক্তিৰ জীৱনী তথা ৰচনাৱলী পঢ়া দি ৰাভাৰ বিষয়েও পঢ়িছিলোঁ। জ্যোতি-ৰাভা — সকলোকে একাকাৰ কৰি মনতে হয়তো কিবা এক ধাৰণাৰ সৃষ্টি কৰি লৈছিলোঁ। একো মনত নপৰে। — মনত পৰে, প্ৰয়াত নবীন চন্দ্ৰ মেধিৰ ঘৰৰ সন্মুখেৰে পাৰ হৈ গ'লে ৰাভাৰ প্ৰসঙ্গ ওলোৱাৰ কথা, অথবা অনন্ত মেধিয়ে দেখি খা-খবৰ ল'লে সম্ভ্ৰমেৰে দুই-এষাৰ উত্তৰ দিয়াৰ কথা। তেতিয়া এনে লাগিছিল, — বিষ্ণু ৰাভা যেন তেওঁলোকৰ তাতেই ক'ৰবাত লুকাই আছে। সেইখনেইতো আছিল পত্নী কনকলতা মেধিৰ পিতৃগৃহ। যথেষ্ট সমীহেৰে সেই ঘৰটোলৈ চাই চাই যোৱা কথা মোৰ স্মৃতিত এতিয়াও আছে। মনত আছে, — ৰাভাৰ দুই পুত্ৰক লগ পাইছিলোঁ, সেই তেতিয়াই। পৃথ্বীৰাজ আৰু হেমৰাজ ৰাভাক। বেলশৰত। বেছ কৌতুহলেৰে তেওঁলোকলৈ চাইছিলোঁ আৰু





তেওঁলোকৰ বিষয়ে কথা পাতিছিলোঁ। তেওঁলোকে গোৱা গান শুনিছিলোঁ, -- এজনে গাইছিল, আনজনে তবলা বজাইছিল। তেতিয়া, আনকি এতিয়াও 'নাহৰ ফুলে নুশুৱায়' অথবা 'পৰ জনমৰ শুভ লগনত' আদি শুনিলে ৰাভাৰ ফটোখনৰ কথা মোৰ মনলৈ নাহে। কিন্তু, যেতিয়াই 'বিশ্বৰ ছন্দে ছন্দে মহানন্দে আনন্দে' শুনো, তেতিয়াই যেন ফটোখনৰ শিৰই নাচিবলৈ ধৰে, মোৰ এনেহে লাগে। বিষ্ণু ৰাভা তেতিয়া যেন নিজেই 'তমোহৰ দেউ' হৈ উঠে।

বেলশৰ সমাজ কল্যাণ কেন্দ্ৰীয় সমিতিৰ কাৰ্যালয়তেই বিষ্ণু ৰাভাৰ আৰু এখন ফটো আঁৰি থোৱা দেখিছিলোঁ। এইখন ফটোৰ বিষ্ণু ৰাভাৰ মুখত শিৱৰ সমাহিত ৰূপ নাই। এইখন ফটোৰ বিষ্ণু ৰাভা যেন এজন অশান্ত বিদ্ৰোহী। কিয় জানো, সেই তেতিয়া বিষ্ণু ৰাভাৰ এই দ্বিতীয়খন ফটো মুঠেই পছন্দ হোৱা নাছিল, তাতোকৈ প্ৰথমখন ফটোৰ শান্ত-সমাহিত, হাঁহিমুখীয়া বিষ্ণু ৰাভাই যেন অধিক গ্ৰহণযোগ্য।

সেয়া শৈশৱ - কৈশোৰৰ অনুভৱ। তেতিয়া বিষ্ণু ৰাভাৰ বিশাল ব্যক্তিত্বৰ কিমান কথাইনো জানিছিলোঁ! -- এতিয়া বুজোঁ, সেই দুয়োখন ফটোৰ সমন্বয়তেই বিষ্ণু ৰাভাৰ পূৰ্ণৰূপ বিকশি উঠে। এজন সুন্দৰৰ সাধক সুকুমাৰ ৰাভা, আনজন কঠোৰ বাস্তৱৰ যন্ত্ৰণাৰে জৰ্জৰিত অথচ সাহসী-বিদ্ৰোহী অপৰাজেয় যোদ্ধা ৰাভা। সেয়েহে, মোৰ অনুভৱত এতিয়া এই দুই ছায়াছবিৰ আঁৰত বিষ্ণু ৰাভাৰ অনেক মুখৰ লুকাভাকু। সেইবোৰ একো একোজন কবি, গীতিকাৰ, গায়ক, নাট্যকাৰ, অভিনেতা, নৃত্যশিল্পী, চিত্ৰকৰ, সুবক্তা, ঔপন্যাসিক, গল্পকাৰ, প্ৰবন্ধকাৰ, গৱেষক, ক্ৰীড়াবিদ, সশস্ত্ৰ বিপ্লৱী, ৰাজনীতিবিদ, জনতাৰ প্ৰাণৰো আপোন গণশিল্পীৰ মুখ। একেখন মঞ্চত ভিন্নজনৰ ভূমিকাত ভিন্ন বেশত বিষ্ণু ৰাভা। আঁৰ-কাপোৰ উঠে, এক বিশেষ পটভূমিৰে সজ্জিত মঞ্চত ৰাভাৰ প্ৰৱেশ ঘটে, ভাও দিয়ে, আঁতৰি যায়। আঁৰ-কাপোৰ পৰে আৰু উঠে। ভিন্ন পটভূমিত অন্য এজন ৰাভা আহে আৰু যায়। এনেদৰেই চলি থাকে ৰাভাৰ প্ৰাসঙ্গিকতা অহা - যোৱা, -- অহৰহ, অবিৰত। কেতিয়াবা ৰাজনৈতিক, কেতিয়াবা সাংস্কৃতিক, সামাজিক অথবা শৈক্ষিক গৱেষণাৰ প্ৰসঙ্গ--।





কেতিয়াবা গৰিহণা দিয়া দিনত, কেতিয়াবা গৌৰৱ বোটলাৰ দিনত ৰাভা প্ৰসঙ্গলৈ আহে। উত্তৰ-পূৰ্বাঞ্চলৰ ছাত্ৰ-ছাত্ৰী অথবা প্ৰতিভাক ৰাষ্ট্ৰীয় পৰ্যায়ত স্বীকৃতি দিয়া নহয় বুলি আজিকালি প্ৰায়েই মিডিয়াযোগে গৰিহণা দিয়া হয়। তাৰ মাজতে আকৌ, দুই-এগৰাকীৰ প্ৰতিভা স্বীকৃত হ'লে গৌৰৱত গোটেইখন উথলি উঠে। তেতিয়াই ৰাভা আহে মোৰ অনুভূতিৰ মঞ্চলৈ। প্ৰখ্যাত কাশী হিন্দু বিশ্ববিদ্যালয়ৰ ৰংগমঞ্চত ৰাভাই শিৱৰ তাণ্ডৱ নৃত্য প্ৰদৰ্শন·কৰে। তাকো দক্ষিণ ভাৰতৰ চিদাম্বৰম মন্দিৰত খোদিত ১০৮ টা ভিন্ন ভংগিমাৰ তাণ্ডৱ নৃত্য। গুণী, জ্ঞানীজনৰ দৃষ্টিত শিখৰত উপবিষ্ট হয় ৰাভা, উজলি উঠে অসমৰ আভা। মূৰত হাত থৈ আশীৰ্বাদৰ মুকুট পিন্ধায় স্বয়ং সৰ্বপল্লী ৰাধাকৃষ্ণনে। সেই সভাতেই, ১৯৪০ চনতেই হেনো 'ভাৰত শ্ৰেষ্ঠ কলাবিদ' তথা 'কলাগুৰু' উপাধিও পায় বিষ্ণু ৰাভাই। এইজন ৰাভাই কেতিয়াবা প্ৰখ্যাত ৰাছিয়ান নৃত্যশিল্পী আনা পাভ্‌লোভাৰ শিষ্যৰ ৰূপত, কেতিয়াবা আকৌ তেজপুৰৰ বাণ ৰংগমঞ্চত। মণিপুৰী নৃত্য শিল্পীৰ 'হৰ-পাৰ্বতী' নৃত্য চাই 'এনে নৃত্য অসমৰ কোনো শিল্পীয়ে কৰিব নোৱাৰে' বোলা দৰ্শকৰ প্ৰত্যাহ্বান গ্ৰহণ কৰি ৰাভাই বাণ ৰংগমঞ্চ কঁপাই তোলে মণিপুৰী বাদক তথা মণিপুৰী 'পাৰ্বতী'ৰ সৈতে 'হৰ'ৰ নৃত্য কৰি।

আজি যেতিয়া অসমীয়া জাতিৰ অস্তিত্ব ৰক্ষাৰ প্ৰশ্ন উত্থাপিত হয়, অসমীয়াৰ সংজ্ঞা বিচৰা প্ৰসঙ্গত বৌদ্ধিক, সাংস্কৃতিক অথবা ৰাজনৈতিক মহলত উপৰ্যুপৰি বাক্-বিতণ্ডা হয়, জনগোষ্ঠীসমূহে নিজৰ পৰিচয় সুদৃঢ় কৰিবলৈ অসমীয়া মূল সুঁতিৰ পৰা আঁতৰি যাবলৈ ধৰাৰ প্ৰসঙ্গ উত্থাপিত হয়, তেতিয়া মোৰ অনুভৱৰ মঞ্চত আঁৰ-কাপোৰ আঁতৰি যায়। মঞ্চলৈ উঠি আহে ৰাভা। স্ব-গৱেষণালব্ধ জ্ঞান পুঁজিৰ আলমত সমন্বয়ৰ প্ৰতীক ৰূপ ৰাভাই সুগভীৰ কণ্ঠেৰে কৈ যায় — "... এটা জাতিৰ লগত আন এটা জাতিৰ সমন্বয় হ'বলৈ হ'লে পৰস্পৰৰ ভিতৰত উভয়ৰ বিষয়ে সম্পূৰ্ণ জ্ঞান থকা উচিত। নিজৰ ধৰ্ম, কৃষ্টি, সমাজ আৰু সংস্কৃতিৰ উপৰি আনৰ ধৰ্ম, কৃষ্টি সমাজ আৰু সংস্কৃতিৰ বিষয়ে গভীৰ জ্ঞান থকা উচিত।" — বৃহত্তৰ জাতি গঠনৰ এই সাৰ্বজনীন মন্ত্ৰ শিকোৱা





ৰাভাই অসমীয়া জাতিসত্তাৰ প্ৰাকৃতিক পৰিচয়ৰ বৰ্ণনা দি পুনৰ ক'বলৈ ধৰে "... লুইতে ডিবঙে বোৱাই আনে মিচিমি কৃষ্টি, কুণ্ডিলে চুতীয়া কৃষ্টি, দিহিং-নোৱাদিহিং আৰু টেঙাপানীয়ে খামতি, চিংফৌ, ফাকিয়াল-মৰাণ-সোণোৱাল কছাৰী কৃষ্টি, দিখৌৱে আনে নগা, টাই আহোম কৃষ্টি, সোৱণশিৰিয়ে মিচিং-মিৰি কৃষ্টি, কুৰি বুঢ়ী গাং ভৰলীয়ে দফলা কৃষ্টি, লংকা-কপিলী-যমুনা-কলঙে মিকিৰ-ডিমাচা কৃষ্টি। সেইদৰে, ৰাভা, কোঁচ, গাৰো, খাছিয়া, নাথ, কৈবৰ্ত, কলিতা, কায়স্থ, ব্ৰাহ্মণ্য কৃষ্টি উপনৈবোৰে ধুই পখালি আনে।" -- খন্তেক থমকি ৰয় ৰাভা। এইবাৰ পূৰ্বতকৈও গভীৰ তথা উদাত্ত কণ্ঠেৰে সাৱধান বাণী শুনায় -- "অসমৰ অত্যাচাৰিত আৰু অৱনত জাতিসমূহক আন আন উন্নত জাতিৰ লগত একে আসনত ঠাই দিবলৈ অসমৰ প্ৰত্যেক ৰাজনীতিজ্ঞ আৰু সমাজনেতাসকলে এতিয়াৰে পৰা চেষ্টা কৰা উচিত। তাকে নকৰিলে অৱনত জাতিসমূহৰ বুকুত বিদ্ৰোহৰ অগনি জ্বলাই অসমত আৰু এটা গৃহকন্দলৰ বাহ সাজি দিয়া হ'ব।" -- কেতিয়াৰ কথা এইবোৰ? হয়, ১৯৩৬ চনৰেই কথা। কিদৰে কৰিছিল ৰাভাই এই ভৱিষ্যদ্বাণী? কৰিব পাৰিছিল এইবাবেই যে ৰাভাই যিদৰে জনগোষ্ঠী সমূহৰ হৃদয়ৰ ভাষা বুজিছিল, সেইদৰে তথাকথিত 'ৰাজনীতিজ্ঞ আৰু সমাজনেতা'সকলৰ ছল-চাতুৰীৰে ভৰা নাড়ী-নক্ষত্ৰবো উমান পাইছিল।

ৰাভাই পুনৰ সকীয়াই দিয়ে — "অসম মৰিমূৰ হ'লে অসমীয়াও মৰিব। অসমীয়াৰ লাখ বিলাস বছৰৰ সাধনাৰ ফলত পোৱা ব্ৰহ্মপুত্ৰৰ দৰে বিশাল বিৰাট অসমীয়া কৃষ্টিও লুপ্ত হ'ব। এই লুপ্ত ৰাজ্যৰ বুকুত শ্মশানৰ মৰুভূমিসদৃশ শূন্যতাৰ বুকুত পূৰ্বপুৰুষসকলৰ হা-হুমুনিয়াহেৰে ভৰা হাঁহাকাৰ গৰজি উঠিব। ভৱিষ্যৎ বংশধৰসকলৰ শাও-শপনিৰে ভৰা অভিশাপ গুমৰি উঠিব।" — ৰাভাৰ এই সকীয়নি সোমাইছিলনে কাৰোবাৰ কাণত! — কি হ'ব এতিয়া। মোৰ অনুভৱৰ মঞ্চধৰত শ্ৰোতা দৰ্শকৰ খু-দুৱনি। অনিশ্চিত ভৱিষ্যতৰ শংকাত বিহ্বল হোৱা দৰ্শকলৈ চাই ৰাভা এপলক ৰয়। পুনৰ সান্ত্বনা দিয়াৰ সুৰত ক'বলৈ ধৰে —" আজি





প্ৰত্যেক অসমীয়াই সংকল্প কৰা উচিত — অসমক মৰিবলৈ নিদিওঁ। অসমীয়াক জীন যাবলৈ নিদিওঁ। অসমৰ সংস্কৃতিক লুপ্ত হ'বলৈ নিদিওঁ। অসমৰ বুকুত বৈচিত্ৰ্যৰ মাজত ঐক্যৰ ডোলেৰে গুঠি দুনাই শক্তিশালী নতুন অসমীয়া জাতি গঢ়োঁ। শক্তিমান ন-অসম গঢ়ি আশাৰ ৰংঘৰ, আকাংক্ষাৰ কাৰেংঘৰ, কামনা-বাসনাৰ তলাতল ঘৰ সাজোঁ।"

অসম ইতিমধ্যেই সংকুচিত হ'ল। আঁতৰি গ'ল গাৰ মঙহবোৰ। এসময়ত নাগালেণ্ড আঁতৰি যোৱাৰ পৰত ৰাভাই হেনো কৈছিল, "মোক আজি অসম চৰকাৰে দায়িত্ব দিয়ক, মই ভূপেন হাজৰিকাইতক লৈ এটি প্ৰতিনিধি দল ৰূপে গৈ অসমৰ লগত নগা ৰাইজক একেলগ কৰি ৰাখিবলৈ চেষ্টা চলাম।" নাগালেণ্ড সুকীয়া ৰাজ্য হ'ল। কিন্তু হায়, তথাপি সীমা ঠেলা ঠেলি, হাই-কাজিয়া, সংঘৰ্ষ, হত্যা, লুটমাৰ। ৰাভাৰ দৰে কোনেও পিছে আগবাঢ়ি নাহে সমন্বয়ৰ সেতু সজাৰ প্ৰস্তাব লৈ। আহিবইবা কিদৰে? এনে সেতু বান্ধিবৰ বাবে তেওঁলোকৰ মাজত সোমাব লাগিব, জানিব লাগিব, বুজিব লাগিব আৰু তাকে কৰিবলৈ তেওঁলোকৰ লগত ভাবৰ আদান-প্ৰদান কৰিব লাগিব, ভাষা জানিব লাগিব। কিন্তু, বিষ্ণু ৰাভাৰ দৰে ১৬ টা ভাষা জনা, কোৱা কেইজন ওলাব?

মই কোন, মই ক'ৰ — এনে প্ৰশ্নবোৰৰ উত্তৰ আমাৰ বাবে তেনেই ঠেক। নামটোতেই আমাৰ পৰিচয় সীমিত। তাতোকৈ বেছি আৰু কিবা পৰিচয়ৰ প্ৰয়োজন আছে বুলি আমি নাজানোৱেই। তেনেদৰে গাঁওখন, চহৰখন অথবা ৰাজ্যখনৰ নামেই আমাৰ বাবে অস্তিত্বৰ পৰিচয়। ৰাজ্যখনৰ ভূগোল, ইতিহাস, সংস্কৃতি, অৰ্থনীতি, ৰাজনীতি ইত্যাদি আমাৰ বাবে জানিবলগীয়া বা অনুসন্ধান কৰিবলগীয়া বিষয় নহয়। যিমানখিনি জানো, সেয়াই যথেষ্ট। মই কোন, মই ক'ৰ নজনাকৈয়ে আমাক অধিকা[illegible] [illegible]াগে, ন্যায্য প্ৰাপ্য লাগে। — আমি সুদীৰ্ঘ দাবীৰে আন্দোলনৰ ৰণহুঙ্কাৰ দিওঁ, বিপ্লৱৰ শ্ল'গান গাওঁ। - এয়া[illegible] [illegible]জিৰ বাস্তৱ। এই প্ৰসঙ্গতে বিষ্ণু ৰাভা [illegible] [illegible]ৰ বহুমুখী প্ৰ[illegible] আৰু [illegible] [illegible] [illegible] জিলিকি [illegible] পৰিচয়ৰ সম্ভ[illegible]





লৈ। ৰাভাই নিজৰ ভিন্নমুখী কৰ্মক্ষেত্ৰত লীন হৈ যিদৰে নিজৰ বহুমুখী পৰিচয় জগতত দাঙি ধৰিছিল, একেদৰে বিশ্ব দৰবাৰত অসমৰ পৰিচয় সুপ্ৰতিষ্ঠিত কৰিবৰ বাবে গৱেষণামূলক অধ্যয়নৰ উদ্দেশ্যে সোমাই পৰিছিল অসমৰ গাঁৱে-ভূঞে, পাহাৰে-শিখৰে। প্ৰতিটো জনগোষ্ঠীৰ পৰম্পৰাগত কৃষ্টি-সংস্কৃতিৰ আঁত উলিয়াই দেখুৱাইছিল কিদৰে অসমৰ মূলসুঁতিত নিহিত হৈ আছে সেইবোৰৰ হৃদয়ৰ স্পন্দন। বুজাইছিল, ইয়াৰে এডাল আঁত হেৰাই যোৱা মানেই অসমৰ অস্তিত্ব-পৰিচয় বিপন্ন হোৱা। একোটা জাতিৰ উত্তৰণৰ আঁৰত একোজন মহানুভৱে অৱস্থান কৰে। বিষ্ণু ৰাভায়ো তাকেই কয়-- যেতিয়া শংকৰদেৱৰ প্ৰসঙ্গ উত্থাপিত হয় -- "আজি শংকৰদেৱৰ যিকোনো কৃষ্টি বা সাহিত্য বাদ দিলে অসমীয়াৰ মৃত্যু হ'ব। শংকৰ নাথাকিলে অসমীয়াৰ একোৱেই নাই। শংকৰদেৱে কি নাজানিছিল আৰু কিনো নিদিছিল। অসমীয়াক তেৱেঁই সকলো দি গৈছিল। ... কল-কাৰখানা নামঘৰ নিজে গাঁথি দি নিৰ্মাণ কৰিছিল, কপিলীমুখৰ মাটিৰে খোল তৈয়াৰ কৰিছিল, বৈকুণ্ঠলীলা নাট-ভাওনা দেখুৱাইছিল। অসমীয়াৰ গীত, বাদ্য, নৃত্য, সাহিত্য, ভাওনা, নাম, কীৰ্তন, বৰগীত, নামঘৰ, খোল, মৃদঙ্গ, তাল, ভাজঘৰ, দোলযাত্ৰা, হাটী, ধনপুঁজি (Bank), সমাজধৰ্ম, বিচাৰ, নীতি, আইন, নৈতিক আন্দোলন, অহিংসা, ত্যাগ, ভোগ, বৈৰাগ্য, সমাধি সকলো শংকৰদেৱে অসমীয়াক দি গৈছিল।" -- সেয়া মোৰ অনুভৱৰ মঞ্চত ৰাভা, হাতত বিপ্লৱৰ ৰঙা পতাকা, হৃদয়ত প্ৰেমৰ ভাষা, ওঁঠত শংকৰদেৱৰ জয়গান। এয়াই ৰাভা, অনন্য ৰাভা।

কৃষ্টিৰ মাণিক বুটলি সংস্কৃতিৰ মালা গাঁথা ৰাভা কেতিয়াবা মোৰ অনুভৱৰ মঞ্চত ৰাজনীতিৰ পোছাকেৰে প্ৰৱেশ কৰে। বাটে-পথে, পৰ্বতে-কন্দৰে বিপ্লৱ বিপ্লৱকৈ চিঞৰি চিঞৰি যেতিয়া সমদলবোৰ পাৰ হৈ যায়, বাট নিচিনি অবাটকে অনুসৰণ কৰি মিছা আস্ফালনেৰে



এচামে যেতিয়া লক্ষ্যৰ মৰীচিকা খেদি ফুৰে, তেতিয়া বিষ্ণু ৰাভা ওলায়। আজীৱন বিপ্লৱী-সশস্ত্ৰ সংগ্ৰামী ৰাভাই বুজনি দিয়ে ---" বিপ্লৱ কটা-খোঁচা নহয়। বিপ্লৱ হৈছে নতুন সলনি। শিপাৰ সৈতে উঘলোৱা গছৰ দৰে



**সকলোকে সলোৱা, পৰিবৰ্তন কৰা — আমূল পৰিবৰ্তন।"**
**— শুনেনে কোনোৱে, বুজেনে কোনোৱে, বিপ্লৱী মনীষাৰ প্ৰাণৰ ভাষা! — এক শ্ৰেণীহীন, শোষণ-অত্যাচাৰবিহীন অথচ মাটিৰ মানুহে মূৰ তুলি কথা ক'ব পৰা, দুবেলা দুমুঠিৰ বাবে হাহাকাৰ কৰি ফুৰিব নলগা, সত্য-শিৱ-সুন্দৰৰ আৰাধনাৰ গুঞ্জনেৰে ভৰা, উদাৰ জাতীয় চেতনাৰে পৰিপূৰ্ণ "নৱ স্বৰ্গসম মুকুতি প্ৰসাদ" গঢ়িব খোজা ৰাভাৰ বিপ্লৱৰ তাৎপৰ্য আজিৰ তথাকথিত বিপ্লৱীসকলৰ বাবে কিমানযে প্ৰাসঙ্গিক! তথাপি উপেক্ষিত হয় ৰাভা আৰু চলি থাকে বিপ্লৱৰ নামত কটা-খোচা।**

**দুহাজাৰ বিঘা মাটিৰ জমিদাৰী, ডি.এছ. পি.ৰ চাকৰি এৰি এইজন ৰাভাই সৰ্বহাৰাৰ মাজত সাধাৰণ মানুহৰ যাযাবৰী জীৱন কটাইছিল। ৰাজনৈতিক স্বতন্ত্ৰতাৰ বাবেই নহয়, অৰ্থনৈতিক মুক্তিৰ বাবেও যুঁজিছিল অশান্ত বিদ্ৰোহী যেন লগা ফটোৰ মানুহজনে। কমিউনিষ্ট হৈছিল, কাৰাবাস খাটিছিল। বিপ্লৱী কবিতা লিখি, গীত লিখি, উদাত্ত ভাষণ দি মানুহৰ মাজে মাজে ঘূৰি মানুহৰ মুক্তি সংগ্ৰামত লিপ্ত হৈছিল। ট্ৰট্স্কীপন্থী ভাৰতৰ আৰ.চি.পি.আই. পাৰ্টিয়ে দেশৰ প্ৰথমটো সাধাৰণ নিৰ্বাচন বয়কট কৰিছিল। আৰ.চি.পি.আই তেতিয়া সশস্ত্ৰ সংগ্ৰামত বিশ্বাসী। ৰাভা এই দলৰেই সদস্য। তেতিয়াই ৰাভাই সংঘটিত কৰা এটা সৰু অথচ বেছ তাৎপৰ্যপূৰ্ণ ঘটনাৰ কথাই অনুভৱৰ মঞ্চত ভুমুকি মাৰে, বিশেষকৈ যেতিয়া আজিৰ ৰাজনৈতিক দলবোৰৰ মাজৰ বিৰক্তিকৰ অৰিয়া-অৰি, তৰ্ক-বিতৰ্কবোৰৰ কথাৰে মিডিয়া মুখৰিত হৈ পৰে। মঞ্চত ৰাভাৰ সৈতে থাকে গৌৰীশংকৰ ভট্টাচাৰ্য, দেশৰ ৰাজনীতিৰ এটি চিনাকি নাম। দেশৰ প্ৰথম সাধাৰণ নিৰ্বাচনৰ ফলাফল ওলাইছে! সশস্ত্ৰ সংগ্ৰামী দলৰ কৰ্মী ৰাভাৰ নামত তেতিয়া গ্ৰেপ্তাৰী পৰোৱানা জাৰি কৰা আছে। তাৰে কেৰেপকে নকৰি ৰাভা থিয় দিছেহি গৌৰীশংকৰ ভট্টাচাৰ্যৰ কাষত আৰু দুহাতেৰে সাবটি ধৰি গদ্-গদ্ কণ্ঠেৰে কৈছে — "কমৰেড, এইটো আপোনাৰেই বা আপোনাৰ পাৰ্টিৰেই জয় নহয়, এইটো আমাৰ সকলোৰে জয়। আপোনাৰ ওপৰত গধুৰ দায়িত্ব পৰিছে। আপুনি সেইটো**





পালন কৰিবলৈ সক্ষম হ'ব লাগিব। মানুহে কয় যে লংকালৈ যিয়ে যায়, সিয়ে ৰাৱণ হয়। আপুনি দেখুৱাব লাগিব যে ৰাম, লক্ষ্মণ, হনুমান আদি লংকালৈ গৈ ৰাৱণ হোৱা নাছিল। ৰাৱণক বধহে কৰিছিল।" — আজিৰ ৰাজনীতি ক্ষেত্ৰৰ এক বিৰল দৃশ্য। সম্প্ৰতি লোকৰ দলৰ বিজয়ী সদস্যক অভিনন্দন জনাবলৈ গ'লেও আত্মীয়তা ভৰা সজ উপদেশ নহয়, ৰাজনৈতিক লাভা লাভৰ অংক কৰিহে নিয়া হয়।

ৰাভাও গৈছিল ৰাজনীতিৰ লংকালৈ। কিন্তু, লক্ষ্য পূৰণৰ পথ ধুঁৱলী-কুঁৱলী দেখি ৰাভা ব্যথিত হৈ উঠিছিল আৰু মনৰ বেদনা সহযোগীসকলৰ আগত ব্যাকুল হৈ বৰ্ণনা কৰিছিল। ৰাভা তেতিয়া শ্বিলঙত, লগত লক্ষ্যধৰ চৌধুৰী প্ৰমুখ্যে পাঁচ বিধায়ক। ৰাভা বিধায়ক হৈছিল। হ'বই, ৰাভাতো বন্ধ পুখুৰীৰ পানী নহয়, -- ৰাভা বোঁৱতী নদীৰ সোঁত,- চিৰ প্ৰবহমান। সেয়া হ'লেও আত্মসমালোচনাৰ পৰা নিলগত ৰাভা বাস নকৰে। সেয়েহে, শ্বিলঙৰ সেই বিধায়কসকলৰ ঘৰুৱা মেলত ৰাভাৰ আত্মসমালোচনা মুখৰ হৈ উঠে, "হেৰি, আমিবোৰ ক'ত আহি সোমালোহি। -- বিধানসভা নে বিবাদসভা? মাথোন এনেয়ে হুলস্থূল। সময়ৰ অপব্যৱহাৰ। ৰাইজৰ ধনৰ অপচয় বা অপব্যয় নহয়নে? মিছাতে খোৱা-বোৱা কৰোঁ। কামত নলগা আলোচনা। ইয়ালৈ এনেয়ে আহিলোঁ। ই বজা মেল। ইয়াৰ পৰিবৰ্তন আনিব লাগে।" বিধানসভাৰ মজিয়াতো হেনো ৰাভাই এনেবোৰ কথাৰ অৱতাৰণা কৰিছিল। -- এনে এজন ৰাভা আৰু ওলাবনে বিধানসভাৰ মজিয়াত!

ৰাভা কৰ্মযোগী। বিভিন্ন মাধ্যমত শিল্পীয়ে তুলিকা তুলি লোৱাৰ দৰে ৰাভায়ো বিভিন্ন মাধ্যমেৰে কৰ্মৰ সাধনা কৰিছে। বুদ্ধৰ দৰে চৌপাশে বিলাই ফুৰিছে সাধনালব্ধ জ্ঞানৰ ভাণ্ডাৰ। গুণী-জ্ঞানীজনে কয়— জীৱিত কালতেই ৰাভা পৰিণত হৈছিল কিম্বদন্তিত।



কাৰোবাৰ বাবে 'মিতা' হোৱা ৰাভা কাৰোবাৰ বাবে আছিল 'দেৱতা', কাৰোবাৰ বাবে যদি 'গণশিল্পী' কাৰোবাৰ বাবে 'বিস্ময়'। যিদৰে ৰাভাৰ গুণগ্ৰাহীৰ অভাৱ নাছিল, তেনেদৰে ৰাভাৰ সমালোচকো অনেক



আছিল। অনেকৰ বাবে ৰাভা আছিল বিতৰ্কিত ব্যক্তি। সেয়ে হ'লেও সাম্প্ৰতিক সময়ত ৰাভা হৈ পৰিছে অসমৰ আভা। কুৰি শতিকাৰ বিদায় বেলাৰ শ্ৰেষ্ঠ কুৰিজন অসমীয়াৰ মাজৰ এজন হিচাপে স্বীকৃত হৈছে বিষ্ণু ৰাভা। ৰাভাৰ কৰ্মৰাজিক লৈ আজি অসমৰ ৰজাঘৰ-প্ৰজাঘৰ ব্যতিৰেকে সৰ্বজন গৌৰৱান্বিত। বহুতৰ মতে, ৰাভাৰ ব্যক্তিত্ব তথা কৰ্মৰাজিৰ আজিও সঠিক মূল্যাংকন হোৱা নাই। ৰাভাৰ প্ৰতিভাই যোগ্য আসন লাভ কৰিবলৈ হ'লে ৰাভাৰ কৰ্মৰাজিৰ পুনৰ মূল্যায়নৰ প্ৰয়োজন আছে। হ'ব পাৰে। সোণক যিমানে পুৰিব, সিমানেই উজ্জ্বল হ'ব। অৱশ্যে, ৰাভাৰ প্ৰকৃত চিনাকি ৰাভাই নিজেই দি গৈছে, "মই কল্পনাৰ ৰাজ্যত থাকোঁ, মই এজন কমিউনিষ্টতকৈ মূলতঃ এজন শিল্পীহে।" ৰাভাই শিল্পীৰ পৰিভাষাও পৰিষ্কাৰ কৰি দিছে এইবুলি "শিল্পী কথাষাৰ আজিকালি বৰ সহজ হৈ গৈছে। মই ভাবে-- শিল্পী হ'বলৈ ঝঞ্ঝা বিজয়ী আত্মাৰ অধিকাৰী হ'ব লাগিব। প্ৰশান্ত সাগৰত বুৰ মাৰি অসংখ্য মুকুতা আহৰণ কৰাৰ দুঃসাহস আৰু দুৰ্বাৰ শক্তি থাকিলেহে আজিৰ আৰ্টৰ মুকুতা ফলোৱা সম্ভৱ।" -- ৰাভাৰ এই শিল্পী হোৱা স্বীকাৰোক্তিয়ে যেন মোক সকাহ দিয়ে। মই বুজি উঠো, মোৰ অনুভৱত থকা ৰাভাৰ বিদ্ৰোহী যেন লগা দ্বিতীয় ফটোখনতকৈ শিৱ শিৱ লগা প্ৰথমখন ফটো কিয় বেছি গ্ৰহণীয় হৈ উঠিছিল। বুজি উঠো, মোৰ শৈশৱৰ অনুভৱত থকা ভুৱন ভুলোৱা হাঁহিমুখৰ ফটোৰ গৰাকীজনেই প্ৰকৃত বিষ্ণু প্ৰসাদ ৰাভা।◀◀



# বিষ্ণুদাৰ সান্নিধ্য আৰু তেওঁৰ চিত্ৰশিল্প

*গৌৰী বৰ্মন*

১৯৪৫ চনমানৰ কথা, তেতিয়া আমি চামতা বালিপথাৰৰ চৰকাৰী ডাক্তৰখানা চৌহদত থাকো, দেউতা ঁলক্ষ্মীকান্ত বৰ্মন আছিল ডাক্তৰ। ডাক্তৰখানাৰ ওচৰতে হাইস্কুলখন, তাতে ক্লাছ থ্ৰীত পঢ়ো । তেতিয়া আমাৰ বয়স আছিল আঠ-ন বছৰমান। ডাক্তৰখানাৰ সমুখতে চৰকাৰী পথৰ দক্ষিণপিনে থাকে সমিন দৰ্জী (আচল নামটো নাজানো, সকলোৱে সমিন দৰ্জী বুলিয়ে মাতিছিল।) আমি তেখেতক জেঠা বুলি মাতিছিলো। বালিপথাৰৰ পৰা দক্ষিণলৈ বেল শৰৰ পিনে যোৱা পথটোৰ কাষতে আছিল খেলপথাৰখন। তাত বছৰি কিবা এখন প্ৰতিযোগিতামূলক খেলা হৈছিল। ফাইনেলত প্ৰায়েই ধৰণীদাৰ (শ্ৰদ্ধেয় ধৰণী বৰ্মন) বিজয় টিম আৰু বেলশৰৰ টিমটোৰ লগত খেলা হয়। সমিন দৰ্জী বিজয় টিমৰ দুৰ্ঘোৰ সমৰ্থক, খেলাৰ দিনা দৰ্শকৰ মাজত দুকাষে কলু আৰু মোক লৈ টেঁটুফালি চিঞৰি চিঞৰি বিজয় টিমৰ খেলুৱৈসকলক উৎসাহ যোগাই যায়। তেনে এটা দিনতে খেল চলি থকা সময়ত তেখেতৰে সৰু ল'ৰা এটা আহি কাণে কাণে কিবা ক'লে। লগে লগে সমিন দৰ্জী উঠিল, মনু তই মোৰ লগত আহচোন বুলি মোক হাতত ধৰি এক প্ৰকাৰ টানিয়ে লৈ গ'ল ঘৰলৈ। গৈ দেখো এজন ওখ-পাখ অসাধাৰণ ব্যক্তিত্বৰ লোক বহি আছে। দৰ্জী জেঠাই একপ্ৰকাৰ চিঞৰিয়ে ক'লে— কমৰেড তাৰ পিছত মোৰ পিনে চাই ক'লে— মনু তই দেউতাৰক কবগৈ কমৰেড আহিছে বুলি। পিছত জানিব পাৰিছিলো সেইজন হেনো বিষ্ণু ৰাভা। বিপ্লৱী সাম্যবাদী দলৰ দুৰ্ধৰ্ষ কৰ্মী ৩৬ বছৰীয়া ডেকা বিষ্ণু ৰাভা। প্ৰথম দিনত বিষ্ণু ৰাভাই মোৰ মনত কোনো ৰেখাপাত কৰা নাছিল, কাৰণ তেতিয়া আমি খুবেই সৰু আছিলো, 'মহাত্মা গান্ধীৰ জয়' দি ত্ৰিৰঙ্গ পতাকা হাতত লৈও প্ৰচেচন কৰো আৰু ইয়ে আজাদী যুঠা হ্যায় বুলি চিঞৰি চিঞৰি ক'লা পতাকা হাতত লোৱা দলৰ লগতো যাওঁ।



ইয়াৰ পিছত আমি হাইস্কুলৰ পঞ্চম-ষষ্ঠ শ্ৰেণীত পঢ়ি থাকোতে 'চিৰাজ নামৰ' চলচ্চিত্ৰখনত তেখেতক অলপ বেছি



ভালকৈ দেখা যেন লাগিছিল, বলিনদাৰ (ফণী শৰ্মা) লগত পৰিচালকৰ দায়িত্বত থকাৰ উপৰি বিষ্ণু ৰাভাই এটা বিশেষ চৰিত্ৰত অভিনয়ো কৰিছিল।

আমি ষষ্ঠ শ্ৰেণীত পঢ়ি থকাৰ মাজতে দেউতা নলবাৰীলৈ বদলি হ'ল, আমিও গৰ্ডন হাইস্কুলত ভৰ্তি হ'লো। আদ্য শৰ্মাৰ ৰংঘৰৰ লগত পৰিচিত হলো, আমাৰ ছবি আঁকাৰ আগ্ৰহ দেখি আদ্য শৰ্মাইয়ো উৎসাহিত কৰিলে। এই ৰংঘৰতে এদিন পুনৰবাৰ বিষ্ণু ৰাভাক এক নাটকীয় মুহূৰ্তত দেখিবলৈ পালো। নলবাৰী নাট্য মন্দিৰৰ সমুখত আদ্য শৰ্মাৰ ৰংঘৰত সিদিনা গধূলি আমি কেইজনমান বহি আছো, হঠাৎ ওচৰৰ থানাত পাগলা ঘণ্টি বাজি উঠিল, পুলিচ মিলিটাৰীৰ লৰা-ঢপৰা, নাট্য মন্দিৰৰ লাইব্ৰেৰীৰ পিনৰ পশ্চিম কোণত থকা বিজুলী চাকিটো কোনোবাই টান মাৰি নুমুৱাই দিলে, চৌদিশ অন্ধকাৰ হৈ পৰিল আৰু এক মুহূৰ্তৰ ভিতৰতে এখন পাহাৰৰ দৰে বিশাল ব্যক্তি এজন ৰংঘৰলৈ সোমাই আহি পোনে পোনে ভিতৰলৈ সোমাই গ'ল। আমি কি হৈছেকি নহৈছে বুজি উঠাৰ আগতে আদ্য শৰ্মাও পিছপিনে খৰখেদাকৈ গ'ল। বহুসময়ৰ পিছতহে আমি জানিব পাৰিছিলো বিষ্ণু ৰাভাই ৰংঘৰৰ পিছপিনে থকা পিটনিখন পাৰ হৈ পথাৰৰ মাজে মাজে গৈ প্ৰয়াত হৰিনাৰায়ণ দত্তবৰুৱাহঁতৰ অৰণ্য হেন বাৰীখনত লুকুৱাইছে।

ইয়াৰ পিছত বিষ্ণু ৰাভা এদিন বিষ্ণুদা হৈ পৰিল, আদ্য শৰ্মাৰ লগত কোনো গোপন সভাত লগ পাবলৈ যাওঁতে, শ্ৰদ্ধেয় তৰুণসেন ডেকাৰ লগত বিভিন্ন সময়ত বিভিন্ন ধৰণে লগ পাইছো। সময়ত বিষ্ণুদা এটা কিংবদন্তি সদৃশ কাহিনীৰ নায়ক হৈ পৰিল।

বিষ্ণুদা কাৰাগাৰৰ পৰা মুক্তি পোৱাৰ পিছত নলবাৰীত বিৰাট ৰাজহুৱা সভা, প্ৰায় দুঘণ্টা সময় বিষ্ণুদাই ভাষণ দিয়া দেখিছিলো। কিংবদন্তিৰ নায়কজনক যেন এক নতুন ৰূপত সিদিনা দেখিবলৈ পাইছিলো। বিপ্লৱী বিষ্ণু ৰাভা, হাতত ৰিভলভাৰ লৈ ঘূৰি ফুৰা বিষ্ণু ৰাভাৰ ঠাইত আমি যেন সেইদিনা দেখা বিষ্ণু ৰাভাজন সম্পূৰ্ণ বেলেগ, সকলোকে ক্ষমাৰ চকুৰে চাব পৰা, শত্ৰুকো বন্ধুৰূপে চাব পৰা এয়া যেন সৰ্বগুণাকৰ মহাদেৱ। (এইখিনিতে উনুকিয়াই থওঁ যে আমি দীৰ্ঘদিন ধৰি লগ





পোৱা বিষ্ণুদাৰ হাতত কলম আৰু তুলিকাৰ বাহিৰে ৰিভলভাৰ বা কোনো আগ্নেয়াস্ত্ৰই দেখা নাছিলো। তেওঁ বিপ্লবী আছিল ঠিকেই, অন্যায়ৰ বিৰুদ্ধে জনগণক একত্ৰিত কৰি শান্তিৰ পথেৰেই যেন বিপ্লব কৰিব বিচাৰিছিল তেওঁ।)

আমি মেট্ৰিক পাছ কৰাৰ পিছত দৰং কলেজত পঢ়ি থকা সময়ত বিষ্ণুদা আৰু বলিনদাক নিচেই ওচৰৰ পৰা পাইছিলো। মাজে মাজে তেওঁৰ ঘৰলৈ যাওঁ, তেতিয়া তেওঁ আঁকা দুই-এখন ছবি দেখিছিলো, মাজে মাজে বিষ্ণুদাও মই থকা হোষ্টেললৈ আহিছিল, মই আঁকা ছবিবোৰ চাইছিল। আলোচনা কৰিছিল আৰু মোৰ সোঁহাতখনৰ তলুৱা পিটিকি পিটিকি কৈছিল- বলিষ্ঠ অংগুষ্ঠ হাত তোমাৰ হ'ব, আঁকি যোৱা।

আমি মুম্বাইৰ পৰা আহি গুৱাহাটীৰ ছুডমাৰ্চন হলত পতা চিত্ৰ প্ৰদৰ্শনী চাবলৈ তেওঁ শ্বিলঙৰ পৰা আহিছিল। তেতিয়া বিষ্ণুদা এম এল এ। মোৰ প্ৰদৰ্শনীখন চাই যেন খুবেই আনন্দিত হৈছিল। গোটেই দিনটো ছবিবোৰৰ মাজতে বিচৰণ কৰি বিভিন্ন ধৰণে আলোচনা-সমালোচনা আগবঢ়োৱাৰ লগতে উজ্জ্বল ভৱিষ্যতৰ কথা কৈছিল। আমাৰ প্ৰদৰ্শনীৰ সমালোচনা বহীত লিখিছিল .... ছবিবোৰত প্ৰাচীন স্থিতিশীলতাৰ কাৰাগাৰৰ প্ৰাচীৰ ভাঙি দি নতুনৰ সন্ধান দিছে। চকু আৰু মনেৰে দেখি আঁকিছে, ৰং-ৰেখাৰ বলিষ্ঠ প্ৰলেপ দি, বলিষ্ঠ ভাবেৰে, সূক্ষ্ম অনুভূতিৰে.....।' ইয়াৰ পিছতো নাট্য সন্মিলনবোৰত আৰু একেবাৰে শেষৰ পিনে অসুস্থ হোৱাৰ পিছতো বিষ্ণুদাৰ সান্নিধ্য লাভ কৰি ধন্য হৈছো।

বিষ্ণুদাৰ প্ৰতিভাৰ বিষয়ে পঢ়া-শুনা কৰি, তেখেতৰ সান্নিধ্যত পোৱা অনুভূতিৰে আমাৰ মনত ভাব হয় সমাজ জীৱনৰ এনে কোনো বিষয় নাই য'ত বিষ্ণুদাই হাত দিয়া নাছিল, চিন্তা-চৰ্চা কৰা নাছিল। গল্প, উপন্যাস-নাটক চিন্তাশীল আলোচনা আদি সাহিত্যৰ এনে কোনো বিষয় নাই যি বিষয়ে বিষ্ণুদাই তেওঁৰ বলিষ্ঠ ভাষাৰে আগবঢ়োৱা নাই।



গীতিকাৰ, সুৰকাৰ, নৃত্য, নাট্যাভিনয় একোৱেই বাদ পৰি যোৱা নাই তেওঁৰ সৃষ্টিৰ পৰা। চিত্ৰশিল্পতো তেওঁ শ্ৰেষ্ঠত্বৰ চানেকী ৰাখি থৈ গৈছে। এই অসাধাৰণ পাণ্ডিত্যৰ পিছতো বিষ্ণুদাই বাৰু বিশ্ববিখ্যাত শিল্পী হ'ব নোৱাৰিলে কিয়?



বিশ্ব কিয় ভাৰত বিখ্যাতেই তেওঁ হ'ব নোৱাৰিলে। (শুনামতে বেনাৰসত এবাৰ হেনো শিৱৰ তাণ্ডৱ নৃত্যত উদয় শংকৰক হৰুৱাইছিল, কিন্তু উদয় শংকৰ পৃথিৱী বিখ্যাত হ'ল আৰু বিষ্ণুদা!) এই বিষয়ত গৰীয়সী (ডিচেম্বৰ, ২০০৭) আলোচনীত সু-সাহিত্যিক শ্ৰদ্ধেয় শশী শৰ্মাই বিস্তৃতভাৱে আলোচনা কৰিছে, তেখেতৰ আলোচনাৰ বেছিভাগৰ লগতে আমি একমত যদিও দুটা কথাত আমাৰ মতভেদ আছে। অৱশ্যে এয়া আমাৰ নিজস্ব পৰ্যবেক্ষণ। তেখেতে এটা উদাহৰণ দিছে এনেধৰণে '.... বিষ্ণু ৰাভা অনেক ক্ষেত্ৰতে সামন্তযুগীয়া আৰু আনকি জনজাতীয় জনগোষ্ঠীয় বেষ্টনীৰ পৰা সম্পূৰ্ণৰূপে মুক্ত হ'ব পৰা নাছিল আৰু এই ত্ৰুটিৰ কাৰণেই সমাজৰ বৈপ্লৱিক ৰূপান্তৰ সাধনত প্ৰতিবন্ধকতাৰ সৃষ্টি হৈছিল বুলি অনুমান কৰা কাৰ্য অযৌক্তিক হ'ব নোৱাৰে। অতিপাত মদ্যপান অন্ধ জনজাতীয় প্ৰীতিৰ নিদৰ্শন নহয় জানো!'

শ্ৰদ্ধেয় শৰ্মাৰ এই পৰ্যবেক্ষণ আমাৰ লগত নিমিলে, আমাৰ বিষ্ণুদা আছিল সকলোকে সমভাৱে ভাবিব পৰা এক উদাৰ ব্যক্তিত্ব। আৰু মদ্যপান? বহু বিশ্বজনীন শিল্পীৰ সান্নিধ্য আমি পাইছো। অতিপাত মদ্যপান সকলোৱে নকৰে, যিসকলে অতিপাত মদ্যপান কৰিছে, মদৰ ৰাগিত তেওঁ সৃষ্টিৰ পৰা আঁতৰি সুখনিদ্ৰাত ব্ৰতী হৈছে। কিন্তু বিষ্ণুদাই অতিপাত মদ্যপান কৰি কোনোদিনে মাতাল হোৱা আমি দেখা নাই। বৰং বিষ্ণুদাই মদ্যপান কৰাৰ পিছত লাহে লাহে গভীৰৰ পৰা গভীৰতালৈ গৈ গভীৰ চিন্তাৰ অন্তত সপোন বাস্তৱত ৰূপ দিয়াৰ বাবে সৃষ্টি কৰ্মত ব্ৰতী হোৱাহে দেখিছো। সৃষ্টিৰ ক্ষেত্ৰত বিষ্ণুদাৰ যদি কিবা অনীহা আহিছে সেয়া শিল্পীৰ প্ৰতি বা শিল্পীৰ সৃষ্টিৰ প্ৰতি সমাজৰ নিৰ্লিপ্ততাহে দায়ী। বিখ্যাত শিল্পী জৰ্জ চাণ্টায়নোৱে কৈছিল' জনগণৰ বাবেই জনগণৰ কল্যাণৰ বাবেই শিল্পীৰ সৃষ্টি। কিন্তু জনগণৰ পৰা কেনো প্ৰেৰণা নাপালে, সৃষ্টিৰ কোনো বাতাৱৰণ নাথাকিলে কোনো শিল্পীয়ে একাণপতীয়াকৈ সৃষ্টি কৰ্মত লাগি থাকিব নোৱাৰে।



আমি বৰং শ্ৰদ্ধেয় শমাই তেওঁৰ সেই একেটা প্ৰবন্ধতে বিষ্ণুদা সম্বন্ধে কোৱা মন্তব্যখিনিহে বেছি গ্ৰহণযোগ্য বুলি ভাবো। তলত তুলি দিয়া হ'ল-



'.....মুক্ত মানুহৰ মুক্ত সমাজ, মুক্ত পৃথিৱী গঢ়াহে যেন তেওঁৰ লক্ষ্য। তুচ্ছতা-ক্ষুদ্রতাৰ স্থান তেওঁৰ মানসিকতাত নাছিল।......

.....ভাগৱতৰ কবিৰ দৰে শংকৰদেৱো ব্রাহ্মণ্যবাদৰ প্রভাবৰ পৰা মুক্ত নাছিল। ৰাভা আছিল কিন্তু ব্রাহ্মণ্যবাদ বা জনজাতীয়বাদৰ প্রভাবৰ পৰা মুক্ত যথার্থ মুক্ত মহান সত্তা .....।'

শ্রদ্ধেয় শৰ্মাই তেখেতৰ প্রবন্ধটোৰ শেষত কৈছে....'এইগৰাকী মুক্তপ্রাণা মহান বিপ্লৱী শিল্পী ৰাভাৰ যথার্থ সমাদৰ হৈছে বৰ কম। এই কথাও নিশ্চিতভাৱেই সত্য যে বিশ্ববাসী জনগণে সমাজতান্ত্রিক সাম্যবাদী বিপ্লৱ সফল কৰি তুলিব নোৱাৰে মানে ৰাভাৰ দৰে সাম্যবাদী বিপ্লৱী, ৰাজনীতিক, শিল্পী, সাহিত্যিকৰো অকৃত্রিম সমাদৰ গঢ় লৈ উঠা অসম্ভৱ।'

* আচলতে অকল বিষ্ণুদাই নহয় আমাৰ অতীজৰ পৰা আজিলৈ শ্রীমন্ত শংকৰদেৱ, মাধৱদেৱ, জ্যোতিপ্রসাদ, ফণী শৰ্মা, বিষ্ণু ৰাভা আদি কোনোৱেই অসমৰ বাহিৰত যোগ্য ধৰণে প্রচাৰ নোপোৱাৰ কাৰণ হ'ল আমাৰ অসমীয়া মানুহৰ এই দিশত অনীহা। বাহিৰৰ শ্রীমন্ত শংকৰদেৱতকৈ বহুগুণে কম প্রতিভাৱান ব্যক্তিয়েও একমাত্র ধৰ্মীয় গুৰু হিচাপে বিশ্ববিখ্যাত হৈছে তেওঁৰ শিষ্য নাইবা চৌদিশৰ জনগণৰ, সংবাদদাতসকলৰ বদান্যতাৰ বাবেই, যিটো আমাৰ শংকৰদেৱৰ ক্ষেত্রত হোৱা নাই। এতিয়া কিছু প্রচাৰ হ'ব ধৰিছে কিন্তু সেয়াও একেবাৰে কুমজেলেকুৱা খোজতে। জ্যোতিপ্রসাদৰ 'জয়মতী' ছবিখনেই ভাৰতৰ প্রথম ডাবিং কৰা ছবি যিটো পদ্ধতি আজি তিনি দশকমান আগলৈকো প্রচলিত নাছিল। কিন্তু আমাৰ চিত্র সংবাদসেৱীসকলৰ অনীহাৰ বাবেই সেয়া ভাৰতীয় চলচ্চিত্র ইতিহাসত লিপিবদ্ধ হোৱা নাই। একমাত্র আমাৰ ড° ভূপেন হাজৰীকাইহে তেখেতৰ নিজস্ব একক কৰ্মপদ্ধতিৰ মাজেৰে আৰু তেতিয়াই কলিকতাত, বৰ্তমানে মুম্বাইত থিতাপি লোৱা বাবেহে তেওঁ বিশ্ববিখ্যাত হ'ব পাৰিছে।



* আমাক এই স্মৃতিগ্রন্থৰ সম্পাদকে বিষ্ণুদাৰ সান্নিধ্য আৰু আমি নিজে এজন চিত্রশিল্পী কাৰণে বিষ্ণুদাৰ চিত্র সম্বন্ধে আলোচনা কৰিবলৈ কৈছিল। সেয়ে লেখাটোৰ নামকৰণ কৰা হৈছিল 'বিষ্ণুদাৰ সান্নিধ্য আৰু তেওঁৰ



চিত্ৰশিল্প'। বিষ্ণুদাৰ সান্নিধ্যৰ বিষয়ে ইয়াৰ আগতে আমি বহুবাৰ বিস্তৃতভাৱে আলোচনা কৰিছো, গতিকে ইয়াত থূলমূলকৈ চুইহে গ'লো। এতিয়া কথা হ'ল বিষ্ণুদাৰ চিত্ৰকৰ্ম সম্বন্ধে আলোচনা কৰো কিদৰে, বিষ্ণুদাই কিমান ছবি আঁকিছিল, কি কি বিষয়ে আঁকিছিল এই সম্বন্ধে কোনো তথ্যপাতি পোৱা নাযায়। তেখেতৰ কৰ্মৰাজিৰ ভিতৰত তেখেতৰ অন্য সকলো সৃষ্টিকে সামৰি লোৱা হৈছে। তেখেতৰ বিষয়ে লিখা জীৱনী, উপন্যাস আৰু সহস্ৰাধিক প্ৰবন্ধৰ মাজত ক'তোৱে তেখেতৰ চিত্ৰকৰ্মৰ কোনো সমালোচনাতো নায়েই, উল্লেখো নাই বুলিয়েই ক'ব পাৰি।

যোৱা ১৯১৯ চনৰ ২০ জুনৰ বিষ্ণু ৰাভা দিবস অসম চৰকাৰৰ সাংস্কৃতিক সঞ্চালকালয়ে ৰবীন্দ্ৰ ভৱনত পালন কৰিছিল। ১০ জুনৰ পৰা বিষ্ণু ৰাভাৰ গীতৰ কৰ্মশালা আৰু আমাৰ কেইজনমান বয়সস্থ শিল্পীৰ দ্বাৰা কেইখনমান চিত্ৰ অঁকোৱা হৈছিল ৰাভা দিৱসৰ চিত্ৰ প্ৰদৰ্শনীত দেখুৱাবলৈ। সেই ছবিসমূহৰ লগতে বিষ্ণুদাই অঁকা মাত্ৰ ১৬ খন ছবিৰ ৰঙীন ফটোকপিৰ সংগ্ৰহ এটা বিষ্ণুদাৰ পৰিয়ালৰ পৰা আনি প্ৰদৰ্শন কৰা হৈছিল। আমি দৰং কলেজত থাকোতে দেখা ছবিবোৰৰ কথা আজি আৰু মনত নাই।

আমি সাংস্কৃতিক সঞ্চালকালয়ৰ ৰাজ্যিক কলাবীথিকাৰ চোৱা-মেলা কৰা বিষয়াজনৰ হাতত ছবিখিনি থকা বুলি ভাবি তেওঁলৈ ফোন কৰি জানিব পাৰিলো যে ছবিখিনি যুটীয়া সঞ্চালকৰ হাততহে আছে। গতিকে তেখেতৰ লগত যোগাযোগ কৰি পিছদিনা তেখেতক অফিচত লগ ধৰিলো। তেখেতে ছবিখিনি বাকচ এটাত তলা-ছাবি লগাই সংৰক্ষণ কৰা বুলি ক'লে। কিন্তু সঞ্চালকৰ অনুমতি লৈহে ছবিখিনি মোক দেখুৱাব পাৰিব। দিনটো ৰখি ৰখি সঞ্চালকক ফোনত যোগাযোগ কৰিবলৈ চেষ্টা কৰি ব্যৰ্থ হৈ ঘূৰি আহিব লগা হ'ল। অৱশ্যে যুটীয়া সঞ্চালকে আমাক জানিবলৈ দিলে যে তেখেতে ইতিমধ্যে অনুমতি লৈ থ'ব, আমি যেন পিছদিনা তেখেতৰ লগত যোগাযোগ কৰি ছবিখিনি চাবলৈ আহো। ফোনৰ উপৰি ফোন, দুই-তিনিবাৰ নিজে গৈও শেষত চাৰি-পাঁচ দিন মান পিছত তেখেতে নিৰ্ধাৰণ কৰি দিয়া সময়মতে এখাৰ বজাত অফিচলৈ গৈ যুটীয়া সঞ্চালক





আহি পোৱা নাই বুলি জানিব পাৰিলো। কিন্তু কি যে সৌভাগ্য সঞ্চালক মহোদয়ক লগ পালো। মোৰ কথাখিনি শুনি তেখেতে ক'লে ছবিখিনি দেখুৱাবৰ কাৰণেও মোৰ অনুমতি লাগেনে? আপুনি ছবিখিনি বা ছবিখিনিৰ ফটোষ্টেট বিচাৰিলে অবশ্যে কথাটো বেলেগ আছিল। যিয়ে নহওক ছবিখিনি অফিচতে চোৱাৰ অনুমতি পালো। প্ৰায় দুঘণ্টা পিছত যুটীয়া সঞ্চালক আহিল, আমি সঞ্চালকৰ অনুমতি পোৱা বুলি কোৱাৰ পিছতো তেখেতে ফোনত সঞ্চালকৰ লগত কথা পাতিলে। এতিয়া আৰু এটা নতুন সমস্যাই দেখা দিলে, ছবিখিনি থকা বাকচটোৰ তলাৰ ছাবিপাট কাৰ হাতত আছে বিচাৰ-খোঁচাৰ কৰোতেও সময় লাগিল। শেষত জানিব পৰা গ'ল চাবিপাট থকা পিয়ন এজনৰ নাম। তেওঁক মাতি পঠিওৱাৰ এঘণ্টামান পিছত আহিল, কিন্তু তেওঁ ক'লে যে ছাবিপাট তেওঁৰ হাতত নাই, অইন এজন পিয়নৰ হাততহে আছে আৰু সেই পিয়নজন সিদিনা অফিচলৈ অহা নাই। উপায় নাপাই যুটীয়া সঞ্চালকে আমাক জানিবলৈ দিলে যে পিছদিনা ছাবিপাট তেওঁৰ হাতত পৰাৰ পিচত মোক ফোনত জনাব। মই যেন তাৰ পিছতহে তেখেতক লগ ধৰি ছবিখিনি চাওঁগৈ। সেই বহু অপেক্ষিত ফোনটো আজিলৈ (১৩ জুন ২০০৮) আৰু নাপালো আৰু মই ফোনত কথা পতাৰ চেষ্টা কৰিও হতাশ হ'লো। এতিয়া কথা হ'ল ছবিখিনি বিষ্ণুদাৰ পৰিয়াল নাইবা আমাৰ চৰকাৰে এনেকৈ বাকচত ভৰাই ৰাখি পচিবলৈ দিয়াটো উচিত হৈছে জানো? অসমৰ বাহিৰত বিষ্ণুদাৰ দৰে এজন শিল্পীৰ সৃষ্টিক কি আদৰ সাদৰকৈ শীত-তাপ নিয়ন্ত্ৰিত কলাবীথিকাত সৰ্বসাধাৰণ দৰ্শকে চাব পৰাকৈ ৰাখিলেহেঁতেন তাক কলিকতালৈ গ'লেই বুজা যাব। পুৰণি শিল্পীসকলৰ সৃষ্টিসমূহ যিখিনি পোৱা গৈছে আৰু অইনৰ হাতত থকা ছবিখিনিৰ ফটোকপি আনি সুন্দৰকৈ সজাই ৰাখিছে, পৃথিৱীৰ বিভিন্ন দেশত সেই ছবিবোৰৰ প্ৰদৰ্শনী পাতিছে। ছবি বোৰ ছপা কৰি এলবাম উলিয়াইছে যাতে সৰ্বসাধাৰণে কম খৰচতে সেই ছবিবোৰ বন্ধাই ৰাখিব পাৰে। আমাৰ শিল্পীৰ বেলিকা, বিষ্ণুদাৰ জন্ম শতবাৰ্ষিকীৰ অৰ্ঘ্য হিচাপেই মূল ছবি বা ছবিখিনিৰ ফটোকপিৰ প্ৰদৰ্শনী এখন গোটেই দেশখনতে প্ৰদৰ্শনৰ ব্যৱস্থা কৰিব নোৱাৰিলেহেঁতেননে? বা ছবিখিনি ছপাই





এলবাম একোটা বিক্ৰীৰ ব্যৱস্থা কৰিব পৰা গ'লহেঁতেননে ? এয়াই আমাৰ শিল্পীৰ সৃষ্টিসমূহৰ প্ৰতি শিল্পীৰ পৰিয়াল, চৰকাৰ নাইবা জনগণৰ অনীহাৰ উদাহৰণ নহয়নে ?

আমাৰ অনুৰোধ— শিল্পীৰ পৰিয়াল নাইবা অসম চৰকাৰৰ সাংস্কৃতিক সঞ্চালকে বিষ্ণু ৰাভাৰ জন্ম শতবাৰ্ষিকীৰ ভিতৰতে ছবিখিনিৰ মূল্যায়ন সমালোচনাসহ ইংৰাজী আৰু অসমীয়া ভাষাত এলবাম একোটা যেন উলিয়ায়। অথবা আমাক (বা অইন যিকোনো যোগ্য ব্যক্তি) ছবিখিনি দিলে ছবিখিনিৰ ফটোকপিৰ প্ৰিণ্ট আৰু যথাযোগ্য মূল্যায়ন অসমীয়া আৰু ইংৰাজী ভাষাত ছপাই একোটা এলবাম উলিয়াবলৈ আমি প্ৰতিশ্ৰুতিবদ্ধ। বিষ্ণুদাৰ মাজৰ চিত্ৰশিল্পীজনক বাহিৰত প্ৰকাশিত হোৱাৰ সুবিধা দিয়ক। সৃষ্টিখিনি বাকচত ভৰাই পচাই পেলাই চিত্ৰশিল্পী বিষ্ণু ৰাভাৰ ডিঙি চেপি যেন হত্যা কৰা নহয়।◀◀

কুমাৰে গঢ়ে প্ৰতিমা, তাত প্ৰাণদান দিয়ে পুৰোহিতে। দল, জাতি, ধৰ্মই দেশ গঢ়ে, ৰাজ্য জোৰে। শিল্পীয়ে তাত প্ৰাণ প্ৰতিষ্ঠা কৰে —।

শিল্পী হ'বলৈ হ'লে ঝঞ্চা বিজয়ী আত্মাৰ গৰাকী হ'ব লাগিব, তেহে সি গৌৰী-শঙ্কৰৰ জঁটাৰ উহঁৰ সোণালী লহৰীত দেহা তিয়াব পাৰে, প্ৰশান্তৰ গভীৰ তলিৰ শেলুৰৈৰ তলৰ শামুক বুটলি তাৰ গৰ্ভত থকা মুকুতা লভিব পাৰে।



সু-সাহিত্য চলন্ত, প্ৰগতিশীল-কালৰ ৰথৰ চকাৰ দৰে চিৰন্তন অপ্ৰগতিশীল— *বিষ্ণুপ্ৰসাদ ৰাভা*

## ডুবি-পৰিহৰেশ্বৰ দেৱালয়ৰ 'দেৱদাসী নৃত্য' পুনৰ উদ্ধাৰৰ পথপ্ৰদৰ্শক কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা আৰু তেওঁৰ সান্নিধ্যৰ যৎকিঞ্চিৎ

*সতীশ চন্দ্ৰ চৌধুৰী*

অসমৰ পৰম্পৰাগত নৃত্য সম্পদসমূহৰ ভিতৰত বৰ্তমান বজালী মহকুমাৰ অন্তৰ্গত ডুবি-মালিপাৰাত অৱস্থিত ডুবি-পৰিহৰেশ্বৰ দেৱালয়ৰ দেৱদাসী নৃত্য অন্যতম। এই নৃত্য পুনৰ উদ্ধাৰ কৰে প্ৰবাদপ্ৰতিম শিল্পী পাঠশালাৰ ৰত্নকান্ত তালুকদাৰে। চমুকৈ তেওঁক ৰত্ন তালুকদাৰ বুলি কোৱা হৈছিল। নৃত্য সম্পদটি পুনৰুদ্ধাৰৰ ক্ষেত্ৰত যিসকলে বৰঙণি আগবঢ়াইছিল, সেইসকলৰ ভিতৰত কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা, ড° মহেশ্বৰ নেওগ, পুৰোধা শিল্পী প্ৰদীপ চলিহা, ড° ভূপেন হাজৰিকা, ৰুদ্ৰ বৰুৱা আদি অন্যতম। কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা উক্ত দিশৰ পথপ্ৰদৰ্শক হিচাপে খ্যাত। প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে মহান শিল্পী ৰাভাদেৱে আত্মগোপন কৰা সময়ছোৱাত ভালেমান দিন কটাইছিল বৰ্তমান বৰপেটা জিলাৰ অন্তৰ্গত বজালী মহকুমাৰ বিভিন্ন অঞ্চলত। ঘাইকৈ বজালীৰ উত্তৰ আৰু দক্ষিণ অঞ্চলৰ বড়োপ্ৰধান জনগোষ্ঠীয় এলেকাত তেওঁ আত্মগোপন কৰি থকাৰ সময়ত সেই সেই অঞ্চলৰ লোক-সংস্কৃতিৰ বিষয়ে গভীৰভাৱে অধ্যয়ন কৰিছিল। এনেবোৰ দিশৰ বিষয়ে নাট্য সম্ৰাট চন্দ্ৰ চৌধুৰী, পুৰোধা শিল্পী ধৰণীধৰ দেৱগোস্বামী, ঘনকান্ত বড়ো (পিছত চাপাগুৰি সমষ্টিৰ বিধায়ক), 'পথাৰৰ কবি' হিচাপে খ্যাত ৰাম গগৈ প্ৰমুখ্যে



বিশিষ্টসকলৰ পৰা জনা গৈছিল। বজালীৰ পুৰোধা নাট্যকাৰ, নাট পৰিচালক পাঠশালাৰ সন্তৰাম চৌধুৰীৰ অৱদানৰ কথাও ৰাভাদেৱে জানিছিল আৰু তেওঁৰ পৰিয়ালবৰ্গৰ লগতো তেওঁৰ সম্পৰ্ক স্থাপন হৈছিল।



বজালীৰ ওজাপালি, ঢুলীয়া, জুনানাম, গায়ন-বায়ন আদি পৰম্পৰাগত লোক-সংস্কৃতিৰ প্ৰতি তেওঁ বিশেষভাৱে আকৰ্ষিত হৈছিল। জুনানামৰ 'ৰাগ গীত'ৰ প্ৰতি তেওঁৰ আকৰ্ষণ অধিক আছিল। বজালীৰ বামাখাটা গাঁৱৰ গায়ন-বায়ন দলৰ 'গায়ন-বায়ন' উপভোগ কৰি তেওঁ আমোদ পাইছিল। এনেবোৰ পৰম্পৰাগত লোক-সংস্কৃতিৰ বিষয়ে তেওঁ গভীৰভাৱে অধ্যয়নো কৰিছিল। বজালীৰ নাট্যাভিনয়ৰ পৰম্পৰা পুৰণি। .

আনহাতে বজালীৰ যাত্ৰাগানৰো তেওঁ পৰম ভক্ত আছিল। কাৰণ বজালীত অসমীয়া যাত্ৰাগানৰহে পৰম্পৰা প্ৰবৰ্তিত আছিল, লোকগীত, দেহবিচাৰ গীত, আইনাম, পাঠক-পাঠকনীৰ নামৰ পৰম্পৰায়ো তেওঁক বিশেষভাৱে আকৰ্ষিত কৰিছিল। একেদৰে বজালীৰ বড়ো জনগোষ্ঠীকে ধৰি বিভিন্ন জনগোষ্ঠীৰ সংস্কৃতিয়ে তেওঁক মোহিত কৰিছিল। পাঠশালা নাট্য সমিতিৰ লগতো তেওঁৰ সংযোগ স্থাপন হৈছিল। পাঠশালা নাট্য মন্দিৰত অভিনীত কেইবাখনো নাট উপভোগ কৰাৰ কথা নাট্য সম্ৰাট চন্দ্ৰ চৌধুৰীৰ পৰা জনা গৈছিল। এইবাবেই তেওঁ সময়ে সময়ে চন্দ্ৰ চৌধুৰীৰ বাসগৃহত কটাইছিল। ইয়াৰ আন এক কাৰণ আছিল সেই সময়ত বজালীৰ পৰা আন ঠাইলৈ যাতায়াতৰ একমাত্ৰ মাধ্যম আছিল ৰে'লগাড়ী। পাঠশালাৰ ৰেল'ৱে ষ্টেচন আছিল তেওঁৰ কোকৰাঝাৰ আৰু গুৱাহাটীলৈ যোৱাৰ যাতায়াতৰ প্ৰধান কেন্দ্ৰ। পাঠশালাৰ গাতে লগা গনাগাঁৱৰ চন্দ্ৰ চৌধুৰীৰ গৃহত বৈ থাকি, ৰে'ল আহি পাঠশালা ষ্টেচন পোৱাৰ ঠিক আগে আগে সাউৎকৈ আহি ৰে'লত উঠি গন্তব্য স্থানলৈ গৈছিল। তেওঁৰ কাপোৰৰ টোপোলাটো চন্দ্ৰ চৌধুৰীৰ ভাতৃ শিল্পী ভোলা চৌধুৰীয়ে আগতীয়াকৈ আনি ষ্টেচনৰ পূব বা পশ্চিম মূৰত ৰাখি বিষ্ণু ৰাভা অহালৈ অপেক্ষা কৰিছিল। পুলিচৰ গমন-গতি লৈ ভোলা চৌধুৰীয়ে সুহুৰিৰে দিয়া সংকেত অনুসৰি ৰাভাদেৱে ৰে'লত উঠাৰ লগে লগে ভোলা চৌধুৰীয়ে টোপোলাটো গাড়ীত উঠাই তুলি দিছিল। আমি তেতিয়া সম্ভৱ পাঠশালা বজালীয়া বিদ্যালয়ৰ তৃতীয় শ্ৰেণীৰ ছাত্ৰ।





লগৰীয়া দুই-চাৰিজনৰ লগ লাগি আমি চন্দ্ৰ চৌধুৰীৰ ঘৰলৈ গৈ ৰাভাদেৱক দেখাৰ সৌভাগ্য হৈছিল। কিয়নো শ্ৰদ্ধেয় চন্দ্ৰ চৌধুৰী আমাৰ সম্পৰ্কীয় খুৰা আছিল আৰু নাট্যাভিনয়ৰ দিশবোৰৰ বাবেও তেওঁ আমাৰ পৰিয়ালৰ অধিক অন্তৰঙ্গতা আছিল। আনহাতে ববদেউতা ৰজনীকান্ত চৌধুৰী (মুক্তি যুঁজাৰু), দেউতা উমাকান্ত চৌধুৰী আৰু খুৰা তাৰিণীকান্ত চৌধুৰী আছিল পাঠশালা নাট্য সমিতিৰ একোগৰাকী স্বনামধন্য অভিনেতা। চন্দ্ৰ চৌধুৰী আছিল সেইধাৰাৰ সৈতে সংপৃক্ত বিশিষ্ট অভিনেতা। ইয়াৰ পিছত ৰাভাদেৱক আমি নিচেই ওচৰৰ পৰাই পাইছিলোঁ 'দেৱদাসী নৃত্য' পুনৰুদ্ধাৰৰ এগৰাকী পথপ্ৰদৰ্শক হিচাপে সেৱা আগবঢ়োৱাৰ সময়ত ১৯৫৩-৫৪ খ্ৰীষ্টাব্দত। পাঠশালা নাট্য মন্দিৰত ডুবিৰ দুগৰাকী শেষ দেৱদাসী কৌশল্যাবালা বৈয়াবালা, খোলবাদক বেছাৰাম বায়ন তথা তালবাদক কিনাৰাম বায়নৰ সহযোগত চাৰিগৰাকী কমবয়সীয়া ছোৱালীক ডুবিৰ দেৱদাসী নৃত্যটি শিকোৱাৰ কেইদিন ৰাভাদেৱক ওচৰৰ পৰাই দেখিছিলোঁ যদিও নাট্য মন্দিৰলৈ আমাক সোমাব দিয়া নাছিল। বহুতে ধমকনিৰ সুৰত আমাক কোৱা — 'ঐ তাত নটীয়ে নাচিছে, তালৈ নাযাবি' কথাষাৰ আজিও মনত পৰে। তথাপি নৃত্যৰ প্ৰশিক্ষণ দিয়াৰ বাবে নাট্যমন্দিৰলৈ যোৱাৰ সময়ত বা ওলাই অহাৰ সময়ত দেৱদাসী নৃত্য পুনৰ উদ্ধাৰৰ ক্ষেত্ৰত ওজা শিল্পী পাঠশালাৰ ৰত্নকান্ত তালুকদাৰৰ সৈতে কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাদেৱক তেনেই ওচৰৰ পৰা লগ পোৱা আৰু থূলন্ত পুৰুষজনক চুই চোৱাৰ স্মৃতি আজিও মনত সজীৱ হৈ আছে। পৰৱৰ্তী পৰ্যায়ত তেওঁ বজালী প্ৰগতি সংঘৰ আজাদ-ভৱন ৰঙ্গমঞ্চত কেইবাখনো নাটকত অভিনেতা হিচাপে অংশ লোৱাৰ আৰু নাট পৰিচালনা কৰা সময়ত, আমি বহুতে উৎসাহেৰে সহযোগ কৰিছিলোঁ। উক্ত ৰঙ্গমঞ্চত "তাজমহল" নাটৰ এটি ভূমিকাত অংশগ্ৰহণ কৰাৰ উপৰি নাটকখনৰ পৰিচালনাৰ দিশত তেওঁ অক্লান্তভাৱে সেৱা আগবঢ়াইছিল। উক্ত নাট মঞ্চস্থ কৰাৰ দিনত তেওঁ আমাৰ জ্যেষ্ঠ ভাতৃ স্বৰ্গীয় ডাক্তৰ ধৰণীধৰ চৌধুৰীৰ লগত ৰাভাদেৱৰ বেছ অন্তৰঙ্গতা স্থাপন হৈছিল।



কহিনুৰ থিয়েটাৰৰ বৰ্তমান প্ৰযোজক ৰতন লহকৰ, অভিনেতা ৰুদ্ৰ চৌধুৰী, কৃষ্ণ ৰয়, তৰুণ কুমাৰ চৌধুৰী, প্ৰমোদ ৰয় প্ৰমুখ্যে সেই সময়ৰ পাঠশালা তথা বঙালী অঞ্চলৰ ভালেসংখ্যক নবীন-প্ৰবীণ অভিনেতাই সেই নাটকত অংশগ্ৰহণ কৰিছিল। এই প্ৰসংগত ৰাভাদেৱে গোসাঁইগাঁৱত "তাজমহল" নাটকত অভিনয় কৰা আৰু সেই নাটকৰ অভিনয় চোৱাৰ সৌভাগ্যও মোৰ ঘটিছিল। কিয়নো জ্যেষ্ঠ ভাতৃ ডাঃ ধৰণীধৰ চৌধুৰীয়েও সেই নাটকত অভিনয় কৰিছিল। তেওঁ সেই সময়ত গোঁসাইগাঁৱত পশু চিকিৎসক হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। নাট উপভোগ কৰাৰ এদিন নে দুদিন পিছত ৰাভাদেৱৰ লগত মযো পাঠশালালৈ একেলগে আহিছিলোঁ। মোৰ লগত আহিছিল বাল্য বিধৱা, মোৰ মাতৃসম হৰিপ্ৰিয়া চৌধুৰী। মিটাৰগজত ৰে'লত আহি পাঠশালা ষ্টেচন পাওঁতে নিশা ন মান বাজিছিল। তেওঁ যোৱাৰ কথা আছিল গুৱাহাটীলৈ। তেওঁ কৈছিল— 'বাপু ৰাতি অকলে ষ্টেচনৰ পৰা যাব নোৱাৰিবি। গতিকে মই থৈ আহিমগৈ ব'ল'। তেওঁ আমাক ঘৰত থৈ তেওঁ আমাৰ ঘৰতে আছিল। পিতা আৰু বৰদেউতাই তেওঁক আদৰ-সাদৰ কৰি ৰাখিছিল আৰু দোভাগ নিশালৈকে তেওঁলোকে নাটকৰ বিষয়ে আলোচনা কৰিছিল। আনকি পিছদিনাও আমাৰ ঘৰতে থাকি গুৱাহাটীলৈ নগৈ বাঘমাৰাৰ পূবৰ ভুটেপোৱাৰ আপোন বন্ধু ঘনকান্ত বড়োৰ ঘৰলৈ গৈছিল। পিছত গম পাইছিলো তেওঁ বড়োৰ ঘৰত এসপ্তাহমান আছিল। তেওঁৰ যাযাবৰী জীৱনৰ ই এক উল্লেখহে মাত্ৰ। তেওঁ মোক 'বাপু' বুলি সম্বোধন কৰিছিল। অকল মোকেই নহয়, কম বয়সীয়াসকলক তেওঁ 'বাপু' বুলি আৰু জীয়ৰীসকলক তেওঁ 'মাই' বুলি সম্বোধন কৰিছিল। তেওঁতকৈ বয়সিয়াল পুৰুষসকলক তেওঁ 'পিতা' অথবা 'খুৰা' বুলি আৰু মহিলাসকলক 'আই' অথবা 'বাই' বুলি সম্বোধন কৰিছিল। বিষ্ণুপ্ৰসাদ ৰাভাদেৱে বিভিন্ন সময়ত কেইবাদিনো আমাৰ ঘৰত থাকি আমালোকৰ আতিথ্য গ্ৰহণ কৰিছিল। সেই সূত্ৰে মোৰ লগতে আমাৰ পৰিয়ালৰ লগত এৰাব নোৱাৰা বান্ধোন স্থাপন হৈছিল। আমি পিতা, আই, পেহী, মাহী আদি বি সম্বোধনেৰে



পৰিয়ালৰ জ্যেষ্ঠসকলক মাতিছিলোঁ তেনেকৈ সেই সম্বোধনেৰে তেওঁলোকক মাতিছিল। অকল আমাৰ পৰিয়ালতেই নহয়, আনৰ গৃহত থাকিলে তেওঁ তেনেবোৰ সম্বোধন কৰি আনন্দ পাইছিল। পৰৱৰ্তী পৰ্যায়ত তেওঁ পাঠশালালৈ আহিলে আমালোকৰ গৃহলৈ আহিছিল। তেওঁ যি ঠাইত আছিল সেই ঠাইৰ ভাষা, সংস্কৃতি আদি অধ্যয়ন কৰিছিল। ওজাপালি, ঢুলীয়া ভাওনা, গায়ন-বায়ন আৰু যাত্ৰাগান আদিৰ লগত জড়িতসকলক 'মাটিৰ-শিল্পী' বুলি আখ্যা দি সকলোকে সমাদৰ কৰিছিল। তেওঁক পূৰ্বৰ সেই সহৃদয়তাৰ কথা জীৱনত পাহৰা সম্ভৱ নহয়।

অসমৰ প্ৰথম সমবায় ভিত্তিত গঢ় লৈ উঠা আৰু পিতৃ উমাকান্ত চৌধুৰীয়ে পৰিচালনা কৰা নাটবাণী নাট্য সমাজৰ নাট আৰু নৃত্য পৰিচালনাৰো তেওঁ দিহা-পৰামৰ্শ দিছিল। পূৰ্বজ্যোতি থিয়েটাৰ আৰু পাঠশালাৰ নটৰাজ থিয়েটাৰৰ আখৰা গৃহতো তেওঁক অনেকবাৰ লগ পোৱাৰ স্মৃতিও সজীৱ হৈ আছে। কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাদেৱক লগ পোৱা আৰু তেওঁৰ লগত অন্তৰঙ্গতা স্থাপনৰ আন অনেক স্মৃতিও মনত পৰে। বজালীত তেওঁ 'বিষ্ণু ৰাভা' বুলিহে বিশেষভাৱে পৰিচিত আছিল।

নাট্যসম্ৰাট চন্দ্ৰ চৌধুৰীৰ পৰা জনা গৈছিল-- "১৯৫২ খ্ৰীষ্টাব্দ। কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাদেৱে কাৰাগাৰৰ পৰা মুক্তি পোৱাৰ কিছুদিন পিছত বজালীৰ উত্তৰ অঞ্চলৰ ককলাবাৰী মৌজাৰ পুখুৰীপাৰ গাঁৱত মহাপুৰুষ শংকৰদেৱৰ জন্মোৎসৱ উপলক্ষে ৰাভাদেৱক সেই অঞ্চলৰ ৰাইজে নিমন্ত্ৰণ কৰিছিল। তেওঁৰ বক্তৃতা শুনিবলৈ দহ-বাৰ হাজাৰমান লোক কুৰি-পঁচিশ মাইল দূৰৰ পৰা আহিছিল। ইতিমধ্যে ৰাভাৰ লগত মোৰ ঘনিষ্ঠ পৰিচয় ঘটাৰ বাবে ময়ো উক্ত সভাত উপস্থিত আছিলো। মহাপুৰুষ শ্ৰীশ্ৰীশংকৰদেৱৰ বহুমুখী প্ৰতিভাৰ বিষয়ে ৰাভাদেৱে প্ৰায় দুঘণ্টা বক্তৃতা দিছিল। সভা শেষ হোৱাৰ পিছত ৰাভাদেৱক লগ ধৰি মই পাঠশালালৈ নিমন্ত্ৰণ কৰি আহিছিলোঁ। এই আমন্ত্ৰণৰ মূল লক্ষ্য আছিল ৰাভাদেৱক ডুবিৰ দেৱদাসী নৃত্যটি দেখুওৱা। কিয়নো মোৰ এতিয়াও ডুবি দেবালয়ত দেৱদাসী নৃত্য পৰিৱেশনৰ স্মৃতিবোৰ চকুৰ আগত ভাহি





আছে। দুৰ্গাপূজাৰ শেষত দুপৰীয়া প্ৰায় এক দু বজাত দহ-বাৰ গৰাকীমান গাভৰু দেৱদাসীয়ে শুদ্ধ বগা সাজ পৰিধান কৰি হাতত একোখন ৰুমাল লৈ খোলৰ ছেৱে ছেৱে খুব সুন্দৰকৈ নৃত্য কৰা দেখা পাইছিলোঁ, কিন্তু তাৰ অৰ্থ হ'লে একো বুজা নাছিলোঁ।" তেওঁৰ এই উল্লেখ ১৯৮৫ খ্ৰীষ্টাব্দৰ ১৪ জুলাইৰ।

আমন্ত্ৰণ গ্ৰহণ কৰি ৰাভাদেৱে দহ দিনমান পিছত আহিম বুলি কোৱাত চন্দ্ৰ চৌধুৰীদেৱে ইতিমধ্যে শিল্পী হিচাপে খ্যাতি লাভ কৰা পাঠশালাৰ ৰত্ন তালুকদাৰক সবিশেষ জনায় আৰু দুয়োজনে আলোচনা কৰি ডুবি দেৱালয়লৈ গৈ কৌশল্যা, বৈয়াবালা প্ৰমুখ্যে চাৰিজনীমান দেৱদাসী, খোলবাদক বেছাৰাম আৰু তালবাদক কিনাৰাম বায়নৰ লগত আলোচনা কৰে। তেওঁলোকে সন্মতি দিয়ে যদিও বহুতে নৃত্যৰ আখৰা ডুবি দেৱালয়েই নহয়, ডুবি-মালিপাৰা এলেকাত কৰাৰ বাবে বিৰোধ কৰে। শেষত পাঠশালাৰ নাট্য সমিতিৰ নাট্য মন্দিৰত কৌশল্যা আৰু বৈয়াবালা এই দেৱদাসী আৰু বেছাৰাম আৰু কিনাৰাম বায়নক আনি আখৰা দি দহ-বাৰ দিনমান পিছত কলাগুৰু ৰাভাৰ আগত নৃত্যটি প্ৰদৰ্শন কৰা হয়। ৰাভাদেৱে নৃত্যৰ মুদ্ৰা, সঞ্চালন আদিৰ বিষয়ে উপস্থিত ৰাইজক পুংখানুপুংখৰূপে বুজাই দিছিল। তেওঁ খোলৰ তালে তালে নিজে নাচি নৃত্যটিৰ এটি পৰিকল্পিত ৰূপ দান কৰি চন্দ্ৰ চৌধুৰীকে নৃত্যটি উদ্ধাৰ আৰু প্ৰদৰ্শনৰ বাবে দায়িত্ব দিছিল। কিন্তু চন্দ্ৰ চৌধুৰী সেই সময়ত ঘৰৰ পৰা বাহিৰৰ নাট্যদলত জড়িত থকা হেতুকে ৰত্নকান্ত তালুকদাৰেই এই ভাৰ যথাৰ্থভাৱে বহন কৰিছিল। ৰত্নকান্ত তালুকদাৰৰ লগত সংযোজিত হৈছিল ক্ৰমে ভোলা চৌধুৰী, নীলকান্ত তালুকদাৰ, প্ৰবীণ চন্দ্ৰ শৰ্মা, হেমন্ত কুমাৰ শৰ্মা প্ৰমুখ্যে আন বহুতো। ৰত্নকান্ত তালুকদাৰে নিজে বেছাৰাম বায়নৰ পৰা খোল শিকি লৈছিল আৰু কিনাৰাম বায়নৰ পৰা তালবাদন শিকিছিল। প্ৰথমে লীলা তালুকদাৰ, বীণা চৌধুৰী, ৰেণু চৌধুৰী আৰু জয়া পাটগিৰি এই স্থানীয় চাৰিজনী ছোৱালীক এই নৃত্যটি শিকোৱা হৈছিল।



প্ৰসংগক্ৰমে উল্লেখযোগ্য যে 'ডুবি-পৰিহৰেশ্বৰ



দেৱালয়ৰ ইতিবৃত্ত' গ্ৰন্থখন ৰচনা কৰা সময়ত অধ্যাপক হেমচন্দ্ৰ শৰ্মা, বিশিষ্ট সাহিত্যিক মুনীন্দ্ৰনাথ শৰ্মা আৰু আমি নৃত্যৰ বোলসমূহ শিল্পী ৰত্নকান্ত তালুকদাৰৰ সহযোগত সংগ্ৰহ কৰোঁতে খোলবাদক বেছাৰাম বায়ন, তালবাদক কিনাৰাম বায়ন দুই প্ৰৌঢ় দেৱদাসী কৌশল্যা আৰু বৈয়াবালা উপস্থিত আছিল। তিনিদিনৰ মূৰতহে এই কাম সম্পন্ন কৰা হৈছিল। বোলসমূহ লিপিবদ্ধ কৰাৰ পিছত শিল্পী ৰত্নকান্ত তালুকদাৰে কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাক দেখুৱাই তেওঁৰ দ্বাৰা শুধৰাই লৈছিল।

এই প্ৰসংগত ৰত্নকান্ত তালুকদাৰে নিজে উল্লেখ কৰি কৈছে- “মই মোৰ কেইজনমান বন্ধুৰ পৰা উদ্‌গনি পাই দেৱদাসী নৃত্য উদ্ধাৰত লাগিলো। ডুবি গাঁওৰ দুজনী বয়সস্থা দেৱদাসী কৌশল্যা আৰু বৈয়াবালাৰ জৰিয়তে চাৰিজনী ছোৱালী লীলা দাস, বীণা চৌধুৰী, ৰেণু দেৱী আৰু জয়া পাটগিৰিক লৈ এই নৃত্যটি শিকিব ধৰিলোঁ। কেইবামাহো বহুত পৰিশ্ৰম কৰি নৃত্যটি শিকিব লগা হৈছিল যদিও মই কষ্ট অনুভৱ কৰা নাছিলো। লগতে বেছাৰাম বায়নৰ পৰা মই খোলবাদন শিকিব পাৰিলো। নৃত্যটোৰ কিছুমান অংশ শিকোৱা দুজনীৰ মনত নাছিল। গতিকে সম্পূৰ্ণ কৰিব পৰা নগ'ল। কিন্তু বেছিভাগ হ'লে উদ্ধাৰ কৰা হৈছে। প্ৰথমতে বহুত খেলি মেলি অৱস্থাত আছিল। পিছত আমাৰ অসমীয়া প্ৰবীণ শিল্পী বিষ্ণুপ্ৰসাদ ৰাভাদেৱৰ নিৰ্দেশনাত ইয়াক ভালকৈ সজাই লোৱা হৈছে। ড° মহেশ্বৰ নেওগদেৱে এই নৃত্যটি প্ৰদৰ্শন কৰাত মোক বহুতো সহায় কৰে। তেওঁৰ যত্নতে সদৌ অসম সংগীত নাটক একাডেমীৰ ১৯৫৯ খ্ৰীষ্টাব্দৰ গুৱাহাটী অধিৱেশনত এই নৃত্যটি প্ৰদৰ্শন কৰিবলৈ মোক সুযোগ দি নৃত্যটিৰ অৱস্থা বহুত উন্নত কৰি দিছিল। তেওঁলোক দুজনৰ সহায় নহ'লে অকলে মোৰ দ্বাৰা এই কাম সম্ভৱ নহ'লহেঁতেন। তাৰবাবে মই তেওঁলোকৰ ওচৰত চিৰকৃতজ্ঞ। ১৯৫৪ খ্ৰীষ্টাব্দত এই কাম হাতত লোৱা হৈছিল আৰু গোটেইখিনি কামৰ বাবে প্ৰায় এবছৰ সময় লাগিছিল। কিয়নো বহুত কথা শিকোৱা দুজনীৰ মনত নপৰিছিল। কিন্তু বায়ন বেছাৰামে





নাচিব নাজানিলেও খোলৰ কি বোলৰ লগত কেনে নৃত্য ভঙ্গীমা তাক দেখুৱাই দিব পাৰিছিল।”

কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাদেৱে অকল দেৱদাসী নৃত্যটি উদ্ধাৰতে বৰঙণি যোগোৱা নাছিল, তেওঁ নৃত্যটিৰ বিভিন্ন মুদ্ৰাবোৰোৰো ব্যাখ্যা প্ৰদান কৰি গৈছে। তেওঁ দিয়া ব্যাখ্যাৰ ভিত্তিতে বৰ্তমান নৃত্যটি পৰিৱেশন কৰা হৈ আহিছে বুলি ৰত্নকান্ত তালুকদাৰৰ দ্বাৰা প্ৰতিষ্ঠিত পাঠশালাৰ ‘দেৱদাসী শিল্পী সমাজ’ৰ বৰ্তমানৰ সভাপতি, শিল্পী পেন্সনাৰ গিৰীশ তালুকদাৰ আৰু সম্পাদক দিলীপ কাকতিয়ে দিয়া ব্যাখ্যাত কোৱা হৈছে। পৰৱৰ্তী সময়তো ৰাভাদেৱে ‘ডুবিৰ দেৱদাসী নৃত্য’ৰ প্ৰচাৰ আৰু সম্প্ৰসাৰত অনেক প্ৰকাৰে সহায় কৰিছিল। কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ এনেবোৰ গুণ আৰু বৰঙণিৰ কথা আমাৰ বিদ্বৎ সমাজ আৰু গৱেষকসকলে অধিক অধ্যয়ন কৰি এই কাৰ্যত আৰু অনেক তথ্য সংগ্ৰহ আৰু প্ৰচাৰ কৰিব পাৰে বুলি আমি অনুভৱ কৰোঁ। আনহাতে এনেবোৰ দিশৰ অধিক অধ্যয়ন কৰা হ'লে কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাদেৱৰ আন ভালেমান অৱদান বা বৰঙণিৰ কথা পোহৰলৈ আহিব বুলি আশা কৰিব পাৰি।◀◀



# 'বিষ্ণু ৰাভা কলাকাৰ নে ৰাজনীতিবিদ ঃ এক অৱলোকন

ড° শান্তু বৰ্মন

বিষ্ণু প্ৰসাদ ৰাভা, চমুৱৈ বিষ্ণু ৰাভা মৃত্যু বিধি অসমৰ বৌদ্ধিক জগতৰ এক বিশেষ আকৰ্ষণ-বিকৰ্ষণ হৈ পৰে। আজি প্ৰায় ছ'দশক কাল তেওঁৰ ওপৰত অল্প-বিস্তৰ ভালেমান লেখা-মেলা হৈছে। এনে লেখা-মেলা আলোচনা-সমালোচনা হৈছে। বিষ্ণু ৰাভা দিৱস পালন কৰা হৈছে। শতবৰ্ষস্ত কোনোবা যশস্বী লেখকে তাৰ সংশ্লেষণ আগবঢ়াব বুলি ভবাটো অপ্ৰাসংগিক নহ'ব নিশ্চয়। ৰাভাৰ প্ৰাপ্ত লেখনি সমগ্ৰ প্ৰকাশ হোৱাৰ পিছত তেওঁৰ বিষয়ে আনুমানিক বুলি কোনো মন্তব্য দিয়াৰ সুৰুঙা ঠেক হৈ পৰিল। অৱশ্যে তেওঁৰ লেখনি-সৃজনিৰ দিনাংক প্ৰায় পাবলৈ নাই। তেওঁৰ জীৱন কৰ্মকালৰ সাংস্কৃতিক আৰু ৰাজনৈতিক ঘটনা-পৰিঘটনাৰ বুজ ল'লে তাৰ কাল নিৰ্ণয় দুৰূহ স্তৰত বৈ নথকাৰে কথা। ইয়ে তেওঁৰ জীৱন কৰ্মৰ চেতনা-প্ৰেৰণাৰ স্বৰূপ প্ৰতিভাত নকৰাকৈ নাথাকে বুলি ক'ব পাৰি।

কথা হ'ল বিভিন্ন স্তৰৰ বিভিন্নজনৰ দৃষ্টি আকৰ্ষণ কৰা বিষ্ণু ৰাভা কি আছিল বোলাতকৈ কি নাছিল বোলাহে যুগুত যেন অনুভৱ হয়। তেওঁ একেৰাহে শৰীৰ চৰ্চাবিদ, গায়ক-গীতিকাৰ, বাদক, নৰ্তক, নৃত্যবিদ, চিত্ৰকৰ, চিত্ৰবিদ, নাট্যাভিনেতা, নাট্যকাৰ, নাট্য পৰিচালক, চিত্ৰাভিনেতা, কাহিনী লেখক, পৰিচালক, কবি-সাহিত্যিক, প্ৰাবন্ধিক, তাত্ত্বিক বিশ্লেষক, গৱেষক আৰু ভাষাবিদ। এক বিৰল প্ৰতিভাৰ গৰাকী। সেয়েহে জ্ঞানান্বেষীয়ে তাৰ তাৰিফ কৰিছে। দক্ষতাৰ স্বীকৃতি দিছে। এনে কৰ্মৰাশিৰ টীকা-টিপ্পনী এৰিও ক'ব পাৰি যে ই আছিল তেওঁৰ নিৰন্তৰ সাধনাৰ সিদ্ধি।



ভাল আৰু উচ্চ শিক্ষা গ্ৰহণ সূত্ৰে ব্ৰিটিছ শাসনাধীন তদানীন্তন বংগৰ ঢাকা আৰু কলিকতাত থাকি বিষ্ণু ৰাভা ধ্ৰুপদী নৃত্য-গীতৰ প্ৰতি আকৰ্ষিত হয় আৰু তাৰ পূৰ্ণ জ্ঞান



লাভ কৰাৰ বাবে ধ্ৰুপদী নৃত্য-কলাৰ ওপৰত বিস্তৃত অধ্যয়ন, অনুসন্ধান, অনুশীলনত মনোনিবেশ কৰে। স্মৰ্তব্য যে পুৰণিকালত নৃত্য-গীত নাটকৰ অংগ আছিল। এতেকে ৰাভাৰ অধ্যয়ন-অনুসন্ধানত ভাৰতীয় নাট্য সাহিত্য বাদ পৰা নাছিল। তেওঁ অসমৰ লোককলা ওজাপালি গীত আৰু সত্ৰীয়া নৃত্যৰ প্ৰতি আগ্ৰহশীল হৈ পৰে আৰু তাৰ সম্যক জ্ঞান লাভৰ বাবে ক্ষেত্ৰভিত্তিক অধ্যয়ন-অনুসন্ধান কৰে। সত্ৰীয়া কলাকৃষ্টি তথা শংকৰী কলা-কৃষ্টিৰ প্ৰতীভূ শ্ৰীমন্ত শংকৰদেৱৰ জীৱন কৰ্ম অনুভৱ কৰাৰ বাবে চৰিত পুথি অধ্যয়ন কৰে। প্ৰাক-শংকৰী যুগৰ চৰ্যাপদৰ কথাও হৃদয়ংগম কৰে।

কোৱা বাহুল্য নহয় যে নাট, গীত, ভাওনাৰ মাধ্যমতে শংকৰদেৱে ভক্তিধৰ্ম প্ৰচাৰ কৰাৰ যি কৌশল অৱলম্বন কৰিছিল, সিয়ে অসমীয়া কৃষ্টি-সভ্যতাৰ বুনিয়াদ গঢ়ে। সেই সোণালী পথৰ প্ৰতি বিষ্ণু ৰাভা আকৃষ্ট হয়। শংকৰী তথা অসমীয়া নৃত্য, গীত, পদ ৰাজ্যৰ বাহিৰত দাঙি ধৰাৰ বাবে তৎপৰ হৈ উঠিল। সাংস্কৃতিক সঁজাতী দল গঠন কৰি বৰগীতৰ স্বৰলিপি প্ৰস্তুত কৰি উলিয়ায়। এই খিনিতে বিষ্ণু ৰাভাৰ একাগ্ৰতাৰ এটা উদাহৰণ দাঙি ধৰিব পাৰি। বিষ্ণু ৰাভাই সত্ৰীয়া তথা শংকৰী কলা-কৃষ্টিৰ টলা-নলা জনাৰ বাবে সত্ৰানুষ্ঠানলৈ গৈ গুৰু ভকতক লগ ধৰিলে। গায়ন-বায়নক লগ ধৰি শংকৰদেৱৰ জ্ঞান-গৰিমাৰ স্বৰূপ উপলব্ধি কৰি তেওঁৰ দেহাবয়বৰ এখন কাল্পনিক চিত্ৰ আঁকিবলৈ স্থিৰ কৰিলে। পুথি-পাঁজি পঢ়াৰ পিছত বৰপেটাত থাকি তাৰ ওপৰত চিন্তা-চৰ্চা কৰিলে আৰু ধ্যানস্থ মনেৰে শংকৰদেৱৰ ছবি এখন আঁকিলে। উল্লেখ্য যে ইটালীৰ প্ৰখ্যাত কলাকাৰ লিওনাৰ্ডো-ডা-ভিঞ্চিয়ে 'লাষ্ট ছাপাৰ' চিত্ৰখন অঁকাৰ কাৰণে যিদৰে দিনৰ পিছত দিন, বছৰৰ পিছত বছৰ চিন্তা-চৰ্চ্চা কৰিব লগাত পৰিছিল ৰাভাইও শংকৰদেৱৰ ছবি এখন অঁকাৰ বাবে গভীৰ মনোনিবেশ কৰিছিল।

শিক্ষিত বহুতে ভবাৰ দৰে বিষ্ণু ৰাভা নাচ-গানৰহে মানুহ নাছিল। অসমীয়া সমাজ জীৱন তথা জাতি সত্তাৰ অন্বেষণ কৰা এগৰাকী বৰেণ্য পণ্ডিত আছিল। অসমীয়া জাতি সত্তাৰ মোল অনুধাৱন কৰাৰ বাবে তেওঁ নৃতত্ত্বৰ বিচাৰ কৰে আৰু তাৰ অন্তঃসলিলা গতিৰ উমান লোৱাৰ বাবে সক্ষম হয়।





সেয়ে তেওঁ বহুজনৰ সাদৰ-সম্ভাষণ লাভ কৰে। দেখা যায় বিষ্ণু ৰাভাই অসমৰ নৃত্যকলা-কৃষ্টিৰ ওপৰত ওজস্বী দখল সাব্যস্ত কৰিও তাৰ ওপৰত ব্যৱসায়িক মূল্য আৰোপ কৰা নাছিল। জীৱন-জীৱিকাৰ পথ সুগম কৰিব খোজা নাছিল। প্ৰকৃত শিল্পীৰ মননশীলতা বিকাশত তেওঁৰ জীৱন জিজ্ঞাসা পৰিব্যাপ্ত কৰি তুলিছিল। প্ৰশ্ন হয়, বিষ্ণু ৰাভাই এই বাটৰ সন্ধান ক'ত পালে?

চীনে উত্তৰ-পূৰ্বাঞ্চলৰ সীমা আক্ৰমণ কৰাৰ সময়ত (নবেম্বৰ, ১৯৬২) কাৰাবাস দিয়া বিষ্ণু ৰাভা কাৰাবাসৰ পৰা মুকলি হোৱাৰ পৰা বিধায়ক হোৱাৰ সময়ছোৱাত তেওঁৰ লগত আমাৰ যি অলপ-অচৰপ আলাপৰ ক্ষণ মিলিছিল তাৰ পৰাই জানিব পাৰিছিলোঁ যে তেওঁ তিনি গৰাকী মহান কলাকাৰৰ জীৱনাদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈছিল। তেওঁলোক হ'ল ক্ৰমে ইটালীৰ লিওনাৰ্ডো-ডা-ভিঞ্চি, মহাভাৰতীয় যুদ্ধৰ নায়ক শ্ৰীকৃষ্ণ আৰু ভাৰতীয় ভক্তি আন্দোলনৰ পূব প্ৰান্তীয় গুৰু শ্ৰীশংকৰদেৱ। মহান শিল্পী সত্তাৰ অধিকাৰী লিওনাৰ্ডো ডা ভিঞ্চি আছিল বিভিন্ন প্ৰতিভাৰ অধিকাৰী। শিল্পী, দাৰ্শনিক আৰু বিজ্ঞানী। মহাভাৰতীয় যুদ্ধৰ নায়ক শ্ৰীকৃষ্ণ আছিল এজন ঐতিহাসিক দ্ৰষ্টা যিজনাই ধৰ্মযুদ্ধত প্ৰবৃত্ত হৈ অন্যায়-অত্যাচাৰৰ যৱনিকা ঘটাই শান্তি প্ৰতিষ্ঠাত আত্ম নিয়োগ কৰিছিল। শ্ৰীশংকৰদেৱে ভেদাভেদৰ ধৰ্মীয় নীতি দূৰ কৰি নামধৰ্মেৰে মানবীয় শান্তিৰ পথ মুকলি কৰিছিল। সেয়ে হবলা ভাৰতীয় নৃত্য-কলাৰ ধ্ৰুপদী মাৰ্গৰ অন্বেষণ কৰিও বিষ্ণু ৰাভাই ভাববাদৰ উৰ্ধত থিয় হৈ বৈজ্ঞানিক দৃষ্টিভংগী গ্ৰহণ কৰিছিল। পূৰ্বাঞ্চলৰ শান্তি-সম্প্ৰীতিৰ পথ সুগম কৰাৰ বাবে বিভিন্ন কলা-সংস্কৃতিৰ সমন্বয়ত গুৰুত্ব আৰোপ কৰে আৰু অন্যায়ে অনীতি পিষ্ট জনগণৰ সামাজিক ন্যায় প্ৰতিষ্ঠাৰ বাবে পথৰ সন্ধান কৰে। মাৰ্ক্সীয় সাম্যবাদী পথেৰে বাট বুলি তেওঁ উপলব্ধ হয় আৰু তাক বাস্তবায়িত কৰাৰ বাবে উঠিপৰি লাগে। অজ্ঞাতবাসত থাকিও কাৰাবাস খাটিও আদৰ্শত অটল আছিল। সামাজিক ন্যায় প্ৰতিষ্ঠা আৰু উত্তৰণৰ সপোন দেখিছিল।



সন্দেহ নাই, বিষ্ণু ৰাভা এগৰাকী প্ৰতিভাবান কলাকাৰ আছিল। ৰাজনৈতিক বিদ্বেষ-বৈৰিতাৰ বাবে যিসকলে বিষ্ণু ৰাভাক স্বীকৃতি দিয়া নাছিল, তেওঁলোকেও তেওঁক



কলাকাৰ হিচাবে স্বীকৃতি দিছিল আৰু আজিও ৰজাঘৰ, প্ৰজাঘৰে তেওঁক শিল্পীৰহে মৰ্যাদা দিব বিচাৰে। জাতীয়তাবাদী হিচাবে তেওঁৰ মূৰ্তি স্থাপন উন্মোচন কৰে। আমি জনাত ১৯৬৫ চনত বেলশৰৰ এখন ৰাজহুৱা সভাত আমন্ত্ৰিত অতিথি বিষ্ণুৰাভাক এনে এটা প্ৰশ্ন সোধা হৈছিল যে তেওঁ এগৰাকী যশস্বী হৈয়ো কিয় ৰাজনীতিকৰ ভূমিকাত অৱতীৰ্ণ হ'ল? তাৰ প্ৰত্যুত্তৰত ৰাভাই স্পষ্টভাৱে দোহাৰিছিল যে প্ৰকৃত শিল্পী জনকল্যাণকামী। শাসন-শোষণ তথা বঞ্চনাৰ পৰা জনগণে মুক্তি বিচৰাটো শিল্পীৰ চিৰকাম্য। জনগণক শ্ৰেণীশাসন শোষণৰ পৰা মুক্ত কৰাৰ বাবে বৈপ্লৱিক শ্ৰেণী সংগ্ৰাম যে অৱশ্যম্ভাৱী সেই কথাও দোহাৰিছিল। এয়া সৃষ্টিশীল শিল্পী বিষ্ণু ৰাভাৰ ৰাজনৈতিক দৰ্শন বুলি অভিহিত কৰিব পাৰি।

প্ৰাকমৃত্যু কালত ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ ৰাজ্যিক পৰিষদৰ ৰূপালী জয়ন্তী উপলক্ষে পঠোৱা পত্ৰত বিষ্ণু ৰাভাই এইবুলি দোহাৰে যে— "ৰাইজেই গণদেৱতা। গণদেৱতাৰ অতীত হিয়াত কিমান দয়া, কিমান কৃপা। অথচ সেই প্ৰাণৰো প্ৰাণ কিমান অজেয়। এই ৰাইজৰ হিয়া-মোহৰ পৰা কৃষ্টি অমৃতৰ শিৰৰ টোপালবোৰ বুটলি আনি মই মোৰ নিজৰ মৌ-কোহত ভৰাই লওঁ। সেই মৌ-কোহৰ ৰহঘৰা, মৌচাক সাজি তাৰ পৰা নিগৰি নিগৰি ওলোৱা ৰসৰ টোপালবোৰ বিলাই দিবলৈ ধৰো। ...... যিসকল অসমীয়াৰ প্ৰাণ স্বৰূপ, যিসকল অসমীয়া সংস্কৃতিৰ ধাৰক বাহক সেইসকল হালোৱা-হজুৱা, বণুৱা-ৰণুৱা তলমজলীয়া ৰাইজক লগৰে সংগী কৰি লৈ দলিত নিষ্পেষিত আৰু নিপীড়িত সেই ৰাইজৰ মাজত জপিয়াই পৰি মাৰ্ক্সীয় দৰ্শন, মাৰ্ক্সীয় অৰ্থনীতি, দ্বন্দবাদৰ লগত পৰিচিত হৈ আৰু লেনিনবাদৰ সম্যক উপলব্ধিৰ আশাত ৰাইজক মাৰ্ক্সীয় দৰ্শনৰ প্ৰতি উদ্বুদ্ধ কৰাৰ কাৰণে নিজৰ সকলো শক্তি নিয়োগ কৰা আৰু মাৰ্ক্সবাদী দৰ্শন গ্ৰহণ কৰি কমিউনিষ্ট দলৰ সদস্য হৈ থাকি শেষ নিশ্বাস ত্যাগৰ আশাৰে বৈ আছো।"



সামৰণিত ক'ব পাৰি যে বিষ্ণু ৰাভা এজন প্ৰকৃত শিল্পী আৰু প্ৰকৃত ৰাজনতিবিদ আছিল। যি শিল্পীয়ে সামাজিক স্বাৰ্থৰ ফালে পিঠি দি মুনাফা লাভৰ বাবে শিল্পকৰ্মত নিয়োজিত, সি ব্যৱসায়িক শিল্পী আৰু যি



শিল্পীয়ে ব্যক্তিগত স্বাৰ্থ জলাঞ্জলি দি সামাজিক স্বাৰ্থৰ বাবে অহোপুৰুষাৰ্থ কৰে, সিয়ে প্ৰকৃত শিল্পী, দেশপ্ৰেমিক। ব্যক্তিগত অভিলাষ পূৰণৰ বাবে দেশপ্ৰেমীৰ ভাও লোৱা ৰাজনৈতিক ভণ্ড পংগু ৰাজনীতিক। সৈনিক শিল্পী বিষ্ণু ৰাভা আছিল দেশপ্ৰেমিক। প্ৰকৃত ৰাজনীতিক, কলাকাৰ, সাম্যবাদৰ অগ্ৰদূত। তাৰবাবে তেওঁ নিৰন্তৰ সাধনা কৰিছিল।◀◀

অসমীয়া কৃষ্টি-সংস্কৃতি আৰু সাহিত্য ব্ৰহ্মপুত্ৰৰ দৰে বিৰাট আৰু বিশাল--।

কৃষি কৰ্ষণৰ আন এটা নামেই কৃষ্টি।

মানৱৰ বাস্তৱ প্ৰয়োজনত যাৰ জনম, মানুহৰ জীৱন সংগ্ৰামত যি শকতি, জীৱন যাত্ৰাৰ উদ্দেশ্য সিদ্ধিত যি মুকুতি, সেইটোহে আচল কৃষ্টি, প্ৰকৃত সংস্কৃতি, কালচাৰ।



ৰাইজৰ বিবেক ৰখীয়া হিচাপে ৰাজ্যৰ কল্যাণৰ কাৰণে ঝঞ্জা বিজয়ী আত্মাৰ গৰাকী সুন্দৰৰ পূজাৰী শিল্পী সকলে যুগৰ পতাকাবাহী হিচাপে আগবাঢ়ি আহিব লাগিব, ৰাজ্যত যাতে সত্য, শিৱ, সুন্দৰে বিৰাজ কৰে। *বিষ্ণুপ্ৰসাদ ৰাভা*

# শিল্পী সত্তাত বিপ্লৱী চেতনা

*হেমন্ত কুমাৰ দত্ত*

"মই খুনী নহয়। ডকাইটো নহয়। মই বিপ্লৱী, মই শিল্পী। মই ৰাইজৰ সেৱক। মোৰ জীৱন কাহিনী... বিপ্লৱী শিল্পী..." এইদৰে গুণমুগ্ধ অগণন জনতাক উদ্দেশ্য কৰি বিষ্ণু প্ৰসাদ ৰাভাই অনৰ্গল কৈ গৈছিল আবেগ বিহ্বল ভাষাৰে। কোকৰাঝাৰ ৰেল ষ্টেচনত স্বাধীন চৰকাৰৰ চন্তৰীয়ে বিষ্ণু ৰাভা আৰু পত্নী কনকলতাক অপৰাধী সজাই ধুবুৰীলৈ প্ৰেৰণ কৰাৰ মুহূৰ্তত এই গণশিল্পী গৰাকীক চাবৰ বাবে ৰাইজৰ হেতা ওপৰা। ১৯৫১ চনত এই ঘটনাটো ঘটিছিল। চৰকাৰৰ কোপদৃষ্টিত দেশে স্বাধীনতা লাভ কৰাৰ সময়ৰে পৰা ৰাভা এগৰাকী দেশ দ্ৰোহী কমিউনিষ্ট - এক খুনী আচামী। সঁচা কথা, বিষ্ণু প্ৰসাদ ৰাভাই ভাৰতৰ বিপ্লৱী পাৰ্টিৰ আছিল এগৰাকী সক্ৰিয় কৰ্মী- যিজনে- নিষ্পেসিত জনতাৰ মুক্তিৰ বাবে সশস্ত্ৰ সংগ্ৰামত জপিয়াই পৰিছিল । চৰকাৰী পক্ষৰ জেৰাত তেখেতে কৈছিল- I was a member of the R.C.P.I. from 1947. I was connected with the party upto the year 1953. This party believes in violence গান্ধীজীৰ আদৰ্শেৰে দেশৰ স্বাধীনতা প্ৰতিষ্ঠা কৰা বুলি দাবী কৰা কংগ্ৰেছ চৰকাৰে জনগণতান্ত্ৰিক আন্দোলন দমননীতিৰে মষিমূৰ কৰাৰ বাবে যি পন্থা হাতত লৈছিল তাৰ বাবে জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণু প্ৰসাদ ৰাভা- আদিয়ে ক্ষুব্ধ হৈ উঠিছিল। চৰকাৰী অহিংসা নীতিৰ অন্তঃ সাৰশূন্যতা প্ৰমাণিত হৈছিল ১৯৪৯ চনৰ জুলাই মাহত। গণনাট্য সংঘৰ সন্মিলনৰ সময়ত ডিব্ৰুগড়ৰ নালিয়াপুলত শান্তিপূৰ্ণ জনতাৰ ওপৰত চলিছিল নিৰ্মম নৃশংস অত্যাচাৰ। এই অত্যাচাৰতে এগৰাকী নিৰীহ প্ৰজাই বলিদান দিবলগীয়া হৈছিল আৰু অনেক আঘাত প্ৰাপ্ত হৈছিল। বিষ্ণু প্ৰসাদ ৰাভাই চৰকাৰী কাৰ্যৰ প্ৰতিবাদ জনালে আৰু ৰাইজৰ মনত প্ৰতিবাদী ধাৰণা জগাই তোলাৰ বাবে আগবাঢ়ি গ'ল। পৰ্বত - ভৈয়ামৰ জাতি - উপজাতিক একত্ৰিত কৰি সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক





স্বাধীনতাৰ হকে সংগ্ৰাম কৰিবলৈ ৰাভাই ৰাতিক দিন কৰি আৰু দিনক ৰাতি কৰি ঘূৰি ফুৰিছিল। মাৰ্ক্সবাদী দৰ্শনত বিশ্বাসী ৰাভাই শ্ৰেণী সংগ্ৰামৰ তাৎপৰ্য কৃষক বণুৱাৰ মাজত সিঁচি দিছিল গীত, নৃত্য, ছবি লিখনি চিন্তন মনন আৰু কাৰ্যদক্ষতাৰে। ৰাভাই স্বীকাৰ কৰি গৈছে যে মাক্সবাদ আৰু লেনিনবাদে তেওঁৰ চঞ্চল, অস্থিৰ জীৱনলৈ আনি দিছিল সাগৰ সংগমৰ পূৰ্ণতা আৰু গভীৰতা। সাম্যবাদ প্ৰতিষ্ঠা কৰিবলৈ দৃঢ় সংকল্পবদ্ধ ৰাভাই উপলব্ধি কৰিছিল যে ছোভিয়েত ৰাছিয়া আৰু চীনৰ দৰে সশস্ত্ৰ সংগ্ৰামৰ জৰিয়তেহে লক্ষ্য পূৰণ কৰিব পৰা যাব। সামন্তবাদী প্ৰথাক বৰ্তাই ৰখা দেশীয় চৰকাৰ ওফোৰাবলৈ অন্যান্য কমিউনিষ্ট সতীৰ্থৰ লগতে ৰাভাই হাতত তুলি লৈছিল বন্দুক। ৰাভাই বুজি পাইছিল যে - পদদলিত নিষ্পেসিতসকলৰ প্ৰতি মুখত দৰদ দেখুওৱা সকলে কিন্তু শ্ৰেণীস্বাৰ্থ বজাই ৰাখিবৰ বাবেহে বদ্ধপৰিক। ছোভিটেয়ৰ মহান নেতা লেনিনে জনোৱা আহ্বান সকলো দেশতে ঐক্যবদ্ধ কমিউনিষ্ট পাৰ্টি গঠন কৰি সৰ্বসাহাৰ বিপ্লৱ বাস্তবায়িত কৰা নীতিক সাৰোগত কৰি ৰাভাই বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ সদস্য পদ পৰিহাৰ কৰি ভাৰতৰ কমিউনিষ্ট পাৰ্টিত যোগদান কৰিছিল। নীতি বা পদ্ধতিৰ শুদ্ধতা সম্পৰ্কে বিতৰ্ক বহুত চলিছে বা চলিয়েই আছে। এই ক্ষেত্ৰত ইতিহাসেহে প্ৰকৃত ৰায় দিব। শ্ৰেণী সংগ্ৰামত দৃঢ় বিশ্বাসী ৰাভাই শ্ৰেণী সমন্বয় যে সম্ভৱ নহয় সেই সত্য উপলব্ধি কৰিছিল। ৰাভাই লিখা ভালেকেইটা গীত আৰু সাহিত্যৰাজিত তেওঁৰ এই উপলব্ধিয়ে প্ৰকাশ পাইছে। ৰাভাৰ দৃষ্টিত অসমৰ বহুজন শিল্পীয়ে এক নতুন দিগন্তৰ আলোক প্ৰত্যক্ষ কৰিলে। তাৰ প্ৰভাৱতে ভূপেন হাজৰিকাইয়ো গাইছিল উদ্দীপ্ত গীত-

"অগ্নি যুগৰ ফিৰিঙতি আমি
নতুন ভাৰত গঢ়িম
নৱ কংকালৰ অস্ত্ৰ হানি
শোষণ কাৰীক বধিম।"



ইয়াৰ মাজেৰেও বিৰিঙি উঠিছিল শোষণ, নিষ্পেষণৰ পৰা শোষিত শ্ৰেণীৰ মুক্তি লাভ। প্ৰলেটৰীয়



মানৱতাবাদত বিশ্বাসী ৰাভাই "সৰ্ব মানৱ কল্যাণ"ৰ ধ্বজাবাহীসকলৰ ফোপোলা যুক্তিৰ বিপৰীতে শ্রমিক বণুৱাক একত্রিত কৰি - সংগ্রামী ভূমিকা লবলৈ আহ্বান জনাইছিল।

"বিপ্লৱ পথেৰে যাত্রী আমি
সৰ্বহাৰাৰ মুক্তি কামী
চূৰ্ণ কৰিম আমি সংগ্রামী
দৰ্প ধনীৰ-পণ আমাৰ
হুচিয়াৰ হুচিয়াৰ।"

দ্বন্দমূলক বস্তুবাদত বিশ্বাসী ৰাভাৰ দৰে কমিউনিষ্টসকলে জানিছিল যে শ্রেণীস্বাৰ্থ অব্যাহত ৰাখিবলৈ জমিদাৰ বা ধনী শ্রেণীয়ে শোষিত শ্ৰেণীক একগোট হ'বলৈ নিদি প্রভূত্ব বৰ্তাই ৰাখে। কমিউনিষ্ট দলত যোগদান কৰাৰ আগৰ চোৱা সময়তো ৰাভাই বিপ্লৱী চেতনাৰ প্রমাণ দিছিল। অৱশ্যে তেতিয়া তেওঁ এজন ভাববাদী বিপ্লৱীৰ দৰে কাম কৰিছিল। ১৯০৯ চনত জন্মত জন্ম গ্রহণ কৰা ৰাভাই বংগদেশত গঢ়ি উঠা স্বদেশী আন্দোলনৰ পৰিবেশৰ দ্বাৰা প্রবল ভাৱে প্রভাবান্বিত হৈছি । সাম্রাজ্যবাদী ইংৰাজ শাসকে বংগদেশক দুভাগ কৰি জাতীয় উত্থানক দমাই ৰখাৰ বাবে যি নীতি লৈছিল মূলতঃ তাৰ গইনা লৈয়ে বংগদেশত যি জাগৰণ গা কৰি উঠিছিল, বিষ্ণু ৰাভাই তাৰ পৰা শিক্ষা লৈছিল আৰু স্বদেশী শক্তিৰে বিদেশী শাসন উৎখাত কৰিবলৈ ককালত টঙালি বান্ধিছিল। ৰাভাৰ শৈশবাবস্থাত তেওঁৰ জন্ম স্থান ঢাকা আৰু চট্টগ্রামত জংগী আন্দোলনে গা কৰি উঠিছিল। এটা সুনিৰ্দিষ্ট আদৰ্শত এই আন্দোলন গঢ় লৈ উঠা নাছিল যদিও ইয়ে সাম্রাজ্যবাদী শক্তিক চিন্তিত কৰি তুলিছিল। ভাৰতৰ মুক্তি সংগ্রামৰ ইতিহাসত এইসকলক নৈৰাজ্যবাদী (anarchist) আখ্যা দিয়া হৈছে। ১৯১৭ চনত ৰাচিয়াত সংঘটিত হোৱা অক্টোবৰ বিপ্লৱে পৃথিবীজুৰি শোষিত শ্রেণীৰ বাবে যি মুক্তিৰ বাণী কঢ়িয়াইছিল সেই বতাহে ৰাভাৰ চেমনীয়া মনটোকো স্পৰ্শ নকৰাকৈ থকা নাছিল। সেই সময়তে আসাম বান্ধৱ 'চেতনা' আদি আলোচনীয়ে 'ৰুচ বিপ্লৱ'ৰ ওপৰত যি লেখনি প্রকাশ কৰিছিল তাৰ প্ৰভাৱ ৰাভাৰ দৰে কিশোৰ সকলৰ ওপৰত





পৰিছিল বুলি জনা যায়। অম্বিকাগিৰি ৰায় চৌধুৰী আৰু চন্দ্ৰ নাথ শৰ্মাৰ যুটীয়া সম্পাদনাত প্ৰকাশিত 'চেতনা'ই অসমৰ পাঠকৰ হৃদয়ত এনেদৰে বিপ্লৱৰ ভাব সিঁচি দিছিল যেন ৰাচিয়াৰ বলশ্বেভিক সকলে পৃথিৱীৰ নিপীড়িত জনগণক মুক্তিৰ দুৱাৰৰ সন্ধান দিলে।

ৰাভাৰ জীৱনৰ আদৰ্শ গঢ় লৈ উঠিছিল- অসমৰ তেজপুৰ আৰু বংগৰ ঢাকা আৰু কলিকতা মহানগৰীত। তেজপুৰত হাইস্কুলীয়া শিক্ষা লাভৰ সময়ত অসমৰ স্বানামধন্য পুৰুষ লক্ষীধৰ শৰ্মা, হেমচন্দ্ৰ বাৰুৱা আৰু অমীয় কুমাৰ দাসৰ সান্নিধ্য লাভ কৰি অসমৰ জাতীয় জীৱন কেনেদৰে বলিষ্ঠ কৰিব পাৰি তাৰ ধাৰণা লাভ কৰিছিল। ১৯২৬ চনত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ যেতিয়া তেওঁ কলিকতা পালেগৈ তাতে তেওঁৰ মানসিকতা আৰু সাংস্কৃতিক বলয় সমৃদ্ধ হৈছিল। কলিকতা মহানগৰীত তেতিয়া অসমৰ জাতীয় জীৱনক সঞ্জীৱনী শক্তিৰে বিকশাই তোলাৰ বাবে আৰু ভাৰতবৰ্ষৰ মুক্তি বা স্বদেশী শক্তিৰ সৰ্বাঙ্গীন উন্নতি সাধনৰ বাবে আখৰা চলিছিল। পঞ্চদশ শতিকাত ইউৰোপৰ যি নৱজাগৰণৰ ঢৌ বিয়পিছিল, সদৃশ ঢৌ বংগৰ পৰা প্ৰবাসিত হৈছিল কাশ্মীৰৰ পৰা কন্যাকুমাৰীলৈ, সৌৰাষ্ট্ৰৰ পৰা লৌহিত্যলৈ। সমগ্ৰ উত্তৰ পূৰ্বাঞ্চলৰ বাবে ৰাভা আছিল এই নৱজাগৰণৰ অন্যতম চালিকা শক্তি। বিষ্ণু ৰাভাৰ চিন্তা আৰু কৰ্মৰাজিৰ লগত এক মন এক প্ৰাণ হৈ নৱজাগৰণৰ সোঁত অধিক প্ৰাণৱন্ত কৰা আনজন ব্যক্তি আছিল জ্যোতিপ্ৰসাদ আগৰৱালা। "বিষ্ণু ৰাভাক জ্যোতিপ্ৰসাদৰ লগত ৰিজাই চালে মোৰ সদায়েই উপলব্ধি হয় বিষ্ণু ৰাভা যেন energy আৰু জ্যোতিপ্ৰসাদ power বিষ্ণু ৰাভা সাগৰ সংকাশ আছিল। .... এযাৰ নিৰ্ঘাত সত্য যে বিষ্ণু ৰাভাৰ জীৱনটোৱেই এনে বিচিত্ৰ আৰু সংঘাতপূৰ্ণ আছিল যে তেওঁৰ অভিজ্ঞতাৰ পৰিসৰ আৰু কৰ্মপ্ৰেৰণা অপৰিমেয় আছিল" (কেশৱ মহন্ত) বিষ্ণু ৰাভাই কলিকতাত থকা কালছোৱাতে উপলব্ধি কৰিছিল যে অসমৰ প্ৰাচীন ঐতিহ্যসমূহৰ প্ৰতি জনসাধাৰণক সচেতন কৰিব পাৰিলে অসমীয়া জাতিয়ে বিশ্বৰ বুকুত এটি মহিমামণ্ডিত জাতি হিচাপে প্ৰতিপন্ন কৰিব পাৰিব। হৰিবিলাস আগৰৱালাই প্ৰাচীন কৃষ্টি সমূহ পুনৰ উদ্ধাৰৰ যি সজ প্ৰচেষ্টা





লৈছিল, ৰাভাই তাৰ প্ৰতি প্ৰবল ভাৱে আকৃষ্ট হৈছিল। লক্ষ্মীনাথ বেজবৰুৱাই লিখি উলিওৱা শংকৰ- মাধৱৰ জীৱনী আৰু পদ্মনাথ গোঁহাই বৰুৱাই ৰচনা কৰা শ্ৰীকৃষ্ণৰ জীৱন চৰিতেও ৰাভাৰ অন্তৰাত্মাত দোলা দি যায়। আন এজন কৃতবিদ্য পুৰুষ হেমচন্দ্ৰ ৰচনাৰাজিয়েও ৰাভাক প্ৰভাৱিত কৰে। ৰাভাৰ দৃষ্টি আছিল সুদূৰপ্ৰসাৰী। নৱজাগৰণৰ সময়ত ইউৰোপীয় মনিষীসকলৰ দৰে ৰাভাই উপলব্ধি কৰিছিল যে প্ৰাচীন ঐতিহ্যৰ ভেঁটিতেহে নব্য আদৰ্শই পুলি পোখালি মেলি থন ধৰি উঠে বা উঠাব পাৰিব লাগিব। শংকৰ-মাধৱৰ ধৰ্মীয় চিন্তা আৰু সমাজ গঠন কৰিবৰ বাবে লোৱা ইতিবাচক দিশসমূহৰ প্ৰতি ৰাভা আগ্ৰহী আছিল সঁচা কিন্তু ভকতীয়া ভাৱনাৰ গণ্ডিত সীমিত অৱস্থানৰ পক্ষপাতী নাছিল। ধমনীত বিপ্লৱৰ তেজ বহন কৰা ৰাভাই শংকৰৰ আদৰ্শেৰে অসমৰ ৰাইজক তথা নৱ প্ৰজন্মক আলোকিত হোৱাৰ বাবে আৰু জাতীয় স্বাৰ্থ ৰক্ষাৰ বাবে অসীম বাহুৰ বল প্ৰদৰ্শন কৰিবলৈ আহ্বান জনাইছিল।

"কীৰ্ত্তন দশন নামঘোষা হওঁক আমাৰ শৌৰ্য
নাট গীত নাম বৰগীত হওঁক ৰণৰ তুৰ্য-"

- ইত্যাদি।

ৰাভাৰ এনেকুৱা গীতৰ সৃষ্টিয়ে এই ইংগিত বহন কৰে যে শংকৰদেৱৰ ধৰ্মীয় দৰ্শন নহয়, তেওঁৰ সাংস্কৃতিক অৱদান - গীত, নৃত্য, ভাওনা আৰু সাহিত্যৰ দ্বাৰাহে জাতীয় চৈতন্যক উদ্ভাসিত কৰিব পাৰি। "অসমীয়াৰ গীত বাদ্য, নৃত্য, সুৰ, ৰাগ, সাহিত্য, ভাওনা, নাম-কীৰ্ত্তন, ঘোষা, বৰগীত, অংক, নাট- নামঘৰ, খোল, মৃদংগ, তাল, ভাজঘৰ, দোলযাত্ৰা, হাটী, ধন-পুজি (Bank) সমাজ, ধৰ্ম, বিচাৰনীতি, আইন, ৰাজনৈতিক আন্দোলন, অহিংসা, ত্যাগ, ভোগ, বৈৰাগ্য সমাধি- সকলো শ্ৰীশ্ৰীশংকৰদেৱেহে অসমীয়াক দি গৈছে"। যদিওবা শংকৰদেৱে ৰাভাৰ আদৰ্শ, ৰাভাৰ দৃষ্টিৰ পৰিধি ভাৰতৰ প্ৰাচীন ঐতিহ্য পৰম্পৰালৈ বিস্তাৰিত আছিল। নৱজাগৰণৰ অন্যতম বৈশিষ্ট্য - শিল্প, সাহিত্য, সংস্কৃতিৰ নতুন দিশ উন্মোচনৰ প্ৰচেষ্টা ৰাভাৰ জীৱন দৰ্শনৰ মাজৰে পৰিস্ফুট আছিল। ভাৰতীয় সংগীত, ভাৰতৰ নাট্যকলা, তন্ত্ৰ শাস্ত্ৰকে ধৰি বিশাল ভাৰতৰ সংস্কৃতিৰ





পথাৰখন ৰাভাই অধ্যয়ন কৰি সেইবোৰৰ মূল্যায়ন কৰাৰ বাবে দক্ষতা প্ৰকাশ কৰিছে। ভাৰতীয় সংগীতৰ প্ৰেক্ষাপতত কামৰূপীয় ধাৰাক সঠিকভাবে প্ৰক্ষেপ কৰাৰ যুক্তি নিৰ্ভৰ ব্যাখা দাঙি ধৰিব পৰা গুণ অৰ্জন কৰিছিল বিষ্ণুপ্ৰসাদ ৰা ভাই। ৰাভাৰ ভাষাৰে- "ভাৰতৰ বৰ্হিদেশৰ কোনোবা সংগীত বিশাৰদ পণ্ডিত মণিষী আহিলে ভাৰতৰ সংগীতাকাশত তিনিটা সাংগীতিক জ্যোতিষ্মণ্ডল দেখিব। এই তিনিটা জ্যোতিষ্মণ্ডল স্ব স্ব শক্তিৰে স্ব স্ব স্থানত জ্যোতি বিকীৰণ কৰি আছে। হিন্দুস্থান সংগীত পদ্ধতি বা Hindustani School of music য়ে মধ্য ভাৰতক লৈ গোটেই উত্তৰ ভাৰতত প্ৰভাব বিস্তাৰ কৰি আছে। কৰ্ণাটক সংগীত পদ্ধতি বা Carnatic School of music য়ে দাক্ষিণাত্যত তথা দক্ষিণ ভাৰতত দৃঢ়মূল হৈ নিজৰ স্বৰূপ প্ৰকাশ কৰি আছে আৰু কামৰূপীয়া সংগীত পদ্ধতি বা Kamrupee school of Music য়ে উত্তৰ বংগক অন্তৰ্ভুক্ত কৰি গোটেই অসমত নিজৰ ক্ষীণ ৰূপ আজিও বিকৃতভাৱে বিৰাজ কৰি আছে।" বৈদিক যুগ, বৌদ্ধ যুগ, গুপ্ত যুগকে ধৰি বিভিনন যুগত ভাৰতীয় সংগীত বা নৃত্য কলাই কিদৰে সাজি কাচি আজিৰ স্তৰ পাইছে ইয়াৰ সম্যক ধাৰণা ৰাভাই কৰিব পাৰিছিল। অভিনয় সম্পৰ্কে ৰাভাৰ গভীৰ জ্ঞান এই উদ্ধৃতাংশৰ মাজেৰে তলকিব পাৰি নিশ্চয়।

"তাণ্ডৱ বিধিমতে নাচোনৰ ধাৰা সাত বিধৰ- শুদ্ধ ৰেচকাঙ্গহাৰত্মক, গীতকাদ্যভিনয়োম্মুখ, গানক্ৰিয়ামাত্ৰানুসাৰী, বাদ্যতালুনাসাৰী, নাট্যানুসাৰী, ৰাগকাব্যানুসাৰী নৃত্য। শুদ্ধঃ যি নৃত্যত বাক্য নাই, বাক্য নাই, অভিনয় নাই, ভাব নাই কেৱল বাহুৰ প্ৰেঙ্খন উৰঃৰ সৰণ, স্ফূৰণ, কম্পন, ভ্ৰুৰ আৰু তাৰকাৰ পৰিস্পদন, কটিৰ ছেদন আৰু অঙ্গৰ বলন অথচ সকলো অৰ্থহীন, ভাববিহীন তাকে শুদ্ধ নৃত্য বোলে।

বিপুল সম্ভাৱনাৰে পুষ্ট ৰাভাই আমৃত্যু এজন বিপ্লৱী শিল্পীৰূপে প্ৰতিভাত হৈ উত্তৰ পূৰ্বাঞ্চৰ আদৰ্শ পুৰুষ ৰূপে জিলিকি থাকিল। মাৰ্ক্সবাদ লেনিন বাদত যদিও তেওঁ সাগৰ সংগমৰ পবিতৃপ্তি লাভ কৰিছিল বুলি কোৱা হয় তথাপি তেওঁৰ যেন পৰিতৃপ্তি নহ'ল। ১৯৬৭ চনত তেজপুৰ বিধানসভা সমষ্টিৰ পৰা নিৰ্দ্দলীয় প্ৰাৰ্থী হিচাপে বিজয়ী হোৱা ৰাভাই স্বীকাৰ





কৰিছিল যে কমিউনিষ্ট ৰাভাতকৈ শিল্পী ৰাভাহে তেওঁৰ সত্বাত অধিক শক্তিশালী। I am an artist, I am a happy go lucky type of man, I live wre in imagination than in reality. I am more an artist than a communist. I want to see everything nice and beautiful. I want to make everything beautiful (Commission paper book party pages 202 & 204) গায়ক, বাদক, গীতিকাৰ, সুৰকাৰ, কবি, অভিনেতা, নৃত্যশিল্পী, চিত্ৰকৰ, খনিকৰ, সুৰকাৰ বিষ্ণু ৰাভাৰ অন্তৰৰ কোঁহে কোঁহে সুন্দৰৰ আৰধনা অহৰ্নিশে চলি আছিল আৰু অন্তৰাত্মাৰ এই টান থকা বাবে তেওঁ সহস্ৰ বিপ্লৱৰ যি পন্থা তাত অচল অটল হৈ থাকিব পৰা নাছিল। দূৰন্ত কল্পনাশক্তিৰে পৰিচালিত হোৱা লোকে অসুন্দৰতাৰ বিপৰীতে জীৱন ৰথ চলাই নিওতে বাস্তৱ ক্ষেত্ৰখনৰ খহটা ফাল দেখি দেখি মোহভংগ নোহোৱাকৈ নাথাকে। ১৯৪৮ চনত পশ্চিমবঙ্গৰ বীৰভূমত বহা বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ অধিবেশনে যি অত্যুৎসাহী কাৰ্যপন্থা বহন কৰিলে তাৰ ফলাফল ইতিবাচক নোহোৱাত হয়তো ৰাভাৰ দৰে বিপ্লৱীৰ চেতনাত এক আঁচোৰ পৰিছিল। উক্ত চনতে ভাৰতীয় পুঁজিবাদৰ ওপৰত আঘাত হানি মুক্ত অঞ্চল (Red Zone) কৰাৰ বাবে পাৰ্টিয়ে আঁচনি ল'লে। "পশ্চিম বংগৰ দমদম বচিৰহাট দখলৰ বাবে পূৰ্ণ প্ৰস্তুতি চলোৱা হ'ল। বাস্তৱ অৱস্থা পৰিপক্ক নৌহওঁতেই বিপ্লৱী কমিউনিষ্ট পাৰ্টিয়ে আহ্বান দিলে বিপ্লৱৰ।" (প্ৰবীণ বৈশ্যৰ প্ৰবন্ধ- 'কমৰেড ৰাভা, অসমৰ বামপন্থী আন্দোলনৰ এটি অসমাপ্ত পৰ্ব)। চি.টি. ৰাণা ডিভেৰ থেচিচৰ ওপৰত ভিত্তি কৰি চলোৱা এই সংগ্ৰাম কলিতে মৰহি গ'ল। বহুত কমৰেড নিহত হ'ল আৰু বহুতে হ'ল মোহভংগ। বিষ্ণু ৰাভাই পাৰ্টিৰ এই শোচনীয় ব্যৰ্থতাৰ স্বৰূপ দেখি হতাশাগ্ৰস্ত হৈ পৰিছিল বুলি কব নোৱাৰি। কিয়নো ১৯৪৯ চনত মঙ্গলদৈৰ ভকতপাৰা অঞ্চলত তেওঁ এক কৃষক বিদ্ৰোহ গঢ়ি তুলিছিল। "নাঙল যাৰ মাটি তাৰ" এই শ্লোগান ধ্বনিৰে বড়ো, কছাৰী, হাৰ্খা- দেহান (Non tribal Assamese Hindu), অসমীয়, বঙালী, হিন্দু, মুছলমানক সংগঠিত কৰি দহ হেজাৰ খেতিয়কৰ সমাবেশ ঘটোৱা হ'ল। পুলিচৰ গুলিচালনা





চলিল খেতিয়কৰ ওপৰত। কাত্তিৰাম কছাৰী নিহত হ'ল আৰু কেইবাশ আঘাটপ্ৰাপ্ত হ'ল। তেতিয়াৰ পৰা চৰকাৰৰ কোপদৃষ্টি অধিক ভয়ানক হৈ পৰে কৃষক শ্ৰমিকৰ পৰম বন্ধু বিষ্ণু ৰাভাৰ ওপৰত। ৰাভাই অজ্ঞাতবাসৰ যন্ত্ৰণা মূৰ পাতি লবলগা হয় ১৯৫২ চনলৈ। অজ্ঞাত বাসৰ সময়ত ৰাভাই বিভিন্ন প্ৰান্তত বিপ্লৱী আদৰ্শ তথা শিল্পী প্ৰাণৰ শকতি আৰু ভকতি বিকীৰণ কৰি জনতাৰ হৃদয়ত স্থান লৈছিল। ত্যাগৰ আদৰ্শ গ্ৰহণ কৰা ৰাভাই পুলিচ, মিলিটাৰীৰ চকুত ধৰা নপৰাকৈ কাম কৰিবলৈ লওঁতে কিমান যে যাতনা ভুগিছিল সেইবোৰৰ বিষয়ে লিখিবলৈ গ'লে এন দীঘলীয়া দলিল হ'ব। ১৯৫৪ চনৰ বাসুগাওঁ অধিবেশনত বিপ্লৱী কমিউনিষ্ট পাৰ্টি দুভাগত বিভক্ত হ'লত ভাৰতত খোপনি পুতিবলৈ লোৱা সাম্যবাদী আন্দোলনত যেনিবা ভাটা পৰিল। ইতিমধ্যে বলিষ্ঠ পাৰ্টি নেতা হৰেণ কলিতা আৰু উপেন দাসৰ মৃত্যুত সংগঠনটোৰ অপূৰণীয় ক্ষতি হৈছিলেই। বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ ভালেসংখ্যকেই কমিনিউষ্ট পাৰ্টিত যোগদান কৰিছিল। পাৰ্টিৰ বিভাজনত বিষ্ণু ৰাভাৰ অন্তৰাত্মা যে কঁপি উঠিছিল সেয়া অনুমেয়। ৰাভাই দল সলনি কৰিলে- কমিউনিষ্ট পাৰ্টিত যোগদান কৰি। দল সলনি হ'ল সঁচা, কিন্তু বিষ্ণুপ্ৰসাদ ৰাভাৰ শিল্পী সত্বা আৰু বিপ্লৱী চেতনা অপৰিবৰ্ত্তিত হৈয়ে থাকিল। মেহনতী জনতাৰ মুক্তি দৌলৰ স্বপ্ন দ্ৰষ্টা ৰাভাই সাম্যবাদী সমাজ ৰচনা কৰিব নোৱাৰিলে যদিও পুজিবাদী চক্ৰৰ বিৰুদ্ধে নতুন অসম, নতুন ভাৰত, নতুন পৃথিৱী গঢ়াৰ বাবে জীৱনৰ অন্তিম মুহূৰ্তলৈকে জনচেতনাক উজ্জীৱিত কৰি গৈ থাকিল- কলমেৰে, বক্তৃতাৰে, সাধনাৰে আৰু জীৱনযোৰা সংগ্ৰামেৰে।◀◀



# বিষ্ণু ৰাভা ঃ শিল্পীৰ পৰা বিপ্লৱীলৈ এক বিশাল ব্যক্তিত্ব

*ডা° বিপিন চন্দ্ৰ কলিতা*

বিষ্ণু প্ৰসাদ ৰাভাক শিল্পী বুলি কোৱাতকৈ গণশিল্পী বুলি অভিহিত কৰিলেহে ৰাভাদেৱৰ মূল্যাংকণ প্ৰকৃতাৰ্থত কৰা হ'ব। কিয়নো তেওঁ আছিল জনতাৰ শিল্পী। জনতাৰ মাজতে থাকি তেওঁ নাচিছিল, গাইছিল, জনতাৰ বাবেই তেওঁ গীত ৰচনা কৰিছিল। জনগণৰ মাজত থাকি তেওঁলোকৰ দুখ-দুৰ্দশা, আশা-আকাংক্ষাৰ সমভাগী হৈ তেওঁ যি অভিজ্ঞতা লাভ কৰিছিল সেই জীয়া অভিজ্ঞতাৰ আধাৰত তেওঁ গীত-মাত ৰচনা কৰিছিল। জনতাৰ দুখ-দুৰ্দশাবোৰ দেখি তেওঁৰ প্ৰাণে কান্দি উঠিছিল যাৰ বাবে তেওঁ শোষণ, অন্যায়-অনীতিৰ বিৰুদ্ধে শোষিত জনতাক জাগ্ৰত কৰি তুলিবলৈ হাতত কলম তুলি লৈছিল। ৰাভাদেৱে মাছ পানীত থকাৰ দৰে জনতাৰ মাজত থাকি মানুহৰ লগত একাকাৰ হৈ সুখ-দুখৰ সমভাগী হৈ জনতাৰ হৃদয়ত থুপীকৃত হৈ থকা সংস্কৃতিৰ সুন্দৰতাখিনিক জগাই তোলাৰ বাবে লিখিছিল—

"সুৰৰে দেউলৰে
ৰূপৰে শিকলি
ভাঙি দিয়া খুলি দুৱাৰ সোণোৱালী
পূজাৰী অ' সুন্দৰৰ পূজাৰী......
যাউতী-যুগীয়া বৰগীত অমিয়া
গোৱা অসমীয়া মন-প্ৰাণ ভৰি
পূজাৰী অ'......"

এনেদৰে অসমীয়া সংস্কৃতিক জনতাৰ হৃদয়ত প্ৰতিধ্বনি কৰাই সংস্কৃতিৰ বৰপথাৰলৈ তেওঁলোকক উলিয়াই আনিবলৈ ৰাভাদেৱে প্ৰেৰণা যোগাইছিল। মানুহৰ মুক্তিৰ বাবে ৰাভাদেৱে অসমৰ চুকে-কোণে ঘূৰি ফুৰি যাযাবৰী জীৱন-যাপন কৰিছিল সঁচা কিন্তু তেওঁ গীত-মাত ৰচনাৰে তাক সুৰ দি গাই শিল্পও





যে সংগ্ৰামৰ অমোঘ অস্ত্ৰ হ'ব পাৰে তাকে প্ৰতিপন্ন কৰিব বিচাৰিছিল। ৰাভাৰ মতে জনতাৰ প্ৰাণস্পন্দন কলাত ফুটাই তোলাজনহে প্ৰকৃত শিল্পী। ড° হীৰেণ গোঁহাইয়ে কৈছে—"ধনতন্ত্ৰত সংস্কৃতি বিলাসী শোষক শ্ৰেণীৰ ধেমালী, শিল্পী শোষক শ্ৰেণীৰ অৱসৰ বিনোদনৰ ক্ৰীতদাস।" কিন্তু ৰাভাদেৱে শিল্পীৰ সংজ্ঞাৰ ৰূপান্তৰ ঘটাইছিল। শিল্পী সদায় জনতাৰ ওচৰত দায়বদ্ধ কোনো শ্ৰেণী প্ৰভুৰ ওচৰত নহয়। ৰাভাদেৱ নিজেও আছিল জনতাৰ শিল্পী। অসমৰ লোক-সংস্কৃতিৰ আধাৰত তেওঁ গাইছিল, নাচিছিল কেৱল জনতাৰ বাবে। মানুহৰ মুক্তিৰ বাবে ৰাভাদেৱে সংস্কৃতিৰ সকলো দিশতে হাত দিছিল। তেওঁ একেধাৰে আছিল গায়ক, বাদক, গীতিকাৰ, সুৰকাৰ, কবি, অভিনেতা, নৃত্যশিল্পী, চিত্ৰকৰ, খনিকৰ, খেলুৱৈ। দুখীয়া-নিচলা, হজুৱা-বনুৱা, কৃষকৰ মুক্তিৰ সোপান ৰচোতা ৰাভা আছিল লেখক, দাৰ্শনিক, নিৰ্ভীক বিপ্লৱী শিল্পী আৰু মহৎ শিল্পী। সেইবাবেই ৰাভাদেৱৰ কাপৰ পৰা ওলোবা প্ৰতিটো গীত মুক্তি সংগ্ৰামৰ একোটি অগ্নি স্ফুলিঙ্গৰ দৰে আছিল। ৰাভাদেৱে কৃষক-বনুৱাক জাগৰিত কৰিবলৈ লিখিছিল—

"ব'ল ব'ল ব'ল ব'ল
কৃষক শক্তি দল
অ' বনুৱা অসমীয়া
আগবাঢ়ি যাওঁ ব'ল।"

ৰাভাদেৱে আকৌ লিখিছিল—

"তোৰ বাহুতে আছে লুকাই
অসীম শক্তি বল।
ৰণৰ শিঙা বাজে শুন ঐ
আগবাঢ়ি যাও ব'ল।"

ৰাভাদেৱে কেৱল শিল্পী হবৰ বাবেই গীত গোৱা নাছিল। এফালে তেওঁৰ গীতে অসমীয়া সংস্কৃতিৰ ভঁৰাল যিদৰে চহকী কৰিছে ঠিক তেনেদৰে জনতাৰ হৃদয়ত শোষণ-নিষ্পেষণৰ বিৰুদ্ধে জাগৰণৰ সৃষ্টি কৰিব বিচাৰিছিল।



সাম্প্ৰতিক সময়ত ৰাভাদেৱক অসমীয়া বিশাল সংস্কৃতিৰ অন্যতম খনিকৰ বুলি কব খোজে আৰু তেওঁক



কেৱল এগৰাকী শিল্পী হিচাবে উপস্থাপন কৰিবলৈ প্ৰয়াস কৰে। আনহাতে ৰাভাদেৱক সংগ্ৰামী চেতনাৰে পৰিপূৰ্ণ এক ব্যক্তি বুলি ক'ব খোজে। কিন্তু বিষ্ণু ৰাভাৰ ব্যক্তিত্ব ইমান বিশাল যে সম্পূৰ্ণ বিশ্লেষণ যেন এতিয়াও সুদূৰ পৰাহত। ৰাভাদেৱৰ ৰচনাৱলী আজিও সম্পূৰ্ণৰূপে প্ৰকাশ হৈ নোলোৱাত যেন ৰাভাদেৱৰ আচল সত্বাক চিনাক্ত কৰাত বিভ্ৰাটৰ সৃষ্টি হৈছে। বিজ্ঞানভিত্তিক এখন জীৱনী গ্ৰন্থ প্ৰকাশ হৈ নোলোৱা বাবেও ৰাভাদেৱৰ বিশাল ব্যক্তিত্বৰ সকলো দিশৰ পূৰ্ণাঙ্গভাৱে অধ্যয়ন কৰা কঠিন হৈছে। সেয়েহে বিভিন্নজনে ভিন্ ভিন্ দৃষ্টিভংগীৰে ৰাভাদেৱৰ জীৱনৰ মূল্যায়ণ কৰিব বিচাৰিছে। ৰাভাদেৱৰ সাংস্কৃতিক কৰ্মৰাজী, গীত-নৃত্য আদিৰ ওপৰত ভিন্ ভিন্ দৃষ্টিকোণেৰে বিশ্লেষণ কৰা দেখা যায়। কিন্তু প্ৰকৃতাৰ্থত আজিও যেন ৰাভাদেৱৰ জীৱনৰ মূল্যায়ন সঠিকভাৱে হোৱা নাই। ৰাভাদেৱ আছিল আশৈশৱ শিল্পী। যাৰ নৃত্যত ৰুচ পটিয়সী প্ৰখ্যাত অনো পাভলোভা আৰু ভাৰত বিখ্যাত নৃত্য বিশাৰদ উদয় শংকৰ আপ্লুত হৈছিল।

আচলতে ৰাভাদেৱৰ প্ৰতিভা আছিল বহুমুখী। এই বহুমুখী প্ৰতিভা তেওঁ নিজৰ বাবে প্ৰয়োগ নকৰি জনতাৰ মঙ্গলৰ বাবে প্ৰয়োগ কৰিছিল। অশান্ত, অস্থিৰ, যাযাবৰী জীৱন যাপন কৰিছিল তেওঁ জনতাৰ মুক্তিৰ বাবে। ছাত্ৰাৱস্থাতে কোচবিহাৰৰ ৰজাৰ দুৱাৰত জ্বালাময়ী কবিতা লিখি তেওঁৰ স্বদেশ প্ৰীতি আৰু সংগ্ৰামী সত্বাৰ পৰিচয় দিছিল। ৰাভাদেৱক যেন গোটেই জীৱন এক অশান্ত ভাৱনাই খেদি ফুৰিছিল। গীত ৰচনা কৰি, গীত-নৃত্য-অভিনয়ত তেওঁ বিভোৰ হৈ থাকিলেও তেওঁৰ হৃদয়ত জনতাৰ মুক্তিৰ চিন্তাই অস্থিৰতাৰ সৃষ্টি কৰিছিল। ৰাভাদেৱে দুখীয়া-দৰিদ্ৰ, হালোৱা-হজুৱা, কৃষক-বনুৱাক চৰকাৰী শোষণ উৎপীড়নৰ বিৰুদ্ধে সংগঠিত কৰিবলৈ অসমৰ ইমূৰৰ পৰা সিমূৰলৈ ঢপলিয়াই ফুৰিছিল। বহুকেইগৰাকী নিবন্ধকাৰে লিখাৰ দৰে অসমত এনে গাওঁ নাই যলৈ তেওঁ যোৱা নাই, এনে নৈ, জান-জুৰি কমেই আছে যাক তেওঁ সাতুৰি পাৰ হোৱা নাই, এনে পাহাৰ কমেই আছে যাক তেওঁ বগোৱা নাই। ৰাভাদেৱে মেহনতি জনতাক সংস্কৃতিবান হবলৈ আহ্বান জনাইছিল। নিজে অতি মূল্যবান সংস্কৃতিৰ সম্পদ লৈ গাঁৱে-ভূঁএে বিলাই ফুৰিছিল। ৰাভাদেৱে কৈছিল— "যিসকল অসমীয়াৰ প্ৰাণ স্বৰূপ





যিসকল অসমীয়া সংস্কৃতিৰ ধাৰক আৰু বাহক, সেইসকল হালোৱা-হজুৱা, বনুৱা, তল মজলীয়া ৰাইজ, ক্লিষ্ট, দলিত, শোষিত, নিস্পেষিত, নিপীড়িত। এই ৰাইজৰে দুখত সমদুখী হৈ ৰাইজৰ হিয়াৰ মৰম-চেনেহৰ অঠাই সাগৰৰ পানীত, সাতুৰি-নাদুৰি উমলি ফুৰিছিলোঁ।"

বিষ্ণু ৰাভাই কেৱল সংস্কৃতিৰ মাজেৰে মুক্তি সংগ্ৰাম অব্যাহত ৰাখিব বিচৰা নাছিল। নিপীড়িত-নিস্পেষিত জনতাৰ মুক্তিৰ তাগিদাত এসময়ত তেওঁ কমিউনিষ্ট আন্দোলনৰ প্ৰতি আকৰ্ষিত হৈছিল। সেইদৰে তেওঁ ৰাজনৈতিকভাবেও জনতাৰ মুক্তিৰ প্ৰকৃত পথৰ সন্ধান নাপালে আৰু তেওঁ আৰ চি পি আই দলত যোগদান কৰিও পৰবৰ্তী সময়ত সেই দল ত্যাগ কৰিছিল। সংসদীয় গণতন্ত্ৰত বিধান সভাৰ সদস্য হৈও তেওঁ জনতাৰ মুক্তিৰ হকে কাম কৰিব বিচাৰিছিল। তাতো তেওঁ সফল হ'ব নোৱাৰিলে। ভাৰতীয় কমিউনিষ্ট পাৰ্টিত যোগদানে ৰাভাদেৱৰ সংগ্ৰামী জীৱনলৈ পূৰ্ণতা আনিছিল বুলি কব খুজিলেও ৰাভাদেৱে সৰ্বসাধাৰণ ৰাইজৰ মাজত থাকি এগৰাকী সমাজবাদী গৱেষকৰূপে প্ৰতিষ্ঠা লাভ কৰিছিল। আচলতে ৰাভাদেৱৰ প্ৰতিভাৰ ব্যাপকতা আজিও যেন আমি ভালদৰে উপলব্ধি কৰিব পৰা নাই। তথাপি ৰাভাদেৱে নিজে কৈছে— "মাৰ্ক্সবাদ-লেনিনবাদে মোৰ চঞ্চল, অস্থিৰ শিল্পী জীৱনলৈ আনি দিছে সাগৰ-সংগমৰ পূৰ্ণতা আৰু গভীৰতা।"

শিল্পী আৰু বিপ্লৱী বিষ্ণু ৰাভাৰ জীৱনৰ গতিধাৰা অধ্যয়ন কৰিলে দেখা যায় যে তেওঁ যেন পূৰ্ণতা প্ৰাপ্ত হৈও অপূৰ্ণ হৈ ৰৈছে। ৰাভাদেৱে বিচৰাৰ নিচিনা সাম্যবাদত প্ৰতিষ্ঠিত সমাজ আজিও গঢ়ি নুঠিল। ৰাভাদেৱে পৰ্বত-ভৈয়ামৰ সকলো জনগোষ্ঠীৰ সমন্বয়ৰ প্ৰতীক। সাম্প্ৰতিক সময়ত ৰাভাদেৱৰ যি আদৰ্শ তাক জনমানসত উদ্ভাষিত কৰি তুলিলে সমন্বয়হীন সমাজখন কিছু হলেও সুস্থিৰ হ'ব। ৰাভাদেৱে এখন শ্ৰেণীহীন, জাতি-বৰ্ণ দল-বিভেদহীন সমাজ ৰচনাৰ সপোন দেখিছিল। তেওঁ আছিল অসমীয়া নৱ-জাগৰণৰ সাৰ্থক প্ৰতিভু। ৰাভাদেৱে নিজেই ৰাজনৈতিক কাৰ্যকলাপতকৈ কলা, কৃষ্টিৰ চৰ্চাতেই জীৱনৰ অধিক সময় কটাইছিল। শিল্পী প্ৰাণ ৰাভাদেৱে আচলতে ৰাজনৈতিক কুটিলতাৰ সাধনা কৰিব নোৱাৰিলে। প্ৰখ্যাত সমালোচক তিলক হাজৰিকাই কৈছে যে শঙ্কৰদেৱৰ সাংস্কৃতিক বিপ্লৱৰ





পথ অনুসৰণ কৰি জ্যোতি প্ৰসাদে বিচাৰিছিল সমন্বয়ৰ সংস্কৃতি। ৰাভাদেৱে তাৰ লগতে বিচাৰিছিল গণমুক্তি। সাম্প্ৰতিক সময়ত বিষ্ণু ৰাভাক শিল্পীজীৱনৰ পৰা বিপ্লৱী চিন্তা নায়কলৈ যি উত্তৰণ ঘটিছিল তাক অধ্যয়ন কৰাৰ আৱশ্যকতা অতি জৰুৰী হৈ পৰিছে। ৰাভাদেৱৰ জীৱনৰ ওপৰত নির্মোহ বিশ্লেষণ হ'ব লাগে যাতে উত্তৰ পুৰুষে ৰাভাৰ আচল প্ৰতিচ্ছবিখন লাভ কৰিব পাৰে। কেৱল শিল্পী বিষ্ণু প্ৰসাদ ৰাভাৰ জীৱন দৰ্শন অধ্যয়নতে সীমাবদ্ধ নাৰাখি বিপ্লৱী বিষ্ণু ৰাভাৰ জীৱন দৰ্শনৰ ওপৰত গৱেষণা হ'ব লাগে। ড° হীৰেণ গোহাইয়ে লিখিছে— "বিষ্ণু ৰাভাৰ জীৱন বৃত্ত নতুনকৈ পৰীক্ষা কৰি চোৱাৰ সময় আহিছে। আজি জ্যোতি ৰাভাৰ কৰ্ম আৰু জীৱন দৰ্শনক ঐতিহাসিকভাৱে বস্তুনিষ্ঠ বিশ্লেষণ কৰি জনসাধাৰণৰ সন্মুখত প্ৰতিষ্ঠা কৰা, তেখেতসকলৰ প্ৰগতিশীল বিপ্লৱী ধাৰাক জনতাৰ আজিৰ দিনৰ সংগ্ৰামৰ এপাট তীক্ষ্ণ অস্ত্ৰ হিচাবে তৈয়াৰ কৰাৰ ঐতিহাসিক দায়িত্ব অসমৰ সকলো সমাজ সচেতন প্ৰগতিশীল শিল্পী, সাহিত্যিক সাংস্কৃতিক কৰ্মীৰ ওপৰত।" বিষ্ণু ৰাভাৰ আদৰ্শ চিৰদিন প্ৰোজ্জ্বল হৈ ৰওক।◀◀



# বিষ্ণু ৰাভাৰ কবিতাত সামাজিক দায়বদ্ধতা

*ড° লীনা ডেকা*

সমগ্ৰ দেশৰ পিষ্ট-ক্লিষ্ট নিপীড়িত জনতাৰ মুক্তিৰ বাবে জীৱন উৎসৰ্গ কৰোঁতা, বিশাল ব্যক্তিত্বৰ অধিকাৰী, তেজৰ বোলেৰে ইতিহাস লিখোঁতা, সংগ্ৰামী শিল্পী বিষ্ণু ৰাভা এতিয়া নাই; সঁচা। কিন্তু আকাশে বতাহে এতিয়াও তেওঁৰ বলিষ্ঠ শব্দৰ ঝংকাৰ শুনো। শুনো মানুহৰ অন্তৰত তেওঁৰ আকাশলঙ্ঘী শব্দৰ ধ্বনি-প্ৰতিধ্বনি। ৰাভাৰ ৰচনাৱলীক লৈ তেওঁৰ সাহিত্যকৃতিক লৈ, তেওঁৰ ৰাজনৈতিক আদৰ্শক লৈ, তেওঁৰ নীতিকলৈ বিভিন্ন মহলত আজি টনা-আজোৰা চলিছে। প্ৰশাসনৰ ফালৰ পৰাও ৰাভাক কলাগুৰু সন্মান দিয়া হৈছে। তেওঁৰ বহুমুখী প্ৰতিভাৰ গুণানুকীৰ্ত্তন চলিলেও তেওঁৰ সাম্ৰাজ্যবাদ বিৰোধী বিপ্লৱী চেতনাৰ মাজৰ পৰা সামাজিক দায়িত্ববোধৰ পুংখানুপুংখ নিদৰ্শন বহন কৰা ৰচনাৰাজীৰ মূল্যায়ণ কৰাৰ প্ৰচেষ্টা কিন্তু তেনেই কম সংখ্যক লোকেহে কৰিছে।

কবি-সাহিত্যিকসকল সমাজৰ বহিৰ্ভূত ব্যক্তি নহয় আৰু কবিতাও জীৱনৰ পৰাই সমাজৰ, সৃষ্টি হয়। কবিতা জীৱনৰ অধিকাৰী। জীৱ মথিত অমৃত আৰু গৰলৰ অভিজ্ঞতা, অন্বেষণৰ স্পৃহা সকলোবোৰেই কবিতাত প্ৰকাশিত হয়। সাহিত্য সমাজ মানসৰ প্ৰকাশমান ৰূপ। কবিৰ পটভূমিত সমাজ। জীৱন, জীৱিকাৰ সংগ্ৰাম সংগ্ৰামী জনজীনৰ চিত্ৰ যি কবিতাত নাই, সেই কবিতা উদ্দেশ্যহীন; সি জীৱনধৰ্মীহীন। সেই কবিতা হয় অসাৰ্থক। ইমাৰিক ডেভিদৰ ভাষাত "The artist arrives at the summit of his art when he has roused pity, love and admiration by the faithful representation of life, beauty, pair and virtue." সেয়েহে বাস্তৱ জীৱনৰ গভীৰ উপলব্ধিৰে কবিয়ে কলম লবলগীয়া হয়। সাহিত্যিকসকলে দুটা শক্তিৰ দ্বাৰা চালিত হয়— ব্যক্তিগত আবেগ-অনুভূতিৰ আকৰ্ষণ আৰু সমাজ জীৱনৰ প্ৰতি সচেতনতা। এই দুই শক্তিৰ মাজত কবিয়ে সমন্বয় সাধন কৰিব পাৰিব লাগিব। সমাজক এৰি সাহিত্য





হ'ব নোৱাৰে। সমাজৰ বঞ্চনা-বৈষম্য-দুৰ্নীতি-সংঘাত-সংশয় সকলোকে কবিয়ে ৰূপ দিয়ে। সাহিত্যিকৰ সামজিক দায়বদ্ধতাৰ ওপৰত গুৰুত্ব দি গৰ্কীয়ে লিখিছিল "A writer is not only a creator but the creator of his time."

বিষ্ণু ৰাভাই সমাজৰ অৱহেলিত জনসাধাৰণৰ উন্নতিৰ বাবে কবিতাক বাহকৰূপে লৈছিল। তেওঁৰ উদ্দেশ্য আছিল যাতে তেওঁৰ কবিতাৰ মৰ্মাৰ্থ বুজি সাধাৰণ জনসাধাৰণে সমাজৰ বাঞ্চিত পৰিবৰ্তন আৰু উন্নয়নৰ বাবে উদ্বুদ্ধ হ'ব পাৰে। সকলো অত্যাচাৰৰ সন্মুখীন হৈ বন্দীশালৰ দুৱাৰ মুকলি কৰাটো শিল্পীৰ দায়িত্ব বুলি ৰাভাই বুজিছিল। জনতাৰ হাততে আছে জগত গঢ়াৰ শক্তি ৰাভাই সেইকথাও বুজিছিল। দাসত্বৰ বন্ধন ল'বলগীয়া নিৰীহ জনতাক উদ্‌গনি দিবলৈ অগ্নি স্ফুলিংগময় ভাষাৰে ৰাভাই কৈছিল—

ভাঙ্ ভাঙ্ ভাঙ্ ভাঙ্
লোহাৰ শিকলি ভাঙ্
ছিঙ্ ছিঙ্ ছিঙ্ ছিঙ্
দাসৰ বন্ধন ছিঙ্।

ৰাভা আছিল কোমল কঠোৰৰ অপূৰ্ব সমন্বয়। অন্নদা শংকৰ ৰায়ৰ ভাষাত এখন হাতত তৰোৱাল আৰু আনখন হাতত কলম; অসি আৰু মসিৰ যুগ্ম স্থিতি। কবি আৰু যোদ্ধাৰ দৰেই ৰাভা জনসমাজত বিদ্যমান। তেওঁৰ কবিতাতো একেদৰে দুটা ভাবৰ অথালি-পথালি সংযোগ ঘটিছে। এফালে আলসুৱা কোমল হৃদয়ানুভূতি, আনফালে বৈপ্লৱিক অগ্নিস্ফুলিংগ জনতাৰ মুক্তিৰ সংবাদ। সকলো ঐশ্বৰ্য-বৈভৱক উপেক্ষা কৰি ৰাভাই মাথোন শুনিব বিচাৰিছিল জনতাৰ কথা, সৰ্বহাৰাৰ কথা। পিষ্ট-ক্লিষ্ট জনতাৰ ইতিহাস লিখিবলৈ বিচাৰিছিল ৰজাই তেজৰ বোলেৰে—

তেজৰ বোলেৰে লিখি যাম ইতিহাস
মচি যাম দীন সমাজৰ হীন পৰিহাস।

* * *



কলিজা নিঙাৰি তেজৰ টুপিৰে মথি
গঢ়ি যাম চিৰ সুখৰ সৰ্বগ তুলি।
বিপ্লৱী কমিউনিষ্ট পাৰ্টিত যোগ দি ৰাভা আৰু বেছি



ওচৰ চপিছিল জনতাৰ। ফলস্বৰূপে শ্ৰেণী পীড়নৰ কথা, শ্ৰেণী সংঘৰ্ষৰ সুৰ তেওঁৰ কবিতাত মূৰ্ত্তিমান হৈ উঠিছে—

শতৰু সঊ চৌপাশে ৰয়
ধনী জমিদাৰ
সোহে কলিজাৰ ৰঙা তেজ
প্ৰজা দুখীয়াৰ
ধ্বংস কৰ ধ্বংস কৰ
ধনীৰ অহংকাৰ।

জনতাৰ দুঃখ-দৈন্যই, অন্ন-বস্ত্ৰৰ সমস্যাই ৰাভাক কাতৰ কৰি তুলিছিল। তাৰ প্ৰকাশ তেওঁৰ কবিতাত সঘনে ঘটিছে। শ্ৰম কৰিও খাবলৈ নোপোৱা হজুৱা-বনুৱা জীৱনৰ মৰ্ম ব্যথা আৰু উৎপাদক শ্ৰেণীয়ে, পুঁজিপতিসকলে যন্ত্ৰৰ সহায়ত বনুৱাৰ ওপৰত চলোৱা শোষণ-নিষ্পেষণৰ নিৰ্মম বাঁস্তৱতাৰ স্বতঃস্ফূৰ্ত প্ৰকাশ ৰাভাৰ কবিতাত অতি উজ্জ্বল—

তই খুৱাৱ বিশ্ববাসীক / মাটিফালি ধান
তই যোগাৱ ধনী শ্ৰেণী / অস্ত্ৰ শক্তিমান।

জনতাই ৰাভাৰ মনত সকলো। জনতাৰ গাতে দেখে তেওঁ অসীম শক্তি। কৃষক-বনুৱা-হজুৱা শ্ৰমিকৰ প্ৰতি আছিল ৰাভাৰ গভীৰ আস্থা। গভীৰ প্ৰত্যয়েৰে সেয়ে ৰাভাই জনতাক কৈছে—

ব'ল ব'ল ব'ল / কৃষক শক্তি দল
অ' বনুৱা সমনীয়া / আগবাঢ়ি যাওঁ ব'ল।

* * *

তোৰ বাহুতে আছে লুকাই
অসীম শক্তি বল
ৰণৰ শিঙা বাজে শুন ঐ
আগবাঢ়ি যাওঁ ব'ল।

এয়া ৰাভাৰ অন্তৰৰ সুৰ; প্ৰকৃত সুৰ। পুজিপতি শোষক-জমিদাৰৰ প্ৰতি ৰাভাৰ আছিল তীব্ৰ ঘৃণা। তৰোৱালৰ দৰে তীক্ষ্ণ শব্দেৰে ৰাভাই পুজিপতিসকলক সমালোচনা কৰিছে—



দুখীয়াৰ কলিজা নিঙাৰি লব
তেজ শুহি শুহি পিব



ৰুকি ৰুকি মঙহ চোবাই খাব
কুৰুকি কুৰুকি হাড় চোবাব।

চাৰিওফালে পুজিপতিৰ শোষণ, জনতাৰ ৰঙা তেজ শুহি নিবলৈ শতৰুৰ প্ৰচেষ্টা; কিন্তু জনতা প্ৰশান্ত গভীৰ; জনতাৰ মাজৰ সুপ্ত শক্তিলৈ লক্ষ্য ৰাখি জনতাক সকিয়াইছে সশস্ত্ৰ সংগ্ৰাম কৰিবলৈ—

ধ্বংস কৰ ধ্বংস কৰ / ধনীৰ অহংকাৰ
দয়া মায়া নকৰিবি / ক্ষমাৰ দিন যে গ'ল
হাল-কোৰ-দা, হাতুৰি লই / ৰণলৈ যাওঁ ব'ল।

শোষক শ্ৰেণীৰ প্ৰতি থকা প্ৰচণ্ড ঘৃণাৰ বাবেই ৰাভাই সেই শ্ৰেণীটোক সাৱধান কৰি দিছিল—

হুচিয়াৰ! হুচিয়াৰ!!
ধনী মহাজন! জমিদাৰ
হুচিয়াৰ! হুচিয়াৰ!!
বিপ্লৱ পথৰে যাত্ৰী আমি
সৰ্বহাৰাৰ মুক্তিকামী
চূৰ্ণ কৰিম আমি সংগ্ৰামী
দৰ্প ধনীৰ— পণ আমাৰ।

সম্প্ৰতি আমাৰ জনসাধাৰণৰ মাজত, অসমৰ বিভিন্ন জনগোষ্ঠীৰ ভাষা ধৰ্মৰ মানুহৰ মাজত এক সমন্বয়ৰ প্ৰয়োজন উপলব্ধি কৰাটো পৰিলক্ষিত হৈছে। ই বৰ সুখৰ কথা আৰু এই বিভিন্ন ভাষী জনগোষ্ঠী বিভিন্ন ধৰ্মাৱলম্বী মানুহৰ মাজৰ সমন্বয়ৰ প্ৰেৰণাদায়ক প্ৰতীক হিচাবে ৰাভাক আঙুলিওৱা হৈছে। অতি সত্য কথা যে ৰাভা সমন্বয়ৰ প্ৰতীক। বিভিন্ন জনগোষ্ঠী, বিভিন্ন ধৰ্মাৱলম্বী মানুহৰ মাজত তেওঁ মিলিব পাৰিছিল। বন্ধুত্বৰ ডোলেৰে সকলোৰে আপোন হৈ পৰিছিল ৰাভা। কিন্তু সমন্বয়ৰ নামত একপক্ষীয় সংস্কৃতি জাপি দিয়াৰ কথা তেওঁ কেতিয়াও ভাবিব পৰা নাছিল। গভাৰ উপলব্ধিৰে পৰস্পৰ বুজাবুজিৰে আন্তৰিকতাৰে ভাতৃত্বৰহে সমন্বয় সাধন হ'ব পাৰে। সম্পূৰ্ণ গণতান্ত্ৰিক দৃষ্টিভংগীৰে ৰাভাই সমন্বয়ৰ কথা চিন্তা কৰিছিল। তেওঁ কৈছিল— "এটা জাতিৰ লগত আন এটা





জাতিৰ সমন্বয় হ'ভলৈ হ'লে পৰস্পৰৰ ভিতৰত উভয়ৰ বিষয়ে সম্পূৰ্ণ জ্ঞান থকা উচিত। নিজৰ ধৰ্ম-কৃষ্টি, সমাজ আৰু সংস্কৃতিৰ বিষয়ে গভীৰ জ্ঞান থকা উচিত। পৰস্পৰৰ ভিতৰত অকৃত্ৰিম আৰু আন্তৰিক শ্ৰদ্ধা ৰাখি কালৰ ৰথৰ চকীত অগ্ৰগতিৰ তালে তালে প্ৰগতিৰ অসীম বাটেদি অগ্ৰসৰ হোৱা উচিত।" ৰাভাৰ চিন্তাৰ উৎস আছিল হেজাৰ হেজাৰ মেহনতী জনতা। সামন্তবাদী শোষণ আৰু ধনী পুজিপতিৰ বিৰুদ্ধে কৰা বীৰত্বপূৰ্ণ সংগ্ৰামৰ বাবেই ৰাভাই অসমৰ বিভিন্ন জনগোষ্ঠীৰ সাংস্কৃতিক বিকাশৰ ভেটি দৃঢ় কৰিব পাৰিছিল।

এটা নিৰ্দিষ্ট বিন্দুত ৰাভাৰ চেতনা শক্তি ৰৈ থকা নাছিল। কমিউনিষ্ট পাৰ্টিত যোগ দিয়াৰ পিছত সেই আদৰ্শৰ (মাৰ্ক্সবাদী-লেনিনবাদী) সমাজ গঢ়াৰ দৃঢ়তাইহে ৰাভাৰ জীৱনলৈ পূৰ্ণতা আনি দিছিল। তেওঁৰ নিজৰ ভাষাৰে 'সাগৰ সংগমৰ পূৰ্ণতা আৰু গভীৰতা'। বিপ্লৱী দলত যোগ দিয়াৰ পাছৰেপৰা তেওঁ শিকিলে সমাজ গঢ়ে কৃষকে, শ্ৰমিকে। শ্ৰমিক-কৃষকক সংগঠিত কৰিব পাৰিলেহে শোষণমুক্ত সমাজ গঢ়িব পৰা যাব আৰু তেতিয়াহে কৃষিজীৱী-শ্ৰমজীৱী মেহনতী জনতাৰ কল্যাণ সাধন হ'ব। সেয়েহে ৰাভাই সততে কৃষক, শ্ৰমিকক সচেতন কৰাৰ চেষ্টা কৰিছিল। তাৰ প্ৰতিফলন ঘটিছে তেওঁৰ অনেক কবিতা আৰু গীতত।

'তোৰ বাহুতে আছে লুকাই অসীম শক্তি বল'— এয়াই ৰাভাৰ আচল সুৰ; অন্তৰৰ সুৰ। ইয়াৰ আগলৈকে ৰাভাৰ কবিতাত আছিল ভাৰতীয় জাতীয় জীৱনৰ চঞ্চলতা। তেতিয়া তেওঁৰ চিন্তাধাৰা আছিল সম্পূৰ্ণৰূপে অসমমুখী। বৃহত্তৰ অসমৰ কল্পনা কৰিছিল ৰাভাই। সপোন দেখিছিল অসমৰ সংস্কৃতিৰ পুনৰ জীৱনদানৰ। কিন্তু হ'লেও অসমীয়া জাতিৰ ভিত্তিক উপেক্ষা কৰিব পাৰিছিল ৰাভাই। সেয়েহে শোষিত-নিৰ্যাতিত গণজীৱনক সাম্যবাদৰ আলোকেৰে আগুৱাই নিবলৈ ৰাভা ৰাজনীতিৰ মাজত জপিয়াই পৰিছিল। এইজন ৰাভাকে সংকীৰ্ণ জাতীয়তাবাদী বুলি অভিহিত কৰিবলৈও কোনো কোনোৱে চেষ্টা কৰে কিন্তু ৰাভা সংকীৰ্ণমনা মুঠেও নাছিল। ৰাভা জাতি-শ্ৰেণীৰ উৰ্দ্ধত। তেওঁ শ্ৰেণীহীন জাতি দল বিভেদবিহীন সাম্যবাদৰহে চেষ্টা কৰিছিল। চল্লিছৰ দশকৰ





পাছৰপৰাই ৰাভাৰ চিন্তাধাৰা সম্পূৰ্ণৰূপে সলনি হোৱা দেখা যায়। তেওঁৰ কবিতাত অসমৰ পৰিবৰ্তে সৰ্বভাৰতীয় চিন্তাধাৰাই স্থান পাইছিল। ড° অমলেন্দু গুহৰ ভাষাত— "বিষ্ণু ৰাভা যেন অসমৰেই প্ৰতীক। এফালে বিভিন্ন ভাষা-ভাষী গণজীৱনৰ লগত গভীৰ যোগাযোগ আৰু আনফালে অদ্ভুত সৃজনীশীল প্ৰতিভাৰ অধিকাৰী হোৱা স্বত্বেও বহু ক্ষেত্ৰত প্ৰাথমিক চমক সৃষ্টি কৰি তেওঁ আৰু অগ্ৰসৰ হ'ব নোৱৰিলে বা তেওঁৰ প্ৰচেষ্টা নান সংকটৰ মাজত অৰ্ধ সমাপ্ত হৈ ৰ'ল।" সচাঁ কথা ৰাভাৰ বিপ্লৱী মনতো মানসিক সংকট আছিল। কিন্তু বিপ্লৱী কমিউনিষ্ট দলত যোগ দিয়াৰ পাছৰপৰা তেওঁৰ দৃষ্টিভংগীৰ পৰিবৰ্তন ঘটিছিল। মাটিৰ গোন্ধত ৰাভা মতলীয়া হৈছিল। কমিউনিষ্ট গণতান্ত্ৰিক দৃষ্টিভংগীৰে তেওঁ অসমৰ ভাষা-জাতিৰ সমস্যা সমাধানৰ প্ৰতি গুৰুত্ব আৰোপ কৰিছিল। 'সোনপাহি'ৰ পাতনিত ৰাভাই লিখিছিল— "কমিউনিজমৰ পোহৰে ৰাইজৰ অন্তৰৰ অজ্ঞতাৰ তিমিৰ অন্ধকাৰ আঁতৰাই দিছে পোহৰৰ মুকুতিৰ বাট, মুকলি হয় বিপ্লৱৰ বাট। আমি জনাত সেই আৰি কাঠিৰ জুই জুমুঠি।"

বিপ্লৱী কবি ৰাভা আছিল সততে আশাবাদী। জনতাৰ অন্তৰত লুকাই থকা অসীম শক্তিৰ ওপৰত তেওঁৰ আছিল গভীৰ বিশ্বাস। শোষণমুক্ত সমাজ এখন গঢ়ি উঠাৰ সম্ভাৱনা সম্পৰ্কে তেওঁ সদায়ে নিশ্চিত আছিল। শোষিত, বঞ্চিত, পীড়নত শ্বাসৰুদ্ধ জনতাৰ বাবে যুঁজিবলৈ ৰাভা আছিল প্ৰতিজ্ঞাবদ্ধ। ৰাভাৰ কবিতাত শুনা যায় শ্ৰেণী সংগ্ৰামৰ বাবে সাধাৰণ জনতাক সাজু হ'বলৈ দিয়া সকীয়নি— "অস্ত্ৰ তোমাৰ দা, জোং, হাল, কোৰ, যাঠি, কুঠাৰ, বজ্ৰবান"।

এইজনা বিপ্লৱী শিল্পীয়ে তেজৰ বোলেৰে ইতিহাস লিখিলে শ্ৰমজীৱি মেহনতী জনতাৰ ইতিহাস; কৃষক বনুৱাৰ ইতিহাস। দীন সমাজৰ হীন পৰিহাস মচি আঁকি গ'ল ৰাভাই পৃথিৱীৰ চিৰ মুকুতিৰ পথৰেখা। ৰাভাৰ কবিতাক, গীতক আজি জনসাধাৰণে আঁকোৱালি লৈছে। হৃদয়ত স্থান দিছে বিশাল প্ৰতিভাৰ আকৰ প্ৰবাদ পুৰুষ ৰাভাক। শ্ৰেণী সংগ্ৰামৰ বাবে জীৱন আহুতি দিয়া ৰাভাক তেওঁৰ কবিতাই সোঁৱৰাব, গীতে সোঁৱৰাব। শ্ৰেণীহীন সমাজৰ ছবি, কৃষক বনুৱাৰ ছবি তেওঁ আকিছে কবিতাতো; হৃদয়তো।◀◀



# মানৱতাৰ শিল্পী বিষ্ণু ৰাভাৰ সান্নিধ্যত

*চন্দ্ৰকান্ত ডেকা*

জীৱন সুৰভিৰে ভৰপূৰ এজন মানুহ প্ৰেমৰ হাঁহিটিলৈ থৈ গ'ল শিল্পীৰ পৃথিৱীত এমুঠি হাঁহি। মুকলি মনৰ স্বাধীনতাকামী, বিপ্লৱী সৈনিক বিষ্ণু ৰাভা আজি আৰু নাই, ত্যাগৰ অনল শিখাৰে আদৰ্শ বন্তি এৰি গ'ল লুইতৰ দুপাৰত। বহুকষ্ট সাধ্য স্বাধীনতা হ'ল এখন দাবী চনদ। ৰাজনৈতিক স্বাধীনতাই পোৱা-নোপোৱা ধুমুহাৰ ফেঁহুজালিৰে এখন বিশাল দেশৰ সংবিধান। অঘৰী আত্মাৰ বিননি গীত আৰু কবিতাৰ ছন্দ, লয়, উপমা আৰু অলংকাৰ অসমীয়া সাহিত্যৰ মৌচাক। বিষ্ণু ৰাভাৰ গীতৰ ভাষা মানবীয় চেতনাৰ নতুন দিনৰ বৰ্ণিল সম্ভাৰ, প্ৰাণ পৰশা একাজলী জীয়া মানুহৰ গান।

নৃত্য বিশাৰদ চিত্ৰশিল্পী ৰাভাই অনুকৰণ কৰিছিল ভিঞ্চিৰ দৰে প্ৰখ্যাত শিল্পীৰ মূৰ্ত প্ৰকাশ। ছবি আৰু জীৱন, প্ৰেম আৰু ছন্দ, মানুহ আৰু দেশৰ মাটিও স্বৰ্ণালংকাৰ তুলিকাৰে গুথিছিল নৱ জীৱনৰ হেঙুল-হাইতাল। শৈশৱৰ মেলি ধুমুহা ঢাকা নগৰীৰ সৈনিক ছাউনিৰ বিকুলৰ ধ্বনিত মুগ্ধ হোৱা ৰাভাৰ জন্ম হ'ল ঢাকাত।

মেছ কছাৰীৰ সন্তান যাযাবৰী জীৱন পংখীৰে অনাই-বনাই ঘূৰি ফুৰোতে বহু স্মৃতি হৃদয়ত লৈ গাঁথিছিল বিধাৰী মালা সিও মৰহি যাওঁ যাওঁ। ব্ৰিটিছ আমোলত তেজপুৰ হ'ল স্কুলীয়া শিক্ষাৰ স্বৰ্ণপদক। কলেজীয়া শিক্ষাত শিক্ষিত বিজ্ঞানৰ ছাত্ৰ।

মিঠা মাতে দিলে ভাষা আই অসমীৰ শিৰৰ সেন্দুৰ, তেজৰঙা বেলিৰ গান। বৰ লুইতৰ বহল চাপৰিত মেলি দিলে জীৱন পানচৈ। স্বাধীন ভাৰতৰ পূৰ্ব দেশৰ অনৈক্যত ঐক্য অনুপম কষতি শিলত ৰাতিৰ গভীৰত পলাতক জীৱন।



কিবা এটা যেন নাই। কিবা এটা যেন আছিল। সেই ঠাই আজি শূন্য, অপূৰণীয় হৈ ৰ'ল পূৰ্বাঞ্চল। কিমান চিনাকি সেউজীয়া মাটিৰ গানত আজিও সাৰে আছে বিষ্ণু ৰাভা।

তাহানি লগ পোৱা গাঁৱে গাঁৱে কিমান ৰাতি অজ্ঞাতবাস



খপি দিছিল ভাষা প্ৰেমৰ নদীয়েদি বৈ থকা অসমদেশৰ মাটি জোনাকভৰা গাঁৱৰ ছবি। এখন ৰুটি তাৰো আধা, ছদ্মবেশী জীৱন, বাওপন্থী গীতত মুখৰ জনকলৰৱ ধ্বনিৰে জগাই তুলিছিল খাটি খোৱা হালোৱা হজুৱাক।

গ্ৰীক সভ্যতাৰ ছক্ৰেটিছ্ গ্ৰীক জাতিৰ মেৰু-মজ্জাৰ দাৰ্শনিক কলাকাৰৰ প্ৰতিটো কথা ৰাভাই হৃদয়ত অংকিত কৰিছিল। গ্ৰীক সভ্যতাৰ কেৱল বিজ্ঞান, সাহিত্য, নাটক আৰু দৰ্শনত যেনেকৈ আগবঢ়া আছিল, পৰৱৰ্তীকালত প্লেটো'ৰ অভিনৱ ধাৰা বিশেষ বৈশিষ্ট্যৰে সমৃদ্ধিশালী আছিল। আনকি স্থাপত্য ভাস্কৰ্য শিল্পী ৰূপে খ্যাত হৈছিল বিষ্ণু ৰাভা পাশ্চাত্য ৰীতি অনুধাৱন কৰি। কিন্তু স্বপ্নবোৰ আন্ধাৰতে আহে আৰু আন্ধাৰতে পিচলি যায়। কাৰণ জীৱন সুখৰ ক'লা ঘুমটিত এদিনো এসাজ সুখৰ ভাত খাব নোৱাৰিলে বিপ্লৱী সত্বাৰ বাবে বিষ্ণুৰে। এই দেশ মোৰ দেশ, ব্যাস-বাল্মীকিৰ দেশ, গান্ধী-বুদ্ধৰ দেশত সাধনাৰ দেশ শংকৰ-মাধৱৰ দেশ।

"হৃদয়ত দগমগ ক'লা দাগ
দুৱাৰ খুলি বৈ আছো তাত,
বগা দাৰ ফালি ওলাই আহক
আপোন সুৰীয়া মিঠা মাত।"

—শ্ৰীচন্দ্ৰকান্ত ডেকা

১৯৫২ চন। ধমধমাত এক সপ্তাহ জিৰাইছিল ৰাভাদেও। হাঁহি হেলাৰঙে সিঁচি দিছিল এবুকু মৰম চেং নৈৰ পাৰত। প্ৰয়াত ভানু বৰ্মনৰ ঘৰৰ আছুতীয়া কক্ষত। থাৰে চিএগৰে ইংগিত দিয়ে "কোনেও যেন নাজানে, মই আছো দেশৰ দুৰ্দিনত"। উত্তৰ কামৰূপৰ ধমধমা আছিল অলিখিত ইতিহাস; দোভাগ ৰাতি কোনে বাঁহী বজায়— এক উৎকণ্ঠা। বোৱাৰী পুৱাতে উঠি শাহু আইক কাণে কাণে কিবা শুনাই তেওঁ বাৰীৰে টিঙ্গ নমাটি বুলি যাত্ৰা কৰিলে।

দীঘেলী হ'ল বিপ্লৱী দলৰ ৰণ-কৌশল ক্ষেত্ৰ। তাতে ৰচে গীত আৰু যুৱতী ছোৱালীৰ প্ৰেমৰ মদিৰাৰে ভৰপূৰ এয়ে আমাৰ গাওঁ ইয়াতে ৰচি ইয়াতে সেউজীয়া পথাৰত আমি কৰো কৃষি, কৰ্ষিত জাতিৰ মুক্তি মন্ত্ৰৰ গীত।



এদিন ৰাভাদেওক লগ পালো বাস্কাৰ গেৰুৱা গাওঁত।



জেঠ মাহ। ৰোদনী আহিছে ভৰ দুপৰীয়া। ৰাভাই জুৰিলে গীত— কলী ঐ, বগী ঐ, মোৰ কাষলৈ আহ, লিচু পাৰি দিম, মোৰ কলিজাত বহি খাবি ঐ। ৰাভাৰ মুখমণ্ডলত এমোকোৰা হাঁহি। ভাত নাই, মাছ নাই আছে জোলোঙাৰ বিড়ি, তাকে খাই মন জুৰোৱা গাভৰুৱে চাই আছে চোন, এইজন বঙহৰ দেও বা কোন? মিচিক-মাচাক হাঁহি। অ' বৌ, হাঁচতিত আনিছ কি, মন ভাল লগা তামুল-চালি অকণ দি।

মানুহ হিচাবে জনজীৱনক আপোন কৰি লব পৰা মহৎ গুণৰ আকৰ ৰাভাৰ জীৱন ছবি হাঁহি অশ্রুৰে ভৰপূৰ। মোক বৰ ভাল পাইছিল বিষ্ণু ৰাভাই। ঘুটমুটিয়া ল'ৰাৰিব সপোন দেখা সময়। ঐ ল'ৰা, ধেমালি ভাল নালাগে নেকি? লাগে। কিহৰ ভয়, ওচৰ চাপি আহ। গান গাবি নে শুনাবি। অহো! মই গান গাব শিকা নাই। মোৰ কপালত কি দেখিছ? ৰেখা। কি আছে তাত? ভাগ্যলিপি। সুন্দৰ, তই গান শিকিবি, আজি মই ইয়াৰ পৰা যাম। লিচু খা। মই বিভোৰ হলোঁ। ইমান ডাঙৰ এজন মানুহ অথচ মাতটো ইমান মিঠা। সঁচা, মই মিঠা কোমল মাত, অসমৰ প্ৰখ্যাত শিল্পী কলাগুৰু বিষ্ণু ৰাভাৰ পৰা শিকিছো। ৰাভাদেৱে মানুহক বহুত মৰম বিলালে। সৰু লৰা-ছোৱালীক বুকুৰ নোমাল ঠাইত সুমুৱাই বৰ মৰম কৰিছিল। ইপিনে পুলিচৰ ভয় আনপিনে দেশপ্ৰেম। হঠাৎ এদিন তিনিজন কনিষ্টবল দেখা পাই মূৰত পাগুৰি মাৰি বুকুত মেঠনি লৈ তিৰোতাৰ ভাওত জাকৈ লৈ মাছ মাৰিবলৈ গ'ল। এ.এচ.আই এজন আৰু কনিষ্টবল দুজনে ৰাভাৰ কাষেৰে পাৰ হৈ গ'ল কিন্তু তেওঁক চিনি নাপালে।

১৯৫৭ চন। সাধাৰণ নিৰ্বাচন। তেতিয়া বৰভাগ সমষ্টিৰ প্ৰাৰ্থী গৌৰী শংকৰ ভট্টাচাৰ্য। নিৰ্বাচনী সভা হৈছিল বৰভাগৰ কমাৰকুছিৰ পশ্চিমে পাগলদিয়াৰ পাৰত। বিৰাট জনসভা তেতিয়া প্ৰায় আধালাখ মানুহৰ মাজত প্ৰথম ভাষণ দিছিল বিষ্ণু ৰাভাই। মানুহ প্ৰলুব্ধ হৈছিল ৰাভাৰ বক্তৃতা শুনি— ৰাইজ, আমাৰ প্ৰাৰ্থী আপোনালোকৰ নিচেই চিনাকি। আঠঘৰীয়াৰ সন্তান গৌৰী শংকৰ। আপানালোকে গৌৰীশংকৰক বিপুল ভোটেৰে জয় কৰিলে কি লাভ হব জানেনে? বৰভাগৰ মাটিত বৰভাগ কলেজ প্ৰতিষ্ঠা হ'ব। ৰাইজৰ বিপুল হাত চাপৰি।



ৰাভাৰ ভবিষ্যৎ বাণী ফলিয়ালে। প্ৰাৰ্থীও জয়ী হ'ল আৰু



বৰভাগৰ উচ্চ শিক্ষাৰ মণি কোঠা, মধ্য মণি বৰভাগ কলেজ নিৰ্মাণ হ'ল।

১৯৬২ চন। চীনা যুদ্ধ। চীনা সৈন্যাই ব'মডিলা জয় কৰি তেজপুৰ পালেহি। ড° ভূপেন হাজৰিকাই গীত গালে— কত জোৱানৰ মৃত্যু হ'ল, সেই মৃত্যু অপৰাজেয়, তেনে মৃতক নহলো মই কিয় ?

বিপ্লৱী ৰাভা, গৌৰীশংকৰ গ্ৰেপ্তাৰ হ'ল। ৰাভাক বৰহমপুৰ কাৰাগাৰত ভৰাই থলে। কোমৰ ভাঙিলে গৌৰীশংকৰ আৰু ৰাভাৰ। বিপ্লৱৰ জীয়া জুই লেলিহান। মুক্তি পালে উভয়ে। লক্ষ্য আৰু উদ্দেশ্য হ'ল ১৯৬৭ ৰ নিৰ্বাচনত নিৰ্দলীয় প্ৰাৰ্থী হৈ জয় লাভ কৰা। উদ্দেশ্য সফল হ'ল। ১৯৭২ চন। গৌৰীশংকৰে গান্ধীটুপী গ্ৰহণ কৰি মুক্তি যোদ্ধা হৈ পেঞ্চন ভোগ কৰিলে। ইপিনে শৰীৰ দুৰ্বল হৈ আহিল। প্ৰজ্ঞানত অষ্টমিত সূৰ্য শিখাৰ ছাই বৰণীয়া ধোঁৱাৰ কবচ ধাৰণ কৰি সমাধিৰ পিনে অগ্ৰগতি লাভ কৰিলে প্ৰখ্যাত আইনজীৱী গৌৰী শংকৰ ভট্টাচাৰ্য মহোদয়ে। এদিন গুৱাহাটী হাইকৰ্টত আচামীৰ হকে ন্যায়িক যুক্তিৰে ন্যায়াধীশক জনালে যে ইংলেণ্ডৰ আইনত সকলো সিদ্ধ হলেও দিনক ৰাতি কৰিব নোৱাৰে, মহোদয়। ন্যায়াধীশ হলিৰামে গৌৰীশংকৰৰ যুক্তিক প্ৰশংসা কৰিব লগা হৈছিল।

ৰাজধানী শ্বিলং। মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহা। বিষ্ণু ৰাভা তেতিয়া অসম বিধান সভাৰ সদস্য আৰু ড° ভূপেন হাজৰিকাও নিৰ্দলীয় প্ৰাৰ্থীৰূপে সংস্কৃতিৰ বৰ লুইতৰ দুয়োপাৰ ৰজনজনাই তুলিছিল। ভূপেন, বিষ্ণু, গৌৰীশংকৰ আৰু দুলাল বৰুৱাই শ্বিলং পাহাৰত অসম বিধান সভাত গমগমাই তুলিছিল খাচী অসমীয়া ভাই ভাই, নহয় আমি ভিনপৰ।

সুন্দৰৰ সাধক শিল্পী ৰাভাই গাইছিল— প্ৰেম জীৱন আমাৰ জোনাকভৰা, মাটিৰ সন্তান আমি একেজনী আইৰ ৰহন চৰা। পুহ মহীয়া হাড় কপোৱা জাৰ, বাহিৰত ফৰিংফুটা জোনাক। ৰাভাই প্ৰথম প্ৰেমৰ ৰাগীত, প্ৰথম প্ৰণয়ৰ প্ৰেয়সীৰ চিৰবিদায় মুহূৰ্তত দৰদী শিল্পী প্ৰাণে ৰচিছিল— কিবা যেন আজি নাই। আছে হুমুনিয়াহ, হতাশ হিয়াৰ। করুণ বিননি হায় হায়। মেলি ধুমুহা তাইৰ কলা চুলিটাৰ। লুকাই তৰা জোন কৰে যেন এন্ধাৰ।





কতেনো বা অকৰুণ সেই কাৰাগাৰ। য'ত মোৰ প্ৰিয়া আছে মোৰ হিয়াত নাই?

লখিমপুৰৰ ৰাইজ অসম উপত্যকাৰ শ্ৰদ্ধেয় ৰাভাপ্ৰেমী জনগণে ৰাভাদেৱক সোঁৱৰণ কৰি তেওঁৰ অ'ত ত'ত সিচৰিত হৈ থকা লেখাসমূহ ইতিমধ্যে বিষ্ণুপ্ৰসাদ ৰাভাৰ ৰচনা সম্ভাৰত থুপাই থোৱা বিষয় প্ৰকাশ পাইছে। ১৯৭৬ চন। কলাগুৰুৰ তেজপুৰ বাণ ৰজাৰ ৰাজধানী বৰ্তমান শোনিতপুৰ আছিল অতি বেছি ঘনিষ্ঠ সম্পৰ্ক থকা ঠাই। ৰাভাৰ কনিষ্ঠা ধৰ্ম পত্নীৰ অশেষ প্ৰচেষ্টাত অৰ্থাৎ মোহিনী ৰাভাৰ কৃতিত্ব বিশেষ প্ৰশংসনীয়। তিনিটা সন্তান, কনকলতাৰ ফালৰ পৰা শ্ৰীহেমৰাজ ৰাভা, অনিন্দ্য সুন্দৰ আৰু মোহিনী বাইদেউৰ পৃথ্বিৰাজক লৈ জীৱন যুদ্ধৰ শেষ অৱলম্বন আছিল বীৰৰ সহধৰ্মিণী-আৰু বীৰ পুত্ৰ তিনিটিকলৈ। সংস্কৃতিৰ বৰ পথাৰত সঁচা হাহাকাৰ।

১৯৮২ চন। ৰাভা ৰচনাৱলী প্ৰকাশৰ মনস্থ কৰা হৈছিল। বহুধা বিভক্ত এগৰাকী ব্যক্তিৰ জীৱনৰ আধালেখা দস্তাবেজ বিচাৰি-খোচাৰি মোহিনী বাইদেৱে অকাতৰে ৰাইজৰ ওচৰত প্ৰাৰ্থনা জনাই কলাগুৰুক এক মৰ্যাদা প্ৰদান কৰিছিল।

বিষ্ণু নামৰ অক্ষৰ বিন্যাস দাঙি ধৰা নহ'ল, ঘাইকৈ সংগীত বিষয়ক— গীত, কবিতা, নাট-নৃত্য, বাদ্য, স্বৰলিপি আদি বিষয়ৰ প্ৰকৃত্বতে শাস্ত্ৰসন্মত অধ্যয়নতকৈও আমি গীত আৰু কবিতাৰ কথা বেছিকৈ চৰ্চা কৰা হৈছে। কাৰণ বিধিসন্মতভাৱে স্বৰলিপিৰ সুৰেইহে ৰাভাৰ প্ৰকৃত সুৰ হ'ব লাগে। বহু কষ্ট কৰি, জেইল খাটি, উজাগৰে থাকি উপবাসী হৈ বিষ্ণু জ্ঞানেৰে এজন প্ৰকৃত অস্তিয়ে মজ্জাই সুৰৰ দেউলৰ সাধক আছিল ৰাভা। স্বয়ং কৃষ্ণ ভক্তি প্ৰেমত শংকৰদেৱক ধ্যান কৰি এক বিশেষ বৈশিষ্ট্য চানেকিৰে অসমৰ কালজয়ী সন্তান বিষ্ণু ৰাভা আজি কিমান ৰাতি।

আনকি শংকৰদেৱৰ বৰগীতৰ ওপৰতো ৰাভাই বিশেষ চৰ্চা কৰিছিল। নৃত্য সাধক হিচাপে অসমৰ অদ্বিতীয় খ্যাতিসম্পন্ন ব্যক্তি বিশেষ। জীৱন ক্ষন্তেকীয়া কালৰ বুৰঞ্জীৰ কীৰ্তি চিহ্ন ৰাখি থৈ গ'ল অসমৰ তিনিগৰাকী ব্যক্তিয়ে। তেওঁলোক হ'ল বিষ্ণুপ্ৰসাদ ৰাভা, জ্যোতিপ্ৰসাদ





আগৰৱালা আৰু পাৰ্বতী প্ৰসাদ বৰুৱা। কি যে অনন্য সুৰ 'লুইতৰ আকাশত তৰাৰ ধেমালিৰে'। শাস্ত্ৰীয় সংগীতৰ কালজয়ী খ্যাতি ৰাখি গ'ল তাক ভাবিলে ভক্তিত মুৰ দো খাই যায়।

অৱশ্যে বিষ্ণুপ্ৰসাদ ৰাভাৰ ৰোমাণ্টিক গীতসমূহো প্ৰাণ মোহিত কৰা ছন্দভৰা শব্দালংকাৰ। উপমা বৈচিত্ৰ্যৰে ভৰপূৰ। ৰাভাৰ এককভাবে সমস্ত সাধনাৰ গুৰিতে হ'ল সমাজ ৰাষ্ট্ৰৰ, লোকজীৱনৰ সুখ-দুখ, হাঁহি অশ্ৰুৰে ভৰা গীতৰ ধৰণ-কৰণো নাট্য শাস্ত্ৰ সন্মত।

চতুৰংগ ঃ চতুৰংগত চাৰিটা কলি থাকে। চতুৰংগ ত্ৰিবতেই কেৱল এটা অধিক কলিত সৰগম থাকে। ইয়াৰ প্ৰথম কলিত অস্থায়ী 'চতুৰংগ' শব্দটি প্ৰথমে প্ৰয়োগ কৰা হয়।

বিষ্ণুপ্ৰসাদ ৰাভাৰ গীতৰ অমৰ সংযোজন কৰা সহজ নহয়। মাথো জীৱন চানেকি দৃশ্যপট চমুকৈ বৰ্ণনা কৰা হ'ল।◀◀



# বিষ্ণু ৰাভাৰ গীত ঃ এটি মূল্যায়ণ

*অশ্বিনী কুমাৰ শৰ্মা*

অসমৰ এগৰাকী অন্যতম প্ৰবাদ পুৰুষ স্বৰূপ বিষ্ণু প্ৰসাদ ৰাভা আছিল একেধাৰে ৰাজনীতিবিদ, গায়ক, গীতিকাৰ, চিত্ৰশিল্পী, নৃত্যবিদ, খেলুৱৈ, অভিনেতা, সুবক্তা, সাহিত্যিক, নাট্যকাৰ, মঞ্চ পৰিচালক আৰু সুন্দৰৰ পূজাৰী। তেওঁৰ গীতসমূহ অসমীয়া সংগীত জগতৰ এক অমূল্য সম্পদ, যাৰ বৈশিষ্ট্য আৰু সমৃদ্ধিয়ে স্বেচ্ছাই "ৰাভা সংগীত" বুলি একক পৰিচয় লাভ কৰিছে। এইবোৰ অসমীয়া সাহিত্যৰো অনুপম সম্পদ। এহাতে ষ্ট্যানগান আৰু আনহাতে কলম ধৰা ৰাভাৰ এয়া হ'ল অসমৰ সৃষ্টি।

বিষ্ণু ৰাভাই গীত গোৱা আৰু গীত ৰচনাৰ আত্মিক প্ৰেৰণা লাভ কৰিছিল প্ৰকৃততে সৰুকালিৰ পৰিৱেশৰ পৰা। তেওঁৰ দেউতাকে শাস্ত্ৰীয় সংগীতৰ ৰাগ-ৰাগিনী জানিছিল আৰু গাইছিল। কীৰ্তন-দশম আদি পুথিত সুৰ লগাই গাইছিল। দেউতাকে নিজে চেতাৰ বজাবও জানিছিল। ককায়েক গোলাপ ৰাভাই বাণ ৰংগমঞ্চত নেপথ্য কণ্ঠশিল্পী হিচাপে প্ৰায়েই নাটক আদিত যোগদান কৰিছিল। ভায়েক ৰঞ্জিত ৰাভাও আছিল সুদক্ষ চিত্ৰশিল্পী। ৰাভাদেৱে ঢাকাত থাকোতেই সংগীতৰ শিক্ষাও গ্ৰহণ কৰিছিল গৃহ শিক্ষক কালাচান্দৰ পৰা। তাৰোপৰি গহৰজান বিবি, মোতি মিঞা আদিয়েও তেওঁক সংগীত শিক্ষাত সহায় কৰিছিল। তেজপুৰতো তেওঁ শাস্ত্ৰীয় সংগীতৰ চৰ্চা কৰিছিল। বৰপেটাত থকা সময়ছোৱাত হৰমোহন গায়নৰ অধীনত ৰাভাই শিকিছিল বৰগীত। অতি নিষ্ঠা, ঐকান্তিকতা আৰু সাধনাৰে তেওঁ এইবোৰ আয়ত্ত কৰি সংগীত-নৃত্য বিশাৰদ হৈছিল আৰু স্বতঃস্ফূৰ্ত্তভাবেই গীত ৰচনা কৰিবলৈ লৈছিল। অসমীয়াৰ উপৰিও বঙালী, হিন্দী, ইংৰাজী, বড়ো, ৰাভা, মিকিৰ, মিৰি, ভূটীয়া, নগা, খাচী, মিজো, মনপা, মণিপুৰী, কুকি, নেপালী আদি ভাষাতো তেওঁ গীত পৰিবেশন কৰিব পাৰিছিল। মাজে সময়ে কানাড়ী ভাষাতো গীত গাইছিল। বিভিন্ন ভাষাত থকা এনে ব্যুৎপত্তিৰ বাবেই তেওঁ শান্তি নিকেতনত ফুটবল খেলিবলৈ গৈয়ো উক্ত ভাষাসমূহেৰে গীত গাই শ্ৰোতাক মন্ত্ৰমুগ্ধ কৰিব





পাৰিছিল। সেয়েহে “পশ্চিমবংগ সাহিত্য সন্মিলনে” তেওঁক “গুৰুদেৱ” আখ্যাৰে বিভূষিত কৰি গুণীৰ গুণ স্বীকাৰ কৰিছিল। অসম সাহিত্য সভায়ো তিনিচুকীয়া অধিবেশনত তেওঁক সংগীত শাখাৰ সভাপতি পদত অধিষ্ঠিত কৰি উপযুক্ত সন্মান প্ৰদৰ্শন কৰিছিল।

কলিকতাৰ “চেনোলা” আৰু “এইচ্. এম. ভি.” ৰেকৰ্ড কোম্পানীয়ে তেওঁৰ ৰচিত গীতৰ কেইখনমান ‘ৰেকৰ্ড’ কৰিছিল। ৰাভাৰ কণ্ঠ ৰেকৰ্ডিঙৰ উপযোগী নোহোৱাত তেওঁৰ সুৰত গীতবোৰ আনৰ কণ্ঠেৰেই পৰিবেশিত হৈছিল। নিজৰ পৰিচালনাত ‘বেউলা’, ‘নৰকাসুৰ’ আদি নাটিকাবোৰ ‘ৰেকৰ্ড’ কৰাৰ দৰে ৰাভাৰ এই গীতবোৰো তেওঁৰ পৰিচালনাতে ‘ৰেকৰ্ড’ বা বাণীবদ্ধ কৰা হৈছিল। সেইবুলি ৰাভাই মঞ্চত বক্তৃতাৰ মাজতে কেতিয়াবা কেতিয়াবা নিজ কণ্ঠেৰে গীত নোগোৱাকৈ থকা নাছিল। গোৱালপাৰাৰ লক্ষীপুৰৰ কৃষ্টি সভাত দিয়া ভাষণ প্ৰসংগত গোৱা লোকগীত এটি তেতিয়া মানুহৰ মুখে মুখে ইমান জনপ্ৰিয় হৈ পৰিছিল যে তাক সৰু সৰু ল’ৰা-ছোৱালীবোৰৰ মুখে মুখে শুনিবলৈ পোৱা গৈছিল— “ভেকুলী কান্দে টৰাত্ টৰাত্ চাপ্ৰা মাটিৰ তলোত, দুখীয়া মানুহৰ ছাৱাই কান্দে ছিঁৱা কাঁথাৰ তলোত।” বেলশৰৰ আন এখন সভাত বক্তৃতা দি গোৱা তেওঁৰ সেই গানটোত হৃদয়ৰ অমিয়া সনা আছিল ঃ “এটুপি চকুলো মোৰ যে কেৱল, সেয়ে মোৰ তাজমহল।” এনেদৰে সভাই সমিতিয়ে গোৱা “প্ৰাণ গ’লেও ধান নিদিওঁ, ধান নিদিওঁ” আদি গীত কৃষক শ্ৰমিক সমাজৰ বৰ প্ৰিয় আছিল। অসমীয়া, বড়ো আৰু আন আন ভাষাত লিখা প্ৰায় তিনি শতাধিক গীত তেওঁৰ অমৰ সৃষ্টি।

অসমীয়া সংগীত জগতলৈ চকু ফুৰালেই শংকৰদেৱ-মাধৱদেৱৰ পাছতেই জ্যোতিপ্ৰসাদ, বিষ্ণুপ্ৰসাদ আৰু ভূপেন হাজৰিকাৰ গীত আমাৰ চকুত জিলিকি উঠে। জ্যোতিপ্ৰসাদৰ সুবিমল জ্যোতিয়ে যেনেকৈ অসমীয়া জাতিক নতুন প্ৰেৰণা যোগালে, বিষ্ণু ৰাভাৰ অনাবিল আভায়ো আমাক নবীন পথৰ সন্ধান দিলে। সচাঁকৈয়ে জ্যোতি আৰু বিষ্ণু অসমৰ আকাশত দুটি উজ্জ্বল নক্ষত্ৰ। জ্যোতি আৰু বিষ্ণুৰ স্বৰূপাৰ্থত সম্পূৰ্ণ মিল নাথাকিলেও উভয়ে গীতৰ মাজেৰে সুন্দৰৰ আৰাধনা কৰি এখন পৱিত্ৰ নিভাঁজ সমাজ প্ৰতিষ্ঠাৰ প্ৰতি মন দিছিল। কোনো কোনোৱে সেয়ে জ্যোতি-বিষ্ণুক শংকৰ-মাধৱ আখ্যা দিয়ে।





ৰাভাই নিজকে জ্যোতিৰ অনুজ বুলি জ্ঞান কৰিছিল। তেওঁ কৈছিল— "জ্যোতি অসমীয়াৰ হৃদয়ৰ অমৰ জ্যোতি।" ৰাভাই কবিতাত জ্যোতিক "সিদ্ধ তাপস কুমাৰ, ৰূপ সাধক দধীচি জ্যোতিষ্মান" বুলি অভিহিত কৰিছে। গুণীৰ মোল বুজা শিল্পীগৰাকীয়ে তৰুণৰাম ফুকনক সুৱঁৰিও কৈছিল— "গোটেই দেশৰ তৰুণ দলৰ তাতেই পাবা প্ৰাণ/সেই পৰাণৰ পৰশ লগাই হোৱা শক্তিমান।" জ্যোতিপ্ৰসাদে যেনেদৰে প্ৰাচ্য-পাশ্চাত্য সুৰৰ সমন্বয় সাধন কৰিছিল, ৰাভাদেৱেও মাৰ্গীয় সংগীতৰ সুৰৰ লগতে জাতীয় জনজাতীয় সুৰ বুটলি, তাক সংগীত আৰু নৃত্যত প্ৰয়োগ কৰি নতুনত্ব আনিছিল। গীতত তেওঁ নিজেই সুৰ আৰোপ কৰিছিল। গীতৰ মাজেৰে নতুনত্ব আনিব বিচৰা দুয়োগৰাকী প্ৰবাদ পুৰুষৰ ৰচনা সেয়ে সমসুৰীয়া। ৰাভাই গাইছিল— "সুৰৰে দেউলৰে ৰূপৰে শিকলি/ভাঙি দিলি খুলি দুৱাৰ সোণোৱালী/পূজাৰী অ' পূজাৰী/যাউতিযুগীয়া বৰগীত অমিয়া/বনগীত সুৰীয়া প্ৰাণ মন ভৰি/...ৰাগৰে মূৰতি উটি ভাহি ফুৰে/পূজাৰী অ' সুন্দৰ পূজাৰী।" জ্যোতিৰ দৰেই তেওঁ বিয়াগীত বৰগীতৰ সুৰ ভাল পাইছিল। ইফালে মাৰ্গীয় সুৰৰ ৰাগ-ৰাগিনীকো আন্তৰিক শ্ৰদ্ধা কৰিছিল। "এয়ে মোৰ শেষ গান, কল্যাণ খৰমান" বুলি ৰোগশয্যাত লিখা তেওঁৰ শেষ গানত কৰা ৰাগৰ উল্লেখে এই কথা প্ৰতীয়মান কৰে। তেওঁৰ প্ৰিয় ৰাগ আছিল কল্যাণ আৰু তোড়ী। গীতৰ ভাষা ভাৱৰ পূৰ্ণবাহক।

ৰাভাই গীত ৰচনা কৰিছিল শোষিত-পীড়িতৰ মুক্তিৰ হ'কে মাত মাতি। তেওঁ কৈছিল— "নিচলা আইৰে আমি খাটি অসমীয়া/শেষৰ যুদ্ধৰ আমি ৰণুৱা/পৃথিৱীৰ হালোৱা হজুৱা/হ'ম বিজয়ী আমি দুখীয়া/ক'ত ৰবি ধনী এইবাৰ?" "মোৰ জীৱনৰে ইন্দ্ৰধনু গঢ়িম" বুলি ভবা ৰাভাৰ আছিল শংকৰ-মাধৱৰ প্ৰতি অগাধ শ্ৰদ্ধা। সেয়ে তেওঁ তেওঁলোকৰ কীৰ্তিৰাজি গীতেৰেই অসমীয়াক সোঁৱৰাই দিবলৈ পাহৰা নাই। সংগীত আছিল ৰাভাৰ প্ৰাণ, শিৱ আছিল তেওঁৰ ধ্যান। নৃত্য আছিল তেওঁৰ ভাবৰ প্ৰকাশ। সেয়ে এন্ধাৰ আঁতৰাই পোহৰ আনিব খোজা শিল্পীগৰাকীয়ে, যিগৰাকীয়ে নাচিছিল তাণ্ডৱ, তেওঁ গাইছিল— "নাচা তমোহৰ দেউ নাচা।" ব্যক্তিগত জীৱনত পোৱা বিফলতা আৰু বিমৰ্ষতায়ো তেওঁৰ মূল লক্ষ্যৰ পৰা কেতিয়াও বিচলিত কৰিব পৰা নাছিল।





সাম্যবাদী সমাজতন্ত্ৰত ভৰসা ৰাখি, পৰাধীনতাৰ চাপে কোঙা কৰা দুখীয়া-নিচলাৰ মানসিকতাৰ উত্তৰণৰ চেষ্টা কৰি তেওঁ সংগীত লিখিছিল, গাইছিল, শেষলৈ ৰাজনীতিতো সন্চালনিকৈ নামি পৰিছিল। ছাত্ৰাৱস্থাতে ৰিজেণ্ট হাট্‌চিনচন আৰু দেৱান খাচ্‌গীৰৰ বিৰুদ্ধে কোচবিহাৰৰ ৰাজভৱনৰ চৌহদৰ পদূলিমুখত ৰাভাই নিজে লিখা বিদ্ৰোহাত্মক বাণীয়েই তেওঁৰ বিদ্ৰোহী আত্মাৰ চিন্তন আৰু চিএৰ প্ৰকাশ কৰিছিল। উচ্চ-নীচ আৰু ধনী-দুখীয়াৰ ভেদপূৰ্ণ শোষক-পুঁজিপতি শ্ৰেণীয়ে কেনেদৰে দৰিদ্ৰ জনসাধাৰণক তিলে তিলে শোষণ কৰি নিজৰ গাদী মজবুত কৰিছে, তাৰ প্ৰতিচ্ছবি আৰু তাৰ প্ৰতি কৰা কটাক্ষ ৰাভাদেৱৰ গীতত স্পষ্টভাৱে ধ্বনিত হৈছে— "গৰীব হিয়াৰ অলেখ প্ৰদীপ জ্বালি/ধনীয়ে পাতে দীপালী/ক'ত ব্যথিতৰ হিয়াই হিয়াই/প্ৰলয় নাচোন শিখাই শিখাই/ছাই কৰি নিছে এই মহাপাপ/তপত ৰুধিৰ ঢালি।" নিজেই কৃষক-শ্ৰমিকৰ বিপ্লৱৰ পুৰোধা হৈ তেওঁ কৈছে— "ব'ল ব'ল ব'ল কৃষক শক্তি দল/অ' বনুৱা, সমনীয়া/আগবাঢ়ি যাওঁ ব'ল।/জাগ্ জাগ্ জাগ্ মজদুৰ নব জোৱান/নিৰ্যাতিত নিপীড়িত কৃষক শক্তিমান/ তোৰ বাহুতেই আছে লুকাই/অসীম শক্তিৰ দল।" আকৌ— "অ' বনুৱা, সমনীয়া আগবাঢ়ি যাওঁ ব'ল/আমি খুৱাওঁ বিশ্ববাসীক মাটি ফালি ধান/আমি দেখাওঁ ধনীক শ্ৰেণীক অস্ত্ৰ শক্তিমান/কাৰখানা-কল আমাৰ সৃজন পথাৰ সুবহল/ তেওঁনো কিয় আমাৰ এনে আটল-বিলৈ হ'ল।" দুখীয়া-শোষিতৰ প্ৰাণৰ উমান পোৱা, তেওঁলোকৰ দুখক নিজৰ দুঃখ বুলি লোৱা এইগৰাকী শিল্পীপ্ৰাণেই এবাৰ কৈছিল— বৰ দৰদেৰে, বৰ সৰলতাৰে— "মই এজন শিল্পী, মোৰ তুলিকা নাই; মই এজন সাহিত্যিক, মোৰ কিতাপ নাই; মই এজন লিখক, মোৰ কলম নাই; মই এজন বাদক, মোৰ বাদ্য নাই; মই সৰ্বস্বান্ত, সৰ্বহাৰা।" এনে বাণী এনে প্ৰকৃত মহানজনৰ প্ৰকৃত সৰ্বহাৰাৰ মুখতেই শুৱায়। অতুল ঐশ্বৰ্যৰ মালিক হৈয়ো সকলো ত্যাগ কৰি ৰাভা আছিল এই শ্ৰেণী লোকৰ পৰম বান্ধৱ।

তেওঁ "পৰ জনমৰ শুভ লগনত, যদিহে আমাৰ হয় দেখা/পূৰাবানে প্ৰিয়ে এই জনমৰ, মোৰ হিয়াৰ অপূৰ্ণ আশা" বুলি একেবাৰ ব্যথিত হৈয়ো ব্যক্তিগত জীৱনত আশাবাদী হোৱাৰ দৰে, সামাজিক জীৱনতো তেওঁ প্ৰতিশ্ৰুতিবদ্ধ এই বুলি— "ছিণ্ডিম ছিণ্ডিম প্ৰিয়ে প্ৰণয়ৰ ডোল/তুমি শোষিতৰ মহা বিজয়ৰ





ৰোল/বিপ্লৱী সাজে যাম আগুৱাই।" তেতিয়াহে যেন "উঠিব উথলি হিয়া, বহু দুখীয়াৰ।" তেওঁ উপলব্ধি কৰিছিল— "ৰাইজেই ৰজা মোৰ, প্ৰজায়েই ৰজা মোৰ, সুখৰে পঞ্চায়ত ৰাজ।" তেওঁ আহ্বান জনাইছিল উঠি অহা নবীন চামক— "উঠিছে নবীন সূৰ্য্য, বাজিছে বিজয় তুৰ্য্য" ..."জুমে জুমে আহ কেঁচাসোণ", "নতুন সুৰুযে দিয়ে দেখা/ৰাঙলী বোলৰ পোহৰত দেখোঁ/মুকুতিৰ পথৰেখা।" দলিতৰ জয় বিচৰা এইগৰাকী শিল্পীয়ে মৃত্যুলৈ ভয় নকৰি সেয়ে গাব পাৰিছিল— "তেজৰ বোলেৰে লিখি যাম ইতিহাস/মচি যাম দীন সমাজৰ হীন পৰিহাস।" ৰণৰ শিঙা বজাই সাম্য-মৈত্ৰী-শান্তি প্ৰতিষ্ঠা কৰিব বিচৰা গীতিকাৰ গৰাকীয়ে সেয়ে গাইছে— "কপৌৰ ঠেঙত আঁৰি শান্তিৰ বা-বাতৰি/কলা মেঘৰে বুকুত উৰুৱাওঁ।" সশস্ত্ৰ বিপ্লৱত বিশ্বাস ৰখা ৰাভাই ৰণশিঙা বজাই ঘোষণা কৰিছিল— "অস্ত্ৰ তোমাৰ দা, জোং, হাল, কোৰ/যাঠি-কুঠাৰ বজ্ৰবান/চলোৱা বিপ্লৱ অভিযান/গঢ়া নকৈ বিশ্ব স্বৰ্গমান। ৰাইজেই ৰজা" মন্ত্ৰ বলেৰে "হোৱা আগুৱান" বুলি তেওঁ বৃটিচ চৰকাৰক ওফৰাবলৈ সকলোকে সজাগ কৰি দিছিল গীতৰ ভাষাৰেই— "ভাং ভাং ভাং পোহাৰ শিকলি ভাং/চিং চিং চিং দাসৰ বান্ধোন চিং।" নিৰ্যাতিত জনতাক সকীয়াই তেওঁ গাইছিল— "আগবাঢ়ি ব'ল ভাঙি-চিঙি জুলুমবাজীৰ জাল/নকৰিবি ভয়, ব'ল হই শোষণবাদীৰ কাল।" তেওঁ আছিল প্ৰকৃততে তেওঁৰ গীতৰ ভাষাৰেই "বিপ্লৱ পথৰে যাত্ৰী আমি, সৰ্বহাৰাৰে মুক্তিকামী"। তেওঁৰ লক্ষ্য আছিল— "চূৰ্ণ কৰিম আমি সংগ্ৰামী, দৰ্প ধনীৰ/পণ আমাৰ হুচিয়াৰ, হুচিয়াৰ"। অকৃত্ৰিম দেশ প্ৰীতিৰ সুৰ আৰু সংগ্ৰামী বিপ্লৱী মনোভাবেই তেওঁৰ গীত তথা কবিতাসমূহৰ চালিকা শক্তি বা কেন্দ্ৰ বিন্দু।

অন্য বহু কবি-গীতিকাৰৰ দৰে জীৱনৰ প্ৰথমাবস্থাত প্ৰেম-প্ৰীতিৰ কথাই তেওঁৰ কবিতাত ঠাই পাইছিল যদিও ব্যক্তিগত প্ৰেমক তেওঁ আগস্থান দিয়া নাই। বনগীত-বিয়াগীতৰ সুৰাৰোপিত "নাহৰ ফুলে নুশুৱায়" গীতটোত আই অসমীৰ ৰূপ বন্দনা কৰি "হিয়া ফালি উলিয়াম/পিন্ধাম তেজাল মণি মোৰ" বুলিও কৈছে। তেওঁৰ ৰোমাণ্টিক উচ্ছাস সনা গীতবোৰৰ ভাষা মসৃণ আৰু চিত্তাকৰ্ষক যদিও বিপ্লৱী সুৰৰ গীতবোৰত তেওঁ মোলায়েম কাব্যিকতাক কটাক্ষপাত কৰি বক্তব্য বিষয়কহে স্পষ্ট আৰু বাস্তৱ ৰূপত প্ৰস্ফুটিত কৰাৰ প্ৰয়াস দেখিবলৈ





পোৱা যায়। তেওঁ এটি গীতত কৈছে— "আৱাহন কৰে যদি মোক জনতাই/প্ৰণয়ৰ বাহুডোল চিঙি এৰুৱাই/যাম সেই সমদল স'তে আগুৱাই/বিপ্লৱৰ অগনি জ্বলাই।" সেয়ে তেওঁ সঁচা শিল্পী। সহজ-সৰল ভাষাৰ মাজতে তেওঁৰ আছে তেজোদ্দীপ্ত সুৰ। গীতৰ দৰে অন্য লেখাতো তেওঁৰ দেখা যায় বিপ্লৱ বা বিদ্ৰোহৰ ফিৰিঙতি, নৈসৰ্গিক বৰ্ণনা, চিত্ৰধৰ্মিতা আৰু সমাজবাদী চিন্তাধাৰাৰ প্ৰতিফলন। স্বদেশ আৰু নিজৰ ওপজা ঠাইৰ প্ৰতি তেওঁৰ অনুৰাগ অসীম। জন্মস্থান তেজপুৰৰ ঐতিহ্য সুঁৱৰি তেওঁ লিখিছিল— "তেজ ৰাঙলী শোণিতকুঁৱৰী/গঢ়িলোঁ তেজেৰে/হৃদয় ফালি শোণিত ঢালি/ৰঙা টোপালেৰে।"

ৰাভাৰ ৰচিত বহুতো গীত তেওঁৰ যাযাবৰী জীৱনত অ'ত-ত'ত নষ্ট হ'ল। বহুতো গীত মৌখিক ৰচনাতে লোপ পালে। পুলিচী খানাতালাচীতো বহুতো সাহিত্য সম্ভাৰ লোপ পালে। সুখৰ কথা যে ৰাভাৰ গীতৰ "লং প্লেয়িং ৰেকৰ্ড" আমাৰ কাণত বাজিছে। ৰাভাদেৱৰ সমগ্ৰ ৰচনাৱলীত সমূহ গীত একত্ৰে উদ্ধাৰ হোৱাটো আৰু বৰ্তমানৰ ৰাভাৰ ৰচনা সমগ্ৰত পুনৰ আহৰিত গীত প্ৰকাশ পোৱাটো একান্ত কাম্য। ৰাভাই জ্যোতিপ্ৰসাদৰ ভালেমান গীতৰ স্বৰলিপি কৰিছিল বুলিও শুনা যায়। সেইবোৰো অপ্ৰকাশ হৈয়ে ৰ'ল। ৰবীন্দ্ৰ নাথ ঠাকুৰৰ গীত গাই ভালপোৱা ৰাভাদেৱৰ প্ৰাণেই আছিল গীতিময়। অসমীয়া কৃষ্টি-সংস্কৃতিৰ বৰপুত্ৰ, সত্ৰীয়া সংগীত-নৃত্যৰপৰা জাতীয়-জনজাতীয় সুৰ সাধনাৰ একনিষ্ঠ সেৱক, আমেৰিকাৰ গায়ক পল ৰবচন বা চিলিৰ কবি পাবলো নেৰুডাৰ দৰে জনমুখী শিল্পী, পাণ্ডিত্যত "অসমৰ ৰাহুল সংস্কৃত্যায়ন" বুলি খ্যাত আৰু চিত্ৰবিদ্যাত ইটালীৰ লিওনাৰ্ডো দা ভিঞ্চি স্বৰূপ, উৰ্দু কবিৰ (চুফী দৰ্শনৰ) "ইনচান-এ-কামিল" বা "জগতৰ পূৰ্ণমানৱ" (ড° সুনীতি চট্টোপাধ্যায়ৰ ভাষাত) ৰাভাদেৱৰ গীত বা কবিতাসমূহ চিৰদিনৰ কাৰণে প্ৰাণ উদ্দীপক আৰু সেউজবুলীয়া। ভূপেন্দ্ৰ সংগীত, জ্যোতি সংগীতৰ দৰেই বিষ্ণু ৰাভাৰ সংগীতেও "ৰাভা সংগীত নামেৰে স্বকীয় বৈশিষ্ট্য ৰক্ষা কৰি যুগৰ বাৰ্তাবাহক হিচাবে জাতিৰ কাণত অমৃত বৰষি আছে ইয়াৰ সুৰেৰে, ছন্দেৰে, লয়েৰে, ভাষাৰে, কথাৰে।



# কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ দেৱোপম ব্যক্তিত্বত এভুমুকি

ভুবনেশ্বৰ ডেকা

জীৱনৰ ব্যাখ্যা সম্বলিত মহাজীৱনৰ মহাকাব্যস্বৰূপ মহৎ গ্ৰন্থ 'শ্ৰীমদ্ভাগৱত গীত'ৰ ষোড়শ অধ্যায়ৰ প্ৰথম তিনিটা শ্লোকত একুৰি ছটা দিব্য গুণৰ উল্লেখ আছে, যিবোৰ মহৎ গুণ দেৱোপম প্ৰকৃতিৰ দেৱতুল্য পুৰুষৰ চৰিত্ৰত পোৱা যায় বুলি ভগৱান শ্ৰীকৃষ্ণই প্ৰসঙ্গক্ৰমে অৰ্জুনৰ আগত উল্লেখ কৰিছে। শ্ৰীমদ্ভাগৱত গীতাৰ সেই বিশেষ শ্লোক তিনিটাৰ উদ্ধৃতিৰে উক্ত গুণ সমূহৰ আভাই অত্যুজ্জ্বল কৰা ৰাভাৰ দেৱোপম ব্যক্তিত্বত এটি ভুমুকনি মাৰিব বিচাৰিছোঁ যদিও বিষ্ণু ৰাভাদেৱৰ বহু বৰ্ণিল বিশাল ব্যক্তিত্বক কোনো তুলাচনীৰে তুলিব নোৱাৰি, কোনো সীমাৰেখাৰে সীমিত কৰিব নোৱাৰি। সেই বিশেষ শ্লোক তিনিটা হ'ল—

অভয়ং সত্ত্ব সংশুদ্ধিৰ্জ্ঞান যোগ ব্যৱস্থিতিঃ।
দানং দমশ্চ যজ্ঞশ্চ স্বাধ্যায়স্তপ আৰ্জবম্।। ১।।
অহিংসা সত্যমক্ৰোধস্ত্যাগঃ শান্তিৰপৈশুনম্।
দয়া ভূতেষু অলোলুপ্তং মাৰ্দবং হ্ৰীৰচাপলম্।। ২।।
তেজঃ ক্ষমা ধৃতিঃ শৌচমদ্ৰোহো নাতিমলিতা।
ভবন্তি সম্পদং দৈৱীমভি জাতস্য ভাৰত।। ৩।।

ভগৱান শ্ৰীকৃষ্ণৰ শ্ৰীমুখ নিসৃত উক্ত শ্লোক তিনিটাত উল্লেখিত এই দিব্য গুণবোৰ হ'ল ক্ৰমে— (১) নিৰ্ভয়তা, (২) আত্মশুদ্ধি (চিত্তৰ শুদ্ধতা) (৩) যোগনিষ্ঠতা, (৪) বদান্যতা (দানশীলতা), (৫) আত্মসংযমতা, (৬) যজ্ঞপৰায়ণতা (৭) অধ্যয়ণশীলতা (বেদাধ্যয়ন) (৮) তপস্যা (স্ব-ধৰ্মপালন), (৯) সৰলতা, (১০) অহিংসা, (১১) সত্যবাদিতা, (১২) ক্ৰোধহীনতা, (১৩) ত্যাগশীলতা, (১৪) শান্তিপৰায়ণতা, (১৫) পৰনিন্দা বৰ্জনতা, (১৬) সমস্ত প্ৰাণীৰ প্ৰতি কৰুণা, (১৭) লোভহীনতা, (১৮) নম্ৰতা, (১৯) কুকৰ্ম





আৰু কুচিন্তাৰ প্ৰতি লজ্জাবোধ, (২০) তেজস্বিতা, (২১) ক্ষমাশীলতা, (২২) ধৈৰ্যশীলতা, (২৩) পবিত্ৰতা, (২৪) ঈৰ্ষাহীনতা, (২৫) মানাভিমান শূণ্যতা, (২৬) সংকল্পবদ্ধতা।

কলাগুৰু বিষ্ণু প্ৰসাদ ৰাভাৰ চৰিত্ৰৰ মাজত এই গুণসমূহৰ এক অভূতপূৰ্ব সমাবেশ ঘটিছিল, যিবোৰে তেখেতৰ ব্যক্তিত্বত এক বিশেষ মাত্ৰা প্ৰদান কৰি ব্যক্তিত্ব সাগৰৰ সমান বিশাল, বৈদগ্ধপূৰ্ণ তথা বৈচিত্ৰপূৰ্ণ কৰি তুলিছিল। তেখেতৰ এই চাৰিত্ৰিক গুণসমূহৰ যৎসামান্য বিশ্লেষণেৰে আমি এই মহান ব্যক্তিজনাৰ বহু বৰ্ণিল ব্যক্তিত্বৰ এটি সামান্য আভাষহে আগবঢ়াব বিচাৰিছোঁ, কিয়নো সীমিত পৰিসৰত সীমিত শব্দৰ মজেৰে এই অতুল প্ৰতিভাধৰ ব্যক্তিগৰাকীৰ ব্যক্তিত্বক তুলি ধৰিব খোজাটো তেনেই বাতুলামি মথোন।

বিষ্ণু ৰাভা সৰুৰে পৰাই নিৰ্ভীক আৰু সাহসী প্ৰকৃতিৰ আছিল। সংঘাতপূৰ্ণ জীৱনৰ অনেক প্ৰতিকূল পৰিবেশৰ মাজতো তেখেতে কেতিয়াও কাৰো ওচৰত ভীত বা সন্ত্ৰস্ত হোৱা নাছিল। কোচবিহাৰৰ ভিক্টোৰিয়া কলেজত ১৯৩০ চনত পঢ়ি থকা সময়তে গান্ধীজীৰ নেতৃত্বত চলা অসহযোগ আন্দোলনৰ প্ৰতি আকৃষ্ট হৈ ব্ৰিটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধাচৰণ কৰি কোচবিহাৰৰ ৰাজকাৰেঙৰ সিংহদুৱাৰত সেই সময়ৰ দুগৰাকী বিশেষ বিষয়াক প্ৰতীকিত কৰি— "ৰাজ্যে আছে দুইটা পাঠা।/একটি কালো একটি সাদা।।/ৰাজ্যেৰ যদি মঙ্গল চাওঁ।/দুইটি পাঠাই বলি দাও।" বুলি পোষ্টাৰ মাৰি আৰু তাৰ পিছত অসীম সাহসেৰে ৰাজকাৰেং আৰু জেনকিন্স স্কুলত উৰি থকা পতাকা উৰুৱাই কলেজৰ পৰা বিতাৰিত হ'বলগীয়া হোৱা কথাটো বহুজন বিদিত।

ৰাভাদেৱৰ অন্তৰ (হৃদয়) নিষ্পাপ শিশুৰ দৰে পবিত্ৰ আৰু আকাশৰ দৰে বিশাল আছিল। তেখেতৰ হৃদয়ত কাৰো প্ৰতি কূটচুট-কপটৰ ভাব নাছিল। ১৯৬৭ চনত ৰাভা নিৰ্দলীয় প্ৰাৰ্থী হিচাবে তেজপুৰ সমষ্টিৰ পৰা জয়ী হোৱাৰ পিছতো তেখেতৰ প্ৰতিদ্বন্দী কংগ্ৰেছ প্ৰাৰ্থীগৰাকীৰ লগত তেখেতৰ সৌহাৰ্দপূৰ্ণ সম্পৰ্ক অটুট আছিল, যি কথাৰ প্ৰমাণ উদাৰচিতিয়া ৰাভাই তেওঁক (প্ৰতিদ্বন্দী প্ৰাৰ্থীগৰাকীক) এক বিশেষ প্ৰসঙ্গত কোৱা কথাৰ পৰাই পোৱা যায়— "আচলতে কি জানা, এম.এল.এ. তুমিহে, মই নামত।" (বিষ্ণু ৰাভাৰ সান্নিধ্যত ঃ বাবুল দাস। পৃঃ ৩১১)। উদাৰ ৰাভাৰ মুখত এনে কথা শুনি সেই প্ৰাৰ্থীগৰাকীয়ে পৰাজয়ৰ গ্লানি





পাহৰি পৰবৰ্তীকালত ৰাভাদেৱক পূৰ্ণ সহযোগীতা আগবঢ়াইছিল, যি কথা বৰ্তমান সময়ত তেনেই কল্পনাতীত। ৰাভা কৃষ্টিৰ পথাৰৰ এগৰাকী সঁচা কৰ্মযোগী। বদান্যতা বা দানশীলতাত তেখেত অদ্বিতীয় আছিল। উত্তৰাধিকাৰী সূত্ৰে বহু মাটি-বাৰীৰ গৰাকী হৈয়ো সেইবোৰ নিজৰ বাবে ৰখা নাছিল। ধন-সম্পত্তি বা খ্যাতিৰ বাবে তেখেতৰ মুঠেও মোহ নাছিল। কেতিয়াবা হাতলৈ বেছিকৈ ধন আহিলেও নিজৰ প্ৰয়োজনৰ বাবে যৎসামান্য ৰাখি সেই ধন আনৰ মাজত বিলাই দিছিল। 'য'তে ৰাতি হয়, ত'তে কাতি হৈ' 'বোহেমিয়ান'ৰ দৰে শিথিল জীৱন-যাপন কৰিলেও নীতি বা আদৰ্শৰ পৰা তেখেত কেতিয়াও বিচ্যুত হোৱা নাছিল, কেতিয়াও অসংযমিতাৰ পৰিচয় দিয়া নাছিল। ৰাভা মুক্তি যজ্ঞৰ এক সুদক্ষ যাজ্ঞিক আছিল। ৰাভাদেৱে 'সোণপাহি'ৰ পাতনিত নিজকে এনেদৰে উল্লেখ কৰিছে— "মুক্তি যজ্ঞৰ সাগ্নিক যাজ্ঞিক; বিপ্লৱ পথৰ নিৰ্ভীক সৈনিক; সেয়ে হ'বৰ সাধনা ......।"

ৰাভাদেৱ এগৰাকী গভীৰ অধ্যয়ণশীল ব্যক্তি আছিল। মহাপুৰুষ শংকৰদেৱৰ পৰম অনুৰাগী ৰাভাদেৱে শংকৰদেৱৰ সমস্ত গ্ৰন্থ গভীৰভাবে অধ্যয়ণ কৰি উদ্বুদ্ধ হৈছিল। গভীৰভাৱে মাৰ্ক্সীয় দৰ্শন অধ্যয়ন কৰি মানুহৰ অসমতা-বিষমতাৰ বিৰুদ্ধে বিষোদগাৰ কৰি নিঃস্ব জনগণৰ মুক্তি নিশ্চিত কৰিব বিচাৰিছিল। প্ৰচলিত অৰ্থত ৰাভা গৱেষক নহলেও তেখেতৰ বহু কেইটি প্ৰবন্ধত গৱেষণামূলক চিন্তাৰ পৰিস্ফুৰণ ঘটিছিল। ৰাভাই বহু ভাষা জানিছিল আৰু বিভিন্ন অমূল্য গ্ৰন্থৰাজি অধ্যয়ন কৰি নিজকে পুষ্ট কৰি তুলিছিল।

সাংস্কৃতিক ক্ষেত্ৰত ৰাভাৰ ভূমিকা সঁচাকৈ তপস্বী সাধকৰ দৰে আছিল। তেখেতৰ চৰিত্ৰত জটিলতা মুঠেই নাছিল। ৰাভা সঁচাকৈয়ে সৰলতাৰ মূৰ্ত্তিমান প্ৰতীক আছিল। সৰলতা, নম্ৰতাই তেখেতৰ ভূষণহীন দেহৰ ভূষণ আছিল। সশস্ত্ৰ বিপ্লৱীৰ ভূমিকাত অৱতীৰ্ণ হ'লেও, Artist in arms হ'লেও তেখেতে কেতিয়াও হিংসাৰ আশ্ৰয় লোৱা নাছিল। তেখেত যোল অনাই সত্য, শিৱ আৰু সুন্দৰৰ সাধক আছিল। ৰাভা মুঠেও ক্ৰোধী প্ৰকৃতিৰ নাছিল। নানা অভাৱ-অসুবিধা, দুৰ্যোগেও তেখেতৰ মুখৰ সেই চিৰাচৰিত হাঁহিটো ম্লান কৰিব পৰা নাছিল। ৰাভাৰ ত্যাগশীলতাৰ কথা সৰ্বজন বিদিত আছিল। জীৱনৰ সকলো সুখ-ঐশ্বৰ্য ত্যাগ কৰি জনকল্যাণকে জীৱনৰ ব্ৰত কৰি যাযাবৰী জীৱন বাচি লৈছিল।





মন কৰা হ'লে তেখেতেও ৰজা-জমিদাৰৰ দৰে জীৱন কটাব পাৰিলেহেঁতেন। ৰাভাদেৱ শান্ত-সমাহিত প্ৰকৃতিৰ সিংহপুৰুষ আছিল। নানা দুৰ্যোগ-দুৰ্বিপাকেও তেখেতৰ মনৰ শান্তি হৰণ কৰিব পৰা নাছিল।

ৰাভাদেৱৰ পৰনিন্দাৰ প্ৰবৃত্তি মুঠেও নাছিল। তেখেতৰ জনৈক গুণমুগ্ধ চন্দ্ৰধৰ গোস্বামীদেৱে 'জনতাৰ শিল্পী বিষ্ণু ৰাভা মানুহজন' শীৰ্ষক নিজৰ প্ৰবন্ধ এটিত এই কথা উল্লেখ কৰিছে এনেদৰে— "মোৰ চ'ৰাঘৰত বহি একেবাৰে নিভৃত অন্তৰঙ্গ আলোচনাৰ সময়তো দেখিছোঁ তেখেতে কাৰো বেয়াটো নকয়। কাৰো প্ৰতি বিদ্বেষ বা বিৰূপ বাক্য ব্যৱহাৰ নকৰে বা কাকো বেয়া বুলি নকয়। ভালটো আলোচনা কৰে।"

প্ৰেম আৰু মানৱতাৰ পূজাৰী ৰাভা সঁচাকৈয়ে এগৰাকী মানৱ দৰদী লোক আছিল। এবাৰ ৰাভাই নলবাৰী জিলাৰ বৰমাৰ ফালৰ পৰা বাছেৰে গৈ থাকোতে আদবাটতে আদহীয়া মহিলা যাত্ৰী এগৰাকীয়ে বাছৰ ভিতৰতে বমি কৰি দিয়াত কাষৰ সহযাত্ৰীবোৰে খঙতে একো নাই হৈ সেই মানুহজনীক বাছৰ পৰা নমাই দিবলৈ পৰিচালকক কৈছিল। অচিনাকী অৱস্থাত থকা ৰাভাই নিজৰ গাৰ এৰিয়া চাদৰখনেৰে গাড়ীৰ চিটৰ বমিখিনি নিজে মচি সেই মানুহগৰাকীক বাকী সহযাত্ৰীসকলৰ কোপদৃষ্টিৰ পৰা মুক্ত কৰিছিল। গন্তব্য স্থান পাই ৰাভা গাড়ীৰ পৰা নামি যোৱাত বাছৰ যাত্ৰীবোৰে চালকৰ মুখে সেইগৰাকীয়েই বিষ্ণু ৰাভা বুলি জানিব পাৰি বিস্ময়ত হতবাক হৈ পৰিছিল।

ৰাভা চিৰদিন এগৰাকী নিৰ্লোভী, নিৰ্মোহী, নম্ৰ আৰু স্থিতধী প্ৰকৃতিৰ লোক আছিল। প্ৰেম আৰু সুন্দৰৰ পূজাৰী বিশেষ ব্যক্তিত্বসম্পন্ন এই মানুহগৰাকীক কোনো কালিমাই পৰশিব পৰা নাছিল। শত অপমান, অপযশ, লাঞ্চনা-গঞ্জনা, অভাৱ-অনাটনৰ মাজতো যাৰ মুখত মিঠা হাঁহি কোনো দিনে মাৰ যোৱা নাছিল। পবিত্ৰ অন্তঃকৰণৰ এই মানুহগৰাকীৰ কোনো দিনে ঈৰ্ষা-অসূয়া-পৰশ্ৰীকাতৰতাৰ ভাব পৰিলক্ষিত হোৱা নাছিল। ধৈৰ্য আৰু ক্ষমা যাৰ শিৰৰ ভূষণ স্বৰূপ আছিল। আশুতোষী প্ৰকৃতিৰ এই গৰাকী সিংহপুৰুষ চিৰদিন মানাভিমানৰ উৰ্দ্ধত আছিল। যাৰ ওজস্বী স্বভাৱ আৰু তেজস্বী ৰূপত মুগ্ধ নোহোৱা কোনো লোক নাছিল। জীৱদ্দশাত যিগৰাকী মানুহ হৈ পৰিছিল অসমৰ সকলো জাতি-জনগোষ্ঠীৰ বাবে আশা-আকাংক্ষা আৰু মিলনৰ প্ৰতীক স্বৰূপ। অনৈক্য





জৰ্জৰিত অশান্ত অসমৰ বাবে যিগৰাকীৰ জীৱনাদৰ্শৰ প্ৰাসঙ্গিকতা আজিও বিশেষ তাৎপৰ্য্যপূৰ্ণ। অসমৰ জাতি-জনজাতিক একতাৰ ডোলেৰে বান্ধি এখন শোষণহীন সুন্দৰ বৰ অসম গঢ়াৰ সংকল্প লৈয়ে অকালতে জীৱন নাট সামৰা সমন্বয়ৰ প্ৰতীক দেৱোপম ব্যক্তিত্বৰ অধিকাৰী এই গৰাকী মহান শিল্পী সাধকৰ জন্ম শতবৰ্ষৰ শুভ লগনত শ্ৰদ্ধাসুমন অৰ্পণ কৰি বেদৰ এফাকি মন্ত্ৰেৰে সামৰিছোঁ—

"যত্তে বিশ্বমিদং জগন্মনো জগাম দূৰকম্।
তত্তে আবৰ্তয়ামসি ইহ ক্ষয়ায় জীৱসে।।"

অৰ্থাৎ— "তোমাৰ যি আত্মা এই নিখিল বিশ্বত ব্যাপ্ত হৈ গৈছে, তাক আমি পুনৰ্বাৰ আহ্বান জনাইছোঁ যাতে সি আমাৰ মাজত পুনৰ বাস কৰে আৰু জীয়াই থাকে।◀◀



# অবিশ্ৰান্ত বিপ্লৱী বিষ্ণু ৰাভা

*গোবিন্দ কলিতা*

অসমীয়া কৃষ্টিৰ মজিয়াত কলাগুৰু বিষ্ণু প্ৰসাদ ৰাভা এটি জ্বলন্ত নাম। সংস্কৃতি, সাহিত্য তথা ৰাজনীতিৰ জগতত বিষ্ণু ৰাভাৰ আৱিৰ্ভাৱ হৈছিল অসমৰ হেৰোৱা ঐতিহ্য পুনৰ ঘূৰাই আনিবলৈ। বিষ্ণুপ্ৰসাদ ৰাভাদেৱে অসমীয়া সমাজৰ প্ৰতিটো কোণতে একোগছি বন্তি জ্বলাবলৈ আহোপুৰুষাৰ্থ কৰিছিল। ৰাভাই প্ৰতিনিধিত্ব কৰিছিল কৃষক, শ্ৰমিক তথা সৰ্বসাধাৰণ ৰাইজক। সেয়েহে ১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰতবৰ্ষ স্বাধীন হ'ল যদিও সৰল হোজা, থলুৱা বনুৱাই ধনী জমিদাৰহঁতৰ পৰা মুক্তি নাপালে। সেয়েহে ৰাভাদেৱৰ মন প্ৰাণ আকৌ বিপ্লৱী হৈ উঠিল। ৰাভাদেৱে দুখীয়া হালোৱাৰ বাবে ৰচনা কৰিলে।

"দুখীয়াৰ কলিজা নিগৰি ল'ব  
টুপি টুপি তেজ শুহি শুহি খাব পিব,  
ৰুকি ৰুকি মঙহ চোবাই খাব,  
কুৰুকি হাড় কেইডালো চোবাব,  
হুচিয়াৰ! হুচিয়াৰ!!  
ধনী। মহাজন।। জমিদাৰ।।  
হুচিয়াৰ! হুচিয়াৰ!!

বিষ্ণু ৰাভাই মাটিৰ মানুহৰ কল্যাণৰ স্বপ্ন দেখিয়েই ধাৰণা কৰিছিল বিদ্ৰোহ, বিপ্লৱী মূৰ্ত্তি, অফুৰন্ত জীৱন তৃষ্ণাৰ লগতে তেওঁৰ আজীৱন সংগী আছিল এক নিৰ্মোহ নিৰ্লিপ্ততা। গ্ৰামোফোন, ৰেকৰ্ড, চিনেমা আদিৰ দৰে গ্লেমাৰ তেওঁৰ নিজৰ আয়ত্বত থকা সত্বেও গ্লেমাৰৰ প্ৰতি তেওঁৰ আছিল সহজাত অনাসক্তি। সেয়েহে অসাধাৰণ প্ৰতিভাৰ গৰাকী ৰাভাই সৃষ্টি কৰি গ'ল সাহিত্য-সংস্কৃতিৰ বুকুত বহতো অমূল্য সম্পদ। বিষ্ণুপ্ৰসাদ ৰাভাই অসমীয়া জনজীৱনৰ প্ৰতিটো খোজতে খোজ মিলাই আগ বাঢ়িছিল দুৰ্বাৰ গতিৰে৷ পদে পদে যদিও তেওঁ দেখিছিল মৃত্যুৰ বিভীষিকা। তথাপি





কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা নিজৰ কাৰ্য্যৰ পৰা অলৰ-অচৰ আছিল। বিভিন্ন ভাষা-ভাষী লোকৰ মাজত সমন্বয় গঢ়ি তুলিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। আজি আমাৰ মাজত এক সন্দেহৰ ভাব বৰ্তমান পৰস্পৰে পৰস্পৰক ভালকৈ নুবুজা বা নজনা বাবেই আজি বৃহৎ অসমীয়া সমাজৰ বিভিন্ন গোষ্ঠীয়ে ইজনে সিজনক দোষাৰোপ কৰি শতৰুক লাই দিছে। সেয়েহে ৰাভাদেৱে অসমীয়া জাতিৰ মাজত যাউতী-যুগীয়া সমন্বয়ৰ সোঁত বোৱাবলৈ লিখিছিল—

জাগিব লাগিব তই কছাৰী, মিকিৰ
খাচী, ৰাভা, গাৰো, মিৰি, কুকি, নগা বীৰ।
খামটি, মিচিমি, আবৰ, লালুং, লুচাই
চিংফৌ, চিনটেং, মণিপুৰী টাই।

এটা জাতিৰ প্ৰাণস্পন্দন হ'ল তাৰ সংস্কৃতি। লোপ পাবলৈ ধৰা বা পাহৰি যোৱা সংস্কৃতিবোৰ বিচাৰি-খুচৰি উলিয়াই আনি বিশ্বৰ দৰবাৰত ৰাভাই প্ৰতিষ্ঠা কৰিছিল। অসমীয়া জাতি-উপজাতিৰ সম্বন্ধ লুইতে বান্ধি দিয়া এই অসমীয়া এনাজৰীডাল যেন আমাৰ মাজৰ পৰা খোল নাখায়, এই আকাংক্ষা বুকুত বান্ধি ৰাভাদেৱে মৃত্যু শয্যাত পৰিও কৈ গৈছিল—"লাখ লাখ বছৰীয়া ভিন ভিন অসমীয়া জাতি-উপজাতি আৰু জনজাতিসকলক বৈচিত্ৰ্যৰ মাজেৰে ঐক্যৰ গাঠনিৰে গাঠি মহান অসমীয়া জাতি হিচাবে পুনৰ বাচিবলৈ দিম আৰু লাখ লাখ বছৰৰ সাধনাৰ ফলত লভা অসমীয়া কৃষ্টি আৰু সংস্কৃতি যাউতীযুগিয়াকৈ ৰচি পুনৰ চিৰউজ্জল কৰি তুলিম।"

ৰাভা আছিল সংগ্ৰামী। অফুৰন্ত দৃঢ়তাৰ প্ৰতীক। অসম আৰু অসমীয়াৰ বাবে সংগ্ৰামী সত্তাৰে পৃথিৱী ৰজনজনাইছিল। ৰাভাদেৱে ডেকা শক্তিক উদ্দেশ্য কৰি লিখিছিল—

শক্তিমান! জাগা! জাগা শক্তিমান
বিশ্বজয়ী ন-জোৱান।



আকৌ ইতিহাসক সোঁৱৰাই দি অসমীয়া ডেকাদলক শত্ৰুৰ বিপক্ষে সাজু হ'বলৈ ৰাভাদেৱে তেওঁৰ কবিতাৰ মাজেৰে লিখিছিল—



অ' অসমীয়া ডেকা দল
আজি তোৰ এই তেজাল বদন
মলিন কিয় হ'ল?
দুৰ্গম সম পাহাৰ গিৰি লম্ভিছিলে ডেকা গিৰি
সুন্দৰ শংকৰে লৰি কৰিছিলে তল
দেখুৱাইছিল জগত জুৰি অসীম বাহুত বল অ'
অসীম বাহুত বল।

ৰাভাদেৱে যেনেদৰে নিছলা, দুখীয়া, কৃষক, বনুৱাৰ দুখত মন-প্ৰাণ অশান্ত হৈ পঠিছিল, যেনেকৈ জমিদাৰৰ তেজৰ টোপাল বিচাৰিছিল, তেনেদৰে প্ৰণয় আৰু চেনেহৰ এনাজৰীও সাজিছিল। ১৯৩৫ চনত অসমৰ সুগায়িকা যোৰহাটৰ প্ৰিয়লতা দত্তই কলিকতালৈ গীত ৰেকৰ্ডিং কৰিবলৈ যাওঁতে তেওঁৰ প্ৰতি আকৃষ্ট হৈ বিবাহ-পাশত আবদ্ধ হৈছিল। কিন্তু বিবাহৰ তেৰমাহ পিছতে ৰাভাৰ প্ৰথমা পত্নী চিৰদিনৰ বাবে ৰাভাক এৰি স্বৰ্গগামী হয়। ৰাভাই শোক সাগৰত ডুবি প্ৰথমা পত্নীক পুনৰ লগ পোৱাৰ আশাৰে লিখিছিল—

পৰজনমৰ শুভ লগনত
যদিহে হয় আমাৰ দেখা
পূৰাবানে প্ৰিয়ে এই জনমৰ
মোৰ হিয়াৰ অপূৰ্ণ আশা।।

কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাই অসমৰ ইমূৰৰ পৰা সিমূৰলৈ কৃষ্টি-সংস্কৃতি আৰু দুখীয়া প্ৰজাৰ মনৰ খবৰ বুটলি ফুৰিছিল। ৰাভা অকল সংগীততে গুৰু নাছিল। কলা আৰু সংগীত ৰাভাদেৱৰ আছিল এটি গুণ। সেয়েহে সংগীত আৰু নৃত্যশিল্পৰ পাৰদৰ্শিতাৰ বাবে কাশী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য সৰ্ব্বপল্লী ৰাধাকৃষ্ণনে বিষ্ণু ৰাভাক 'কলাগুৰু' উপাধি প্ৰদান কৰিছিল। ৰাভাদেৱে নিজে গান ৰচনা কৰিছিল আৰু সুৰ দি গাইছিল। তেওঁ কলাৰ সাধনা কৰিছিল জনগণক শোষণ, বঞ্চনাৰপৰা মুক্ত কৰিবলৈ। ৰাভাদেৱে বুকুত গভীৰ বেদনালৈ দিহিঙে-দিপাঙে ঘুৰি-ফুৰি থাকোতে 'কামাখ্যাপাহাৰৰ নামনিত এটি জুপুৰি ঘৰত





অকলশৰে বাস কৰি থকা অভিনেত্ৰী নিৰুপমা দেৱীক লগ পালে। শিল্পীৰ মৰ্মবেদনাৰে দুয়োৰে মিলন হ'ল। এনেদৰে ৰাভাদেৱৰ জীৱনলৈ আহিল দ্বিতীয় গৰাকী পত্নী।

দিন বাগৰিল। এটা যাযাবৰী জীৱন অতিবাহিত কৰি থাকোতে নলবাৰীৰ ওচৰৰ বেলশৰ গাৱঁত বিবাহপাশত আবদ্ধ হৈ পৰে। ৰাভাৰ তৃতীয়া গৰাকী পত্নী কনকলতা মেধি দুটি পুত্ৰ সন্তান জন্ম দি নিষ্ঠুৰ নিয়তিৰ হাতত পৰাজয় বৰণ কৰি সকলোকে কন্দুৱাই কনকলতাও ইহ সংসাৰৰপৰা গুছি যায়।

সাংসাৰিক জীৱনৰ ৰাভাৰ তাতেই অন্ত নপৰিল। যাযাবৰী ৰাভাৰ জীৱনলৈ শান্তি ঘুৰাই অনাৰ বাবে চতুৰ্থগৰাকী পত্নী গোঁসাইগাঁৱৰ কাষৰ দোফাই নামৰ গাওঁখনত মোহিনীদেৱীৰ সৈতে বিবাহপাশত আবদ্ধ হৈ পৰে। শেষত এইগৰাকী নাৰীয়েই কলাগুৰু বিষ্ণু ৰাভাৰ সৈতে জীৱনৰ শেষ মুহূৰ্তলৈকে অতিবাহিত কৰি থাকে।

এনেকৈ আজীৱন বিশ্ৰামহীনভাৱে হেজাৰ দুঃখৰ মাজেৰে বিষ্ণুপ্ৰসাদ ৰাভাই সৃষ্টি কৰি গ'ল সাহিত্য-সংস্কৃতিৰ বুকুত অমুল্য সম্পদ। সৰ্বশেষত কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ লিখনিৰে সামৰিব বিচাৰিছোঁ।

নোৱাৰোঁ
গোটেই দেশখনত জুই লাগিছে
ৰাজ্যতো হাহাঁকাৰ
জুই! জুই!
ঘৰত জুই! পৰত জুই! জুই! জুই!
ৰাজ্যজুৰি দেশজুৰি অগনিৰ দাবানল।

১৯৬৯ চনৰ ১৯ জুনত নিশা ২-১০ বজাত দুৰাৰোগ্য কেন্সাৰ বেমাৰত জনতাৰ শিল্পী বিষ্ণু ৰাভাই অসম মাতৃক কন্দুৱাই ইহ সংসাৰৰ পৰা চিৰ বিদায় ল'লে। সমন্বয় সংহতিৰ বিষ্ণু ৰাভা আমাৰ মাজত নাথাকিলেও তেখেতৰ আদৰ্শ আৰু সৃষ্টিক আমি পাহৰিলে চৰম ভুল কৰা হ'ব। তেখেতৰ সৃষ্টিসমূহ অসমবাসীৰ প্ৰাণে প্ৰাণে সিঁচৰিত হ'লেহে তেখেতৰ মৃত্যু বাৰ্ষিকী সাৰ্থকতা থাকিব।◀◀



# বিষ্ণুপ্ৰসাদ ৰাভাৰ ৰচনাৰাজিত লোক পৰিবেশ্য কলাৰ পৰিস্ফুৰণ

*দীপামণি বৰুৱা দাস*

অসমৰ সাহিত্য-সংস্কৃতি আৰু জাতীয় জীৱনলৈ যিসকল মহান ব্যক্তিয়ে বিভিন্ন যুগত বহুমুলীয়া অৱদান আগবঢ়াই থৈ গৈছে, সেইসকল মহান ব্যক্তিৰ ভিতৰত কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ স্থান নিঃসন্দেহে অন্যতম। অসমৰ কলা-সংস্কৃতিৰ প্ৰায় প্ৰতিটো দিশতেই তেওঁৰ আছিল অগাধ দখল। বহুমুখী প্ৰতিভাধৰ বিষ্ণুপ্ৰসাদ ৰাভাৰ মাটি আৰু মানুহৰ লগত সম্পৰ্ক অতি নিবিড় আছিল।

ৰাভাৰ ৰচনাৰাজিত লোকসমাজৰ পৰম্পৰাগত লোক-পৰিবেশ্য কলাসমূহ কেনেদৰে প্ৰতিফলিত হৈছে, তাৰ এটি চমু আলোকপাত কৰাৰ প্ৰয়াস কৰা হৈছে।

লোকসংস্কৃতিৰ এটি স্বীকৃত ভাগ লোক-পৰিবেশ্য কলা হ'ল— সংগীত, নৃত্য আৰু লোকনাট্যৰ সমষ্টি। লোকনাট্য যিদৰে গীত আৰু নৃত্যৰ সমষ্টি সেইদৰে লোকগীত আৰু লোকনৃত্যতো নাটকীয় উপকৰণ অংগীভূত হৈ আছে। এটা জাতিৰ শিল্প-চেতনা আৰু মানসিকতাৰ সম্যক পৰিচয় পোৱা যায় লোক-পৰিবেশ্য কলাৰ মাজতে। লোক-পৰিবেশ্যকলাৰ উৎপত্তি আৰু স্থিতি হ'ল লোকসমাজ। লোকায়ত সমাজৰ পটভূমিত জন্ম আৰু বিকাশ হোৱা বাবে লোক-পৰিবেশ্য কলাৰ মাজেদি সামাজিক ৰীতি-নীতি, মানুহৰ ধ্যান-ধাৰণা, আশা-আকাংক্ষা প্ৰতিভাত হৈ উঠে। লোক পৰিবেশ্য কলাই আমাৰ শ্ৰৱণেন্দ্ৰিয় আৰু দৰ্শণেন্দ্ৰিয় উভয়কে পৰিতৃপ্ত কৰে।

অসমৰ লোক-সংস্কৃতিৰ অন্যতম আনন্দদায়ক অংগ পৰিবেশ্যকলাৰ লগত বিষ্ণুপ্ৰসাদ ৰাভাৰ অতি নিবিড় সম্পৰ্ক আছিল। এইখিনিতে উল্লেখ কৰা উচিত হ'ব যে ৰাভা এগৰাকী গায়ক, বাদক, অভিনেতা, নৃত্য বিশাৰদৰ লগতে





লোকসংস্কৃতিৰ এজন অবিসম্বাদী ওজা। অসমৰ প্ৰতিটো জাতি-জনজাতিৰ নৃত্য-গীত আৰু নাট্য সম্পৰ্কে তেওঁৰ অগাধ জ্ঞান আহৰণ কৰিছিল।

ৰাভা নিজে এগৰাকী বড়ো জনজাতিৰ লোক হোৱা বাবে সেইজাতিৰ লৌকিক দেৱতা বাথৌব্ৰাই ৰূপী শিৱ আৰু পাৰ্বতীৰ লোকসমাজত থকা গুৰুত্ব সুন্দৰকৈ উপলব্ধি কৰিছিল। তেওঁৰ হৰ-গৌৰী নৃত্য, তাণ্ডৱ নৃত্য নামৰ লেখা কেইটিয়ে ইয়াকেই প্ৰকাশ কৰে। তেখেতে নিজেই তাণ্ডৱ নৃত্য নাচি বিশ্বক তবধ মনাইছিল। তেওঁৰ পৰ্য্যবেক্ষণত নৃত্যই হ'ল সৰ্বাংগসুন্দৰ আৰু সৰ্বশ্ৰেষ্ঠ নৃত্য। বিশ্বজুৰি নৃত্য, গীত আৰু নাট্যকলাৰ উৎপত্তি আৰু বিকাশৰ ধাৰা দেখুৱাবৰ বাবে মিছৰ, গ্ৰীছ, ভাৰত আদি দেশৰ পৰিবেশ্য-কলাৰ বিষয়সমূহ তেওঁৰ ৰচনাসমূহত সন্নিবিষ্ট কৰিছিল। অসমৰ লোক পৰিবেশ্য কলাৰ ভিতৰত ওজাপালি অন্যতম। ৰাভাই পকোৱা মৌজাৰ আনন্দিৰাম বৰ্মাৰ পৰা তথ্য সংগ্ৰহ কৰি নিজ হাতে প্ৰস্তুত কৰা ওজাপালিৰ মুল পাঠ এখন তেওঁৰ ৰচনাৰাজিত সন্নিবিষ্ট হৈছে।

অসমৰ এক প্ৰধান জনগোষ্ঠী বড়োসকলৰ প্ৰধান উৎসৱ হ'ল 'খেৰাই'। 'খেৰাই' নামৰ ৰচনাখনত ৰাভাই খেৰাই পূজাৰ লগত জড়িত দেৱ-দেৱী, খেৰাই নৃত্যৰ পৰিবেশন পদ্ধতি আৰু অন্যান্য অনুষংগসমূহৰ বিতং বিশ্লেষণ ইয়াত কৰিছে। খেৰাই নৃত্যৰ লগত জড়িত দেওধনী নৃত্যৰ বৰ্ণনাও একেখনি ৰচনাতে ৰাভাই পৰিস্কাৰকৈ দিছে।

মণিপুৰী নৃত্যকলাৰ লগত ৰাভাৰ সম্বন্ধ অতি ঘনিষ্ঠ আছিল আৰু নিজেই মণিপুৰী নৃত্য সুন্দৰকৈ নাচিব জানিছিল। ধৰ্মীয় উপাসনাৰ লগত জড়িত মণিপুৰী 'লাইহাৰওৱা' নৃত্যৰ বিষয়ে কিছু বৰ্ণনা ৰাভাৰ ৰচনাত সন্নিবিষ্ট হৈছে।

'কুমাৰ হৰণ' নাটকত বিষ্ণুপ্ৰসাদ ৰাভাই কৰা চিত্ৰনাট্যত অসমৰ কেইবাটিও পৰিবশ্যে কলাৰ প্ৰয়োগ মন কৰিবলগীয়া। প্ৰাচীন অসমৰ নটীৰ নাচ, ঊষাৰ লাস্যনৃত্য, চিত্ৰলেখাৰ নৃত্য, হৰ-গৌৰীৰ নৃত্যৰ লেখীয়া নৃত্যক স্থান দি ৰাভাই অসমৰ প্ৰাচীন নৃত্য-পৰম্পৰাৰ প্ৰতি পাঠকৰ দৃষ্টি আকৰ্ষণ কৰিছে।



ৰাভাৰ ৰচনাৰাজিত থকা পৰিবেশ্যকলাসমূহৰ ভিতৰত অসমীয়াৰ বিহুনৃত্য, বড়োসকলৰ বৈসাগু নৃত্য, ৰাভাসকলৰ



হানাঘোঁৰা নৃত্যই বিশেষ স্থান লাভ কৰিছে। বৈসাগু উৎসৱ আৰু বড়ো গীত-মাতৰ ভালেমান বৰ্ণনা তেওঁৰ ৰচনাত আছে।

উজনি অসমৰ কছাৰীসকলৰ মাজত একালত বহুল প্ৰচলিত আৰু বৰ্তমানে লুপ্তপ্ৰায় 'বহুৱা বিহু' নামৰ এবিধ আমোদজনক নৃত্যানুষ্ঠানৰ বৰ্ণনা ৰাভাই তথ্যপাতিৰে সন্নিবিষ্ট কৰিছে। এই 'বহুৱা বিহু'ৰ পৰিবেশন পদ্ধতি তেওঁ এনেদৰে বৰ্ণনা কৰিছে—

"এই বিহুত দুজন ডেকাই মুৰত মৰাপাটৰ চুলি, গাত কলপাতৰ চোলা, ককালত ছিৰিলা-ছিৰিলিকৈ ফলা কলপাতৰ থুৰি আৰু ছাগলীৰ মুখা পিন্ধি ঢোল বা মৃদংগৰ ছেৱে ছেৱে তালৰ তালে তালে বিবিধ ভংগীৰে নাচে।"

এনেবোৰ লুপ্তপ্ৰায় লোক পৰিবেশ্যকলাৰ বিৱৰণ বিশ্লেষণ ৰাভাৰ লোকসংস্কৃতিৰ ব্যক্তিত্বৰ স্বৰূপ প্ৰকাশ কৰিছে। ইয়াৰ উপৰিও বৰ্তমান অৰুণাচল প্ৰদেশৰ অন্তৰ্ভুক্ত ছেৰডুকপেন জনজাতিসকলৰ মাজত থকা 'তৰগিয়াপ' উৎসৱৰ ছিৰগীয়াল নৃত্য, লোছাৰ উৎসৱৰ 'চোৱৰী নৃত্য' আৰু 'আঞ্জিলামা নৃত্য'ৰ বৰ্ণনাই ৰাভাৰ ৰচনাত বিশেষ স্থান পাইছে।

'তৰগিয়াম' উৎসৱৰ নৃত্য-গীতৰ উদ্দেশ্য হ'ল অপদেৱতাসকলক আঁতৰাই প্ৰীতিসমৃদ্ধিৰ আশাৰে দেৱতাৰ আশীষলভা। ৰাভাৰ বৰ্ণনাত স্থান পোৱা লোছাৰ উৎসৱ উপলক্ষে ছেৰডুকপেনসকলে পৰিবেশন কৰা নৃত্যানুষ্ঠানসমূহৰ বিশ্লেষণ বিস্তৃতভাৱে আছে। 'চোৱৰী নৃত্য'ৰ গীতত বৰ্ণিত হয় মৃত্যুলোকৰ কাহিনী। এই নৃত্যৰ বাবে নিৰ্দিষ্ট জীৱ-জন্তু বা পশু-পক্ষীৰ মুখা ব্যৱহাৰ কৰা হয়।

অসমৰ জনজাতিসকলৰ মাজত অতি প্ৰাচীন কালৰেপৰা যুদ্ধযাত্ৰা, যুদ্ধজয়, শত্ৰুনিধন, চিকাৰ আদি উপলক্ষে বিবিধ হৰ্ষ-উল্লাসৰ নাচৰ প্ৰচলন চলি আহিছে। এই নৃত্যসমূহ আনন্দ-বিনোদনৰ কাৰণে আৰু কেতিয়াবা যুদ্ধ আৰু জীৱজন্তুৰ দেৱতাক সন্তুষ্ট কৰিবৰ বাবেও কৰা হয়। বিষ্ণু ৰাভাৰ ৰচনাসমূহৰ মাজে মাজে এনে ধৰণৰ নৃত্যাভিনয়ৰ প্ৰসংগয়ো স্থান পাইছে।



অসমৰ বৈচিত্ৰময় এনেবোৰ লোক-পৰিবেশ্য কলাৰ বিৱৰণৰ উপৰিও ধানৰোৱা, ধানদোৱা, নৈ বা বিললৈ যোৱা



আদি লোকজীৱনৰ বিভিন্ন প্ৰসংগত অসমৰ মানুহে শ্ৰম লাঘৱ আৰু জীৱনৰ আনন্দ উপভোগৰ বাবে কৰা বিবিধ নৃত্য-গীতৰ ছেগা-চোৰোগা উল্লেখো বিষ্ণুপ্ৰসাদ ৰাভাৰ ৰচনা সম্ভাৰত সঞ্চিত হৈছে।

এইদৰে ৰাভাই আলোচনা কৰা লোক-পৰিৱেশ্য কলাসমূহে প্ৰমাণ কৰে যে অসমীয়া সংস্কৃতি আৰু ইয়াৰ পৰিৱেশ্যকলা ভাৰতীয় সাংস্কৃতিক সৰম্পৰাৰ উপকৰণ আৰু অসমত সুদীৰ্ঘকালৰে পৰা বসবাস কৰি অহা বিভিন্ন জাতি-জনজাতিৰ সংস্কৃতিৰ মিলন, মিশ্ৰণ আৰু সমাহৰণৰ এক যুগমীয়া ফচল।◀◀



# কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ গদ্যৰীতিঃ এক চমু বিশ্লেষণ

দীপামণি হালৈ

একেধাৰে নিপুন খেলুৱৈ, চিত্ৰশিল্পী, সংগীতজ্ঞ, নৃত্যবিশাৰদ, অভিনেতা, সুবক্তা, বিপ্লৱী বিষ্ণুপ্ৰসাদ ৰাভা অসমীয়া সংস্কৃতিৰ বৰপথাৰত 'কলাগুৰু' ৰূপে খ্যাত। অসমীয়া সংস্কৃতিৰ বৰপুজাৰী ৰাভাদেৱৰ ক্ষেত্ৰত এই উপাধি যোল অনাই খাটে। এনে বহুধা প্ৰতিভাৰ আকৰ ৰাভাদেৱক আমি তেওঁৰ লেখনিৰ মাজেৰে এগৰাকী পৈণত সাহিত্যিকৰূপেও পাওঁ। প্ৰবন্ধ-গীত-কবিতাধৰ্মী ৰচনা, নাটক-গল্প-উপন্যাস, ভাষণ আদিৰ জৰিয়তে ৰাভাদেৱৰ এই পৰিচয় ভাস্বৰ হৈ আছে। প্ৰধানতঃ সৰ্বসাধাৰণ মানুহক জাগ্ৰত কৰি তুলিবলৈ ৰাভাদেৱে গীত-নাটক-প্ৰবন্ধ-উপন্যাসাদি ৰচনাত প্ৰবৃত্ত হৈছিল যদিও প্ৰচাৰমুখী ভাৱধাৰাৰ উৰ্দ্ধত অৱস্থান কৰি সেই ৰচনাসমূহ উৎকৃষ্ট সাহিত্যত পৰিণত হৈছে। অৱশ্যে জনমুক্তি চেতনাক বাদ দিও ৰআভাদেৱৰ আন কিছুমান ৰচনা নথকা নহয়। তাৰ ভিতৰত সংগীত-কলা বিষয়ক, সংস্কৃতি-বুৰঞ্জীবিষয়ক প্ৰবন্ধসমূহে ৰাভাদেৱৰ গভীৰ জ্ঞান-অধ্যয়ণ-অনুসন্ধিৎসু মনোভাৱৰ পৰিচয় দিয়ে। "ৰাভা ৰচনাৱলী প্ৰকাশন সংঘ"ই ৰাভাৰ ৰচনাসমূহ "বিষ্ণুপ্ৰসাদ ৰাভা ৰচনা সম্ভাৰ" প্ৰথম খণ্ড আৰু দ্বিতীয় খণ্ড হিচাবে দুভাগত প্ৰকাশ কৰি উলিয়াইছে।

আমাৰ উদ্দেশ্য ৰাভাদেৱৰ সাহিত্যৰ গুণাগুণ বিচাৰ কৰা নহয়। আমাৰ উদ্দেশ্য হৈছে ৰাভাৰ গদ্যশৈলীৰ ওপৰত আলোকপাত কৰাহে। বিষ্ণুপ্ৰসাদ ৰাভা কেৱল বিপ্লৱীয়েই নাছিল; তেওঁ আছিল এগৰাকী বহুভাষী সুবক্তা। চৰকাৰৰ ৰোষৰপৰা হাত সাৰিবলৈ পাহাৰে-ভৈয়ামে, পৰ্বতে-কন্দৰে, হাবি-বননিয়ে ঘূৰি ফুৰা ৰাভাই অসমীয়া, হিন্দী, বঙলা, ইংৰাজী, বড়ো, মিচিং আদি কেইবাটাও ভাষা ভালকৈ ক'ব জানিছিল





আৰু সমীয়া, বড়ো, ইংৰাজী আদি ভাষাত লেখা-মেলাও কৰিছিল। য'লৈকে গৈছিল ত'তেই ৰাভাই তাৰ জনসাধাৰণক জনসাধাৰণৰ ভাষাৰে আপোন কৰি লৈছিল। স্বাভাৱিকতে ৰাভাৰ গদ্যৰীতিত তেওঁৰ সুনিপুণ বাক-চাতুৰ্যৰ প্ৰভাৱ পৰাটো অৱশ্যাম্ভাৱী।

দৰিদ্ৰ-নিস্পেষিতজনৰ বাবে পৰম সুহৃদ আৰু ধনীক জমিদাৰ শ্ৰেণীৰ বাবে পৰম শত্ৰু আছিল ৰাভাদেৱ। ধনীক শ্ৰেণীয়ে কৰা শোষণ-নিস্পেষণ দেখি ৰাভা ক্ষুব্ধ হৈছিল আৰু দৰিদ্ৰ জনসাধাৰণক সেই শোষণৰ পৰা মুক্তি দিবলৈ উদ্বাউল হৈ পৰিছিল। কিন্তু সাধাৰণ মানুহ এনে শোষণ-নিৰ্যাতনৰ বিৰুদ্ধে নিজৰ শক্তি সম্বন্ধে সচেতন নহয়। সেয়ে ধনীক শ্ৰেণীৰ শোষণৰ নাগপাশৰপৰা মুক্তি পাবলৈ হ'লে প্ৰথমে জনতাক জাগ্ৰত কৰাৰ প্ৰয়োজন আছে। এই জাগৰণ অনাৰ বাবে ৰাভাই উদ্দীপ্ত ভাষণ আৰু কলমৰ্ৰ আশ্ৰয় লৈছিল। ধনীক শ্ৰেণীৰ বিৰুদ্ধে থকা তীব্ৰ ক্ষোভ-ঘৃণা আৰু নিস্পেষিত জনতাক উদ্বেলিত কৰিব পৰা তেজস্বী সুৰ তেওঁৰ গদ্যৰ মাজেৰে অনুৰণিত হৈছে—

"..... আজিও ভাৰত স্বাধীন হোৱা নাই। ইংৰাজ গ'ল, ধনৰাজ হ'ল। আজি কলাধনী আৰু বগাধনীয়ে ভাৰতৰ জনসাধাৰণৰ বুকুত বহি টুপি টুপি তেজ পিছে, ৰুকি ৰুকি মঙহ খাইছে, কুৰুকি কুৰুকি হাড়কেইডালো চোবাইছে। আমি খাটিলোঁ, বিয়াল্লিশ চনৰ আন্দোলনত স্বাধীনতা যুঁজত আমি হালোৱা-হজুৱা, বনুৱা আৰু তল-মজলীয়া খলপৰ দুখীয়া শ্ৰেণীৰ ৰাইজে মিলি কিমান যুঁজিলোঁ, অথচ আমাৰ অঙহী-বঙহী গৰীব ৰাইজে আজি এমুঠি খাবলৈ পায় এমুঠি খাবলৈ নাপায়। অথচ যিসকলে দ্বিতীয় মহাযুদ্ধৰ সময়ত বিয়াল্লিশ চনৰ যুঁজাৰুসকলৰ চোৰাং হিচাবে ধৰাই দিবলৈ সহায় কৰিছিল,..... স্বাধীনতা পোৱাৰ লগে লগে সজা সলাই খহটা খদ্দৰৰ ধুতি-পাঞ্জাৱী আৰু গান্ধী টুপী পিন্ধি আজি তেওঁলোক হৈছে আচল নেতা, আচল দেশসেৱক টকাৰ জোৰত আৰু আমি প্ৰকৃত ত্যাগী, কৰ্মী দেশসেৱক হ'লো বিশ্বাসঘাতক, দেশদ্ৰোহী, সমাজদ্ৰোহী....." (মিচিং কনেঙ— উপন্যাস)



কোমল কঠিনৰ সমাহাৰত ৰাভাদেৱৰ ব্যক্তিত্বই পূৰ্ণৰূপ



পোৱাৰ লেখীয়াকৈ ৰাভাদেৱৰ ৰচনাৰীতিয়েও কোমল-কঠিন ভংগীৰ সংমিশ্ৰণত পৰিপূৰ্ণতা লাভ কৰিছে। বক্তব্যৰে বিপ্লৱৰ অগনি জ্বলোৱা ৰাভাৰ ৰচনা যদি কোনো ঠাইত অগ্নিসম উদ্দীপ্ত হৈ উঠিছে তেন্তে আন এঠাইত সি কাব্যধৰ্মিতাৰ কোমলতাৰে পাঠকক অনিৰ্বচনীয় আনন্দও দান কৰিছে। যথা—

"পাৰ্‌ছলী ধনীয়া দি্‌পলিপ্‌ পাটগাভৰু, চৈধ্য বছৰীয়া চুপহী, অপৰূপ ৰূপহী। ঘন কলা চুলিটাৰী মেলিলে বাঁহৰ গাঁজৰ দৰে নিমজ কলাফুললৈকে পৰে, মেঘালী ডাৱৰ মেলি, কপালখন দেখিলে, মনে হয় পুঁৱতি নিশাৰ সোণালী হেঙুলী বৰণ মিহলা ৰহণেৰে সনা নিকা পূৰবৰ আকাশ....." (মিচিং কনেং— উপন্যাস)

বাক্য সংযোজনাৰ ক্ষেত্ৰত ৰাভাদেৱৰ সিদ্ধহস্ততা চকুত লগা। গল্পই হওক বা প্ৰবন্ধই হওক চুটি চুটি বাক্যৰ প্ৰতি তেওঁৰ বিশেষ দুৰ্বলতা থকা যেন লাগে। বহুসময়ত দুটা, তিনিটা বা চাৰিটা শব্দৰেও বাক্য সাজিছে। নিদৰ্শনস্বৰূপে—

"কলিকতা মহানগৰী। হৰিশ মুখাৰ্জী ৰোড। ধুনীয়া দুখলপীয়া ঘৰ। কোঠালী এটা ধুনীয়া ধুনীয়া চেয়াৰ টেবোল। বাহিৰত জকমকীয়া চাইনবোৰ্ড— Argo picture corporation ; আমাৰে গঢ়া। ..... মনত গৰৱ উপজে। কাকত পত্‌ৰাদি ছপোৱা হয়। ..... ধনৰ পুজি সাং হৈ আছে। ঘৰলৈ চিঠি লিখিলে উত্তৰ নিমিলে। .....পঢ়া লৰাই পঢ়ক, এইবোৰ আকৌ কিহঁৰ ৰং-ধেমালি?....." (বোৱতী সুঁতি)

কৰ্তা-কৰ্ম-ক্ৰিয়া— এয়াই হৈছে অসমীয়া বাক্যৰ ক্ৰম। বিষ্ণুপ্ৰসাদ ৰাভাৰ ৰচনাৰাজিৰ বহু ঠাইত এই ক্ৰম অনুপস্থিত; বিশেষকৈ ক্ৰিয়া। আকৌ বহু ঠাইত বাক্য গঠনৰ ক্ৰম হৈছে এনেধৰণৰ কৰ্তা-ক্ৰিয়া কৰ্ম। এনে হোৱা স্বত্বেও ৰচনাত ভাবৰ ক্ৰম বিচ্ছিন্ন হোৱা নাই। বৰঞ্চ ভাবৰ প্ৰবাহমানতা বাঢ়িছেহে। যথা—



"বৰপেটা ধাম। অসমীয়াৰ পুণ্যভূমি। শ্ৰীমন্ত শঙ্কৰৰ শেষলীলা নিকেতন। মাধৱদেৱ মহাপুৰষে জ্বলোৱা অক্ষয়বন্তিৰ পোহৰত উজ্জ্বল। ..... অসমীয়া ঘাই ধৰমৰ গহীন সংস্কৃতিৰ সোঁণৰ সচাঁ। হিয়াৰ গভীৰ তলিত গুপুতে



থকা চাবিকাঠিৰেহে ইয়াক খোলা যায়। তাৰ বাবে লাগে সাধনা। .....” (বোৱতী সুতি)

অথবা

“শ্যামা সুন্দৰী প্ৰসিদ্ধা বাৰাঙ্গনা। তেওঁৰ সান্নিধ্য আৰু সঙ্গ লাভৰ মূল্য সহস্ৰ মুদ্ৰা। শ্যামাৰ প্ৰেমৰ পাত্ৰ আছিল এজন দস্যু। .....শ্যামা চিন্তাত নিদ্ৰাহীনা আহাৰহীনা হৈ মৃতপ্ৰায়। .....” (নাটক আৰু থিয়েটাৰ)

সংগীত-কলাবিষয়ক প্ৰবন্ধকেইটাৰ গদ্যৰীতিত চকু ফুৰালে কেতবোৰ বিশেষত্ব চকুত পৰে। এই প্ৰবন্ধবোৰত ৰাভাদেৱে বিষয়ৰ আলোচনাৰ পূৰ্বে প্ৰাৰম্ভসূচক বাক্যৰ আশ্ৰয় লৈছে। উক্ত বাক্যসমূহৰ অৱলম্বনতহে তেওঁ বিষয়ৰ গভীৰলৈ প্ৰবেশ কৰিছে। এনে বাক্য কেতবোৰ হৈছে—

“এতিয়া তালমানৰ দশবিধ ভেদৰ বিষয়ে আলোচনা কৰা যাওক।” (দৃশ্য অৰ্থাৎ পট)

“এতিয়া নৰ্তক বা নৰ্তকীৰ গঢ় গঠন আৰু নাচ কেনেধৰণৰ হ'ব লাগে দেখা যাওক।” (নৃত্যকলা)

“এতিয়া বিদেশী অৰ্থাৎ পাশ্চাত্য নৃত্যকলাৰ বিষয়ে আলোচনা কৰা যাওক। ..... এতিয়া সিহঁতৰ আধুনিক নৃত্যকলাৰ বিষয়ে আলোচনা কৰা যাওক।” (নৃত্যকলা)

বিষয়ৰ বৰ্ণনাৰ মাজে মাজে মূলৰ প্ৰসংগ টানি অনাত বৰ্ণনা অধিক প্ৰামাণিক হৈ পৰিছে—

“..... সঙ্গীত কেৱল গানেই নহয়, তাত বাদ্য আৰু নৃত্যও আছে। ‘গীতং বাদ্যঞ্চ নৃত্যঞ্চ ত্ৰয়ঃ সঙ্গীতমুচ্যতে।’ সঙ্গীতক তৌৰ্য্যত্ৰিকো বোলে। ‘গীতং বাদ্যং তথা নৃত্যং তৌৰ্য্যত্ৰিকমিদং মতম্’. চাৰিটা বেদ সৃষ্টি কৰাৰ পাছত ব্ৰহ্মাই এই বেদ কেইটাৰ সাৰ লৈ সঙ্গীত নামেৰে পঞ্চম বেদ প্ৰণয়ন কৰে। ‘পূৰ্ণচতৰ্ণাং দোনাং সাৰমাকৃষ্য পদ্মভূঃ। ইদন্তং পঞ্চমং বেদং সঙ্গীতাখ্যামকল্পয়ৎ।।” (শ্ৰীশ্ৰীশ্ৰীমতী কলাৱতী ঃ ভাৰতীয় সঙ্গীত)



সিদ্ধান্তধৰ্মী বাক্যৰীতিয়েও প্ৰবন্ধসমূহৰ যুক্তিনিষ্ঠতা অধিক গাঢ় কৰি তুলিছে। আলোচনাৰ মাজে মাজে বা অন্তত প্ৰবন্ধকাৰে তেওঁৰ লব্ধ জ্ঞান সিদ্ধান্তমূলক বাক্যৰে উপস্থাপন কৰা দেখা যায়। যেনে—



"দেখা গ'ল ভাৰতীয় নাট্যকলা অতি পুৰণি প্ৰণালীবদ্ধ আৰু পদ্ধতিমূলক।" (নাটক আৰু থিয়েটাৰ)

"গতিকে ৰস হৈছে চূড়ান্ত বস্তু।" (ভাৰতীয় নাট্যকলা)

"বুজা গ'ল যে উদৰাস্থিত বহ্নিৰ দ্বাৰা চালিত প্ৰাণবায়ু ক্ৰমে উৰ্দ্ধপথেদি বিচৰণ কৰোতে নাভিত অতি সূক্ষ্মধ্বনি, হৃদয়ত সূক্ষ্ম ধ্বনি, ডিঙিত পুষ্টধ্বনি, মূৰত অপুষ্টধ্বনি, তাৰ পাছত বদনত কৃত্ৰিম ধ্বনি ব্যক্ত কৰে।" (শ্ৰীশ্ৰীশ্ৰীমতী কলাৱতী ঃ ভাৰতীয় সঙ্গীত)

"ৰাভাৰ পাঁচোটি গল্পৰ সমষ্টি 'সোণপাহী' নামৰ গল্পপুথিখনি অসমীয়া সাহিত্য ভঁৰালৈলে সোণৰ দৰেই চিৰমূল্যবান।"[১] পুথিখনিত সন্নিবিষ্ট গল্পসমূহ বৰ্ণনাৰীতিৰ দিশেৰেও মনোৰম। উপমা-তুলনাৰ মনোহাৰিত্বই বৰ্ণনাৰীতি আড়ম্বৰপূৰ্ণ কৰি তুলিছে। প্ৰাত্যহিক জীৱনৰ পৰিচিত বিষয়ৰ মাজৰ পৰা ৰাভাই উপমাৰ সমল আহৰণ কৰিছিল আৰু অতি স্বাচ্ছন্দ্যভাৱে সেয়া উপস্থাপন কৰিছে— .

"চুপহী ফুলৰ দৰে ৰূপহী। তাইৰ ৰেহ-ৰূপ ধুনীয়া, পুৱতি বেলিৰ দৰে মুখখন সোণোৱালী; দাঁত কেইপাহি আখৈৰ দৰে বগা ফট্‌ফটীয়া। ..... গাল দুখন ঔ চকলাৰ দৰে গোল, পিছল, মিহি ...... আমৰলি পৰুৱাৰ দৰে কঁকাল সৰু; কথা ক'লে হাঁহৰ ডিঙিৰ দৰে ডিঙি লেতু-সেতু; ...... এককথাত ক'বলৈ হ'লে তাই ধুনীয়া, শুৱনী, ৰূপহী, লাৱনী।" (হিয়াৰ পুং ঃ গল্প)

প্ৰতীকধৰ্মিতা বা চিত্ৰকল্পধৰ্মী বৰ্ণনাই কেনেদৰে তেওঁৰ গদ্যৰীতি বিশেষত্বপূৰ্ণ কৰি তুলিছে, তাৰ আন এক নিদৰ্শন হ'ল—

"ৰাইজৰ চেনেহৰ মৰমৰ অসীম অপাৰ বিশাল সাগৰত আমি মাছ হৈ ঢেল ওপঙাদি সাঁতুৰি সাঁতুৰি খেলোঁ, ওমলোঁ। ...... ওপৰত মাছলুকা উৰে জাকে জাকে, ঠাপ মাৰি নিব খোজে। ...... মাছলুকাৰ জাক যেন পুলিচ মিলিটাৰী চোৰাংচোৱাৰ দল।" (পাতনি ঃ সোনপাহী)

"ৰাভাই শব্দ লৈ খেলা কৰিবলৈ বৰ ভাল পাইছিল। বহু সময়ত শব্দৰ মায়াজালত তেওঁ বন্দী হৈ ক'ৰবালৈ গৈ থাকিবলৈ বৰ ভাল পাইছিল।"[২] বিষয় অনুযায়ী শব্দ প্ৰয়োগত তেওঁ আছিল সিদ্ধহস্ত। তেওঁক শব্দৰ যাদুকৰ বুলি কলেও ভুল কৰা নহয়। কঠিন সংস্কৃতীয়া শব্দ প্ৰয়োগত যিদৰে নিপুনতাৰ পৰিচয় দিছে, তেনেদৰে ঘৰুৱা মাত-কথা প্ৰয়োগেৰে বৰ্ণনাৰীতি পাঠকৰ তেনেই ওচৰ চপাই





আনিছে। গুৰু-গম্ভীৰ সংস্কৃত শব্দই পৌৰাণিকতাৰ সাঁচ থকা ৰচনাবোৰক বাৰুকৈয়ে গাম্ভীৰ্য ভাব প্ৰদান কৰা আমি দেখা পাওঁ—

"ত্ৰিদিবোপম্ কৈলাস পৰ্বতত গমন কৰিলে, পাৰ্বতীৰ মুখচন্দ্ৰত নিজৰ নেত্ৰসমূহক ভেট ফুলৰ দৰে কৰিলে। শঙ্কৰে কোনো সময়ত পুষ্প আহৰণ কৰি পাৰ্বতীৰ সৰ্বাঙ্গত দান কৰিবলৈ উপযুক্ত মালা ৰচনা কৰে; কোনো সময়ত আদৰ্শত বা মুকুৰত একে সময়ত নিজৰ মুখ আৰু অপৰ্ণাৰ মুখ একেলগে দৰ্শন কৰে; ......" (হৰগৌৰী নৃত্য বা অৰ্দ্ধ নাৰীশ্বৰ নৃত্য)

লক্ষণীয় যে ৰাভাৰ ৰচনাত অৰ্দ্ধ তৎসম শব্দৰ প্ৰাচুৰ্য অধিক। গীত-কবিতাখিনিৰ কথা বাদ দিও প্ৰবন্ধ বা আন গদ্যত তেওঁ যথেষ্ট পৰিমাণে অৰ্দ্ধ তৎসম শব্দ প্ৰয়োগ কৰিছে। ইয়াৰ ফলত উচ্চাৰণৰ প্ৰযত্ন লাঘৱ হোৱাৰ উপৰিও তেওঁৰ গদ্যৰীতি স্ব-মহিমামণ্ডিত হৈছে; যিটো বৈশিষ্ট্য আন সাহিত্যিকৰ ভাষাত অনুপস্থিত। ভাষাবিজ্ঞান (Linguistics)ৰ দৃষ্টিৰে এই বৈশিষ্ট্য বিচাৰ কৰিলে আমি ৰাভাদেৱৰ গদ্যৰীতিত স্বৰুভক্তি (Anaptyxis)ৰ প্ৰয়োগ অধিক বুলি কব পাৰোঁ।[৩] যেনে—

"ভাৰতীয় নাট্য কলাৰ আতিগুৰি অতি পুৰণি। পোনপোনতে <u>সৰগ</u>তহে ইয়াৰ <u>জনম</u> তাৰ পিছতহে ইয়াক <u>মৰত</u>লৈ অনা হয়।" (ভাৰতীয় নাট্য-কলা)

সহজ-সৰল শব্দৰে নিৰহ-নিপানীকৈ বিষয়বস্তু বৰ্ণনা কৰাতো ৰাভা অতি পটু আছিল—

"চৰাই-চিৰিকতিয়ে গায়, নাচে— ভাও-ভঙিমাৰে নিজ নিজ স্বভাৱৰ গুণত ভাও-ভঙিমাৰে মনৰ মাজৰ ভিতৰত কুঠৰীত থকা গুপুত ভাৱ বেকত কৰে। সেই ভাও-ভঙিমা নাচোন-কাচোনেই অভিনয়।" (নাটক আৰু থিয়েটাৰ)

গল্প-উপন্যাসতো ৰাভাদেৱে সাধাৰণ চৰিত্ৰৰ মুখত এনে সহজ-সৰল ভাষা দি জ্ঞানগৰ্ভ কথা প্ৰকাশ কৰিছে। উল্লেখ্য যে "অসমৰ বিভিন্ন অঞ্চলৰ কথিত অসমীয়া ভাষা তেওঁ সুন্দৰকৈ কবও পাৰিছিল আৰু লিখিবও পাৰিছিল। তেওঁ কৈছিল যে এই কথিত ভাষাবিলাকৰ দৰে মিঠা মাত-কথা আৰু একো হ'ব নোৱাৰে।"[৪] তেওঁৰ 'মামীৰ হাৰ' নামৰ গল্পটো এনে ভাব-পাৰদৰ্শিতাৰ সুন্দৰ নিদৰ্শন। বিলাসীপাৰা অঞ্চলৰ স্থানীয় ভাষাত তেওঁ এই গল্পটো লিখি উলিয়াইছিল—





" ......বিলাসীপাৰা থানাত এক ৰাত্ৰি থাকিছোং। থাকিয়া ফিৰ কাছাৰিত আনছে মোটৰ দিয়া ধুবুৰীত। হাজতত তিনি মাছ আছুং। তাৰ পৰে এক দিন কাছাৰীত হাকিমে জিজ্ঞাছ কৰ্ছ্ছে— 'চুৰি কৰ্ছি না, নাই কৰিছ?' মুই বোললুং— 'চুৰি কৰ্ছোং বাপুৰে হাকিম।" (মামীৰ হাৰ ঃ গল্প)

প্ৰথম খণ্ডত ৰচনা সম্ভাৰত সন্নিবিষ্ট সম্পূৰ্ণ-অসম্পূৰ্ণ নাটকসমূহৰ, সংলাপবোৰো কথাশিল্পী হিচাপে ৰাভাৰ দক্ষতাৰ পৰিচায়ক।

প্ৰত্যয়যুক্ত শব্দৰ আধিক্যয়ো ৰাভাৰ গদ্যৰীতি মনোৰম কৰি তুলিছে—

"তেজপুৰ।

শুৱনী, ধুনীয়া, সুন্দৰী, তেজপুৰী— ল'ৰালি ডেকালি কালৰ মোৰ চেনেহী, সাদৰী, তুলনীয়া আই; ৰেহ-ৰূপত অতুলনীয়; তিলোত্তমা গোসাঁনীহে যেন। ...... ইয়াৰ তিলেপতি সুন্দৰৰ সুন্দৰী বিৰিঙনি।" (বোৱতী সুঁতি)

শব্দৰ দ্বিৰুক্তিবাচকতা (Reduplication) ৰাভাৰ গদ্যৰীতিৰ অন্যতম বিশেষত্ব। সম্ভৱতঃ অসমীয়া সাহিত্যতে ৰাভাৰ দৰে দ্বিৰুক্তিবাচক শব্দ প্ৰয়োগ কৰা দ্বিতীয়জন সাহিত্যিক বিৰল। কিন্তু দ্বিৰুক্তিবাকতাই তেওঁৰ গদ্যৰীতি আমনিদায়ক কৰি তোলা নাই; বৰং এক লয়ধৰ্মিতাই গদ্যক সমৃদ্ধ কৰিছে। যথা—

"বিলাতত ইমান বছৰ, অথচ সেই সুৰবোৰত, সেই গানবোৰত বিজতৰীয়া ছাব নাই, আছে জতুৱা ঠাঁচ। সাজে-ভাঁজে, লাছে-কাছে, ঠাঁচে-ঠাঁচে নিঁভাজ অসমীয়া, চিনা-চিনা, শুনা শুনা, জনা জনা। জনা গানেহে মন-কোঁহত ৰজনজনায়। ...... এনে কাৰণে জ্যোতিৰ গানে অসমীয়াৰ মন ভুলায়, জনা সুৰ ন ন সাজেৰে ন ন কাচেৰে, বিধ বিধ ৰেহ-ৰূপেৰে ওলায়।" (জ্যোতিৰ জেউতি ঃ প্ৰবন্ধ)"

"জুমে জুমে ৰাইজ আহি গোট খায়। চিফুং-বাঁহী ইনাই-বিনাই চিঞৰি উঠে, ...... চাবে-চাবে, ছেৱে-ছেৱে, তালে-তালে হালি-জালি নাচে।" (পাতনি, সোণপাহি)

এনেধৰণে ৰাভাদেৱৰ গদ্যৰীতি বিশ্লেষণ কৰিলে ন ন বিশেষত্ব চকুত পৰিয়েই থাকিব; যিবোৰ ইমান কম পৰিসৰত আলোচনা কৰা সম্ভৱ নহয়। ৰাভাৰ বিশাল বৈচিত্ৰ্যপূৰ্ণ ব্যক্তিত্বৰ দৰে তেওঁৰ গদ্যসম্ভাৰো বিশাল আৰু বৈচিত্ৰপূৰ্ণ। দৰাচলতে





ৰাভাদেৱৰ প্ৰবন্ধ, গল্প, নাটক, উপন্যাস প্ৰতিবিধৰে গদ্যৰীতি সুকীয়াকৈ আলোচনা কৰাৰ থল আছে। পিছে বৰ পৰিতাপৰ বিষয় যে আজিলৈকে সাহিত্যিক হিচাবে, গদ্যলেখক হিচাবে ৰাভাদেৱৰ পূৰ্ণাঙ্গ মূল্যাংকন হৈ উঠা নাই।◀◀

**প্ৰসংগ-টীকা ঃ**

১) "বিষ্ণু ৰাভা পুনৰ আহিব উভটি"; তিলক দাস; পৃঃ—১৩৪

২) "বিষ্ণুপ্ৰসাদ ৰাভা ৰচনা সম্ভাৰ", ১ম খণ্ড (ভূমিকা); যোগেশ দাস।

৩) "যুক্ত ধ্বনিৰ মাজত এটা স্বৰধ্বনি সুমুৱাই উচ্চাৰণ সৰলীকৰণ কৰা পদ্ধতিকে স্বৰভক্তি বোলে।" যেনে— ৰত্ন। ৰতন; কৰ্ম। কৰম।

৪) "বিষ্ণু ৰাভা এতিয়া কিমান ৰাতি"; তিলক দাস; পৃঃ—১৯৬

৫) তিলক দাসৰ "বিষ্ণু ৰাভা এতিয়া কিমান ৰাতি" নামৰ গ্ৰন্থখনত উল্লিখিত অনুসৰি 'জ্যোতিৰ জেউতি' প্ৰবন্ধটো গোপাল দাস সম্পাদিত 'স্বাক্ষৰ' নামৰ মাহেকীয়া আলোচনীখনৰ প্ৰথম বছৰ প্ৰথম সংখ্যাত প্ৰকাশ হৈছিল।



# সাহিত্যিক, গীতিকাৰ আৰু চিত্ৰ শিল্পী : কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা

নগেন চৌধুৰী

কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা এনে এজন ব্যক্তি যিজন নিজৰ জীৱন কালতেই কিংবদন্তিত পৰিণত হৈছিল। আজি সমগ্ৰ অসমীয়া জাতি তথা অসমত বসবাস কৰা প্ৰতিটো জনগোষ্ঠীৰ লোকৰ বাবে বিষ্ণুপ্ৰসাদ ৰাভা অতি শ্ৰদ্ধাৰ আৰু আদৰৰ আপোন নাম। কলাগুৰু বিষ্ণু ৰাভা আছিল এক বিশাল বৰ্ণময় সত্তা আৰু ভিন্নমুখী দূৰন্ত প্ৰতিভাৰ গৰাকী। সংস্কৃতিৰ আটাইবোৰ দিশতে তেওঁৰ বহুমুখী প্ৰতিভাৰ স্ফুৰণ ঘটিছেআৰু সেইবাবেই অসমীয়া সংস্কৃতিৰ এই মহান সাধক আৰু পূজাৰীজনক কলাগুৰু আখ্যা দিয়া হৈছে। যিয়ে সোণত সুৰগা চৰাইছে।

প্ৰকৃততে কবলৈ গ'লে বিষ্ণুপ্ৰসাদ ৰাভা আছিল মুলতঃ এগৰাকী বিপ্লৱী শিল্পীহে। কিন্তু শিল্প সাধনাৰ লগতে তেওঁ সমভাৱে সাহিত্য সাধনাও কৰিছিল। অসমীয়া সাহিত্য বিভিন্ন বিভাগত গীত, কবিতা, নাটক, গল্প, উপন্যাস আৰু ভিন ভিন প্ৰবন্ধকে ধৰি সকলো দিশতে বিষ্ণু ৰাভাই অসমীয়া সাহিত্যৰ ভঁড়াল চহকী কৰাৰ বাবে প্ৰয়াস কৰিছিল। তেওঁৰ অধিকাংশ ৰচনাই পোহৰৰ মুখ দেখা নাপালে। তেওঁ নিজে এক যাযাবৰী জীৱন-যাপন কৰিবলগীয়া হোৱা বাবে তেওঁৰ লেখাবোৰ য'তে-ত'তে এৰি থৈ গৈছিল। ফলত উপযুক্ত সংৰক্ষণৰ অভাৱত ভালেমান মূল্যৱান লেখা ইতিমধ্যে হেৰাই গৈছে। কেৱল 'সোণপাহী' গল্পৰ পুথিখনৰ বাহিৰে তেওঁৰ প্ৰকাশিত ৰচনাসমূহ কেৱল পুস্তিকা আকাৰৰহে। আকৌ কিছুমান লেখা বিভিন্ন আলোচনীৰ পাততো প্ৰকাশ হৈছে। ইং ১৯৮২ চনত বিষ্ণু ৰাভা সোৱৰণী গৱেষণা সমিতিৰ দ্বাৰা প্ৰকাশিত বিষ্ণু ৰাভা ৰচনাৱলী আৰু কথা-শিল্পী অধ্যাপক যোগেশ দাসদেৱৰ সম্পাদনাত ৰাভা ৰচনাৱলী প্ৰকাশন সংঘই ১৯৮৯ চনত প্ৰকাশ কৰা বিষ্ণুপ্ৰসাদ ৰাভা ৰচনাসম্ভাৰ বোলা সংকলন দুইখনে ৰাভাদেৱৰ বৈপ্লৱিক আদৰ্শৰ চিন্তা-চৰ্চাৰ লগতে তেওঁৰ





শিল্পী মনৰ সাহিত্যিক ধাৰাটোৰ মনৰ ছবিখন আংশিক ৰূপে প্ৰকাশ পাইছে।

সাম্যবাদী সমাজতন্ত্ৰৰ আদৰ্শেৰে অনুপ্ৰাণিত হৈ সৰ্বহাৰা জনগনৰ মঙ্গলৰ হকে অসমৰ ইমুৰৰ পৰা সিমুৰলৈ যাযাবৰী জীৱন কটোৱা ৰাভাদেৱে সাহিত্যৰ বিভিন্ন বিষয়ৰ ওপৰত গভীৰ অধ্যয়ণ কৰি তাৰ জৰিয়তে অলেখ মূল্যবান প্ৰবন্ধ কিদৰে ৰচনা কৰি থৈ গ'ল ভাবিলে সাঁথৰ সাঁথৰ যেন লাগে। যিবোৰ প্ৰবন্ধত আছে অজস্ৰ গ্ৰন্থৰ উল্লেখ। যাৰ পৰা সহজে অনুমেয় কৰিব পাৰি বিষ্ণু ৰাভাৰ অধ্যয়ণৰ গভীৰতা আৰু জ্ঞানৰ সঁফুৰা বিচৰাৰ অগাধ স্পৃহাৰ কথা।

সাহিত্যিক হিচাবে বিষ্ণু ৰাভাৰ বিশেষ কৃতিত্ব আছিল নাট ৰচনাত। তেওঁৰ কাপৰ পৰা ওলাইছে সৰু-বৰ সৰ্বমুঠ ২৬ খন নাটক। মুক্তি দেউল, শকুন্তলা, নীলাম্বৰ, কৃষক, সপোন কুঁৱৰী, তৰাৱতী আইদেউ, সোণমুৱা গাওঁ, শান্তিৰ দেউল, ধুমুহা, সন্ন্যাসী, জ্যোতিপ্ৰভা, শংকৰদেৱ-মাধৱদেৱ, কুমাৰ হৰুণ, সুবিশাল ব্ৰহ্মপুত্ৰ আদি। ওপৰোক্ত নাটকবোৰক খ্যাতনামা নাট্যকাৰ অৰুণ শৰ্মাই সাতটা ভাগত বিভক্ত কৰিছে। যেনে— নৃত্য-নাটিকা, সামাজিক নাটক, কাল্পনিক নাটক, কাব্য নাটক, বুৰঞ্জীমূলক নাটক আৰু জীৱনীমূলক নাটক।

বিষ্ণু ৰাভাৰ সাহিত্যিক জীৱনৰ আন দিশ হ'ল চুটিগল্প ৰচনা আৰু উপন্যাস ৰচনা। একমাত্ৰ চুটি গল্প সংকলনখন হ'ল 'সাণগ্ৰাহী'। য'ত ৰচিত গল্প সমূহৰ মূল বিষয়বস্তু আছিল তেওঁৰ অজ্ঞাতবাসৰ যাযাবৰী জীৱনৰ সময়ছোৱাত লাভ কৰা ৰাইজৰ সুখ-দুখৰ বাবেৰহনীয়া অভিজ্ঞতাৰ চানেকী। ৰাভাৰ একমাত্ৰ উপন্যাস মিচিং কনেংত নায়ক কুমং আৰু নায়িকা পাৰছলা গান্ধীবাদৰ আদৰ্শ লৈ স্বাধীনতাৰ যুঁজত আত্মনিয়োগ কৰাৰ কথা। আনহাতে বিষ্ণু ৰাভাই শিশু আৰু কিশোৰৰ বাবেও গল্প-কাহিনী আদি ৰচনা কৰিছিল। সেইবোৰৰ ভিতৰত লখিমী কুঁৱৰী, অজগৰ কুঁৱৰী, ৰিৰৰিৱনি, সোঁ-সোঁৱনি আদি কাহিনী ভিত্তিক ৰচনা আছিল উল্লেখযোগ্য। বিষ্ণু ৰাভা এগৰাকী গীতিকাৰ, সুৰকাৰ আৰু কণ্ঠশিল্পী হিচাবে অসমৰ সংগীতত জগতত এজন অদ্বিতীয় ব্যক্তি বুলিয়েই কব পাৰি।



ৰাভাৰ গীতত লোকসংস্কৃতিৰ গীতৰ ধাৰাৰ লগতে ধ্ৰুপদী সংগীতৰ ধাৰাই মুখ্যভাৱে ঠাই পোৱা দেখা যায়। এই গৰাকী



ব্যক্তিৰ গীতৰ সুৰৰ যি মোহনীয় লালিত্য আৰু গীতৰ কথাৰ প্ৰকাশভঙ্গীৰ যি মহত্ত্ব সি সচাঁকৈয়ে অতুলনীয় আৰু আকৰ্ষণীয়। গীতৰ স্তৱকবোৰত শব্দৰ সঞ্চালন আৰু সংযোজনৰ মধুৰ ধ্বনি মন কৰিবলগীয়া। বিষ্ণু ৰাভাদেৱে অসমৰ ডেকা শক্তিক জাগ্ৰত কৰাৰ উদ্দেশ্যে লিখিছিল আৰু উদাত্ত কণ্ঠে গাইছিল—

"অ' অসমীয়া ডেকা দল
অ' অসমীয়া ডেকা দল
আজি তোৰ তেজাল বদন
মলিন কিয় হ'ল।

আকৌ নতুন সমাজ গঢ়াৰ মানসেৰে কৃষক-বনুৱাক আহ্বান জনাইছিল গীতেৰে আৰু সুৰেৰে—

"ব'ল ব'ল ব'ল
কৃষক শক্তিৰ দল
অ' বনুৱা অসমীয়া
আগবাঢ়ি যাওঁ ব'ল।

আকৌ ডেকা শক্তিৰ বাহুবলক সোঁৱৰাই দি গাইছিল—

"তোৰ বাহুত আছে লুকাই
অসীম শক্তিৰ বল
ৰণ শিঙা বাজে শুন ঐ
আগ বাঢ়ি যাওঁ ব'ল।

বিষ্ণুপ্ৰসাদ ৰাভা আছিল মহাপুৰুষ শংকৰদেৱৰ কলা-কৃষ্টিৰ একান্ত পূজাৰী। সেয়েহে তেওঁ গীত ৰচিছিল—

"যাউতি-যুগীয়া বৰগীত অমিয়া
বৰগীত সুৰীয়া সুৰীয়া অ'
গোটা অসমীয়া মন প্ৰাণ ভৰি
পূজাৰী অ', পূজাৰী অ'।



মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে এবাৰ বিশেষ কাৰণবশতঃ মাজুলিৰ পৰা ভাটিলৈ ছকুৰি ভকতসহ বিশাল লুইতৰ বুকুৰেদি নাৱেৰে যাত্ৰা কৰিছিল আৰু সেই পৰিঘটনাৰ আলম লৈ



ৰাভাদেৱে কেবাটাও উত্তম গীত ৰচনা কৰিছিল। উদাহৰণ স্বৰূপে—

"অ' গুৰু শংকৰ
তৰিবাৰ কিনো উপায়

অ' গুৰু অ'
ভটিলৈ যাবলৈ শ্ৰী শংকৰ
গুৰু অ'
বালিতে বান্ধিলে পঁজা ছুকুৰি ভকতে চাপৰি ধৰিছে
আপুনি লগাইছে ঘোৰা,
হে, ৰাম ৰাম
আপুনি গাইছে ঘোষা।"

ৰাভাদেৱে যেন নিজেই প্ৰত্যক্ষ কৰিছিল দৃশ্য ভাৱিলে তেনেকুৱাই বোধ হয়।

আনহাতে শিশুৰ বাবে গীত লিখা আৰু সুৰ দিয়াৰ ক্ষেত্ৰত কলাগুৰু বিষ্ণু প্ৰসাদ ৰাভা আজিও আকৰ্ষণীয় হৈ আছে। উদাহৰণস্বৰূপে শিশু ড° ভূপেন হাজৰিকাৰ কণ্ঠত প্ৰথম গীত হিচাবে "কাষতে কলচী লৈ, যায় অ' ৰচকী বাই" ৰেকৰ্ডিং কৰোৱায় ৰাভাদেৱেই। আকৌ "বিলতে হালিছে ধুনীয়া পদুমী, ফুলনিত ফুলিছে ফুল।" ইত্যাদি জনপ্ৰিয় গীতৰ ৰচক আৰু সুৰকাৰ আছিল তেৱেঁই। যেনেকৈ "নিছলা আইৰে আমি খাটি অসমীয়া, অসমী আইৰে আমি ছোৱালী ধুনীয়া" তেওঁৰে অমৰ সৃষ্টি। যিবোৰ গীতৰ ছন্দ আৰু সুৰৰ মাধুৰ্য্যই শ্ৰোতাৰ মন-প্ৰাণ আজিও পুলকিত কৰি তোলে।

ওপৰত উল্লেখ কৰা বিপ্লৱী গীতসমূহ তথা শিশুসকলৰ উপযোগীকৈ ৰচনা কৰা আৰু সুৰ দিয়া জনপ্ৰিয় গীতৰ বাহিৰেও জীৱনৰ আগবয়সত ৰচনা কৰা ৰাভাদেৱৰ ৰোমাণ্টিক গীতসমূহৰ ক্ষেত্ৰত কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ হৃদয়ৰ কোঁহে কোঁহে সোমাই আছে গভীৰ নিৰ্মল প্ৰেমৰ অফুৰন্ত ধাৰা আৰু তাৰ যথাৰ্থ প্ৰকাশ। তেওঁৰ প্ৰথমা পত্নী প্ৰিয়লতা দত্ত বিবাহৰ ঠিক কিছুদিনৰ



পিছতেই পৰলোকপ্ৰাপ্তি ঘটাত মনৰ দুখত জৰ্জৰিত হৈ তেওঁক আকৌ পৰজনমত লগ পোৱাৰ আশাৰে ৰচনা কৰিছিল পত্নীৰ প্ৰতি থকা গভীৰ প্ৰেমৰ সেই অমৰ যুগজয়ী গীতটো। যিটো গীতত তেওঁ নিজেই কণ্ঠদান কৰিছিল—



"পৰজনমৰ শুভ লগনত
যদিহে আমাৰ হয় দেখা,
পুৰাবানে প্ৰিয়ে এই জনমৰ
মোৰ হিয়াৰ অপূৰ্ণ আশা।।"

আকৌ অইন এক প্ৰেমৰ কাহিনীৰ উপলক্ষ্যত তেওঁ ৰচনা কৰিছিল এক নিৰ্মল প্ৰেমৰ মধুৰ সংগীত— যি গুপুত প্ৰেমৰ কথা হিয়াৰ মাজত লুকাই ৰাখিও সঠিক সময়ত ব্যক্ত কৰিব নোৱাৰিলে তাৰেই ক্ষোভত তেওঁ গীতৰ মাধ্যমেৰে প্ৰকাশ কৰি ৰচনা কৰিছিল—

"লগন উকলি গ'ল
তেওঁতো নহ'ল কোৱা
মনৰ কথাটি মোৰ
হিয়াত গুপুতে থোৱা।
কিমান হেঙুলী ঊষা
কিমান জোনলী নিশা
মিছাতেই গ'ল মোৰ
কিমান গধুলি-পুৱা।
মলয়াই কাণে কাণে
মনৰ বাতৰি আনে
নিখিলৰ সুৰে সুৰে
হিয়ায়ো গান জুৰে
শুনিছানে সেই সুৰ
পৰাণ উতলা মোৰ হৃদয়ৰ গোৱা গান
ভালপোৱা ভালপোৱা।।"

মুঠতে "ৰোমাণ্টিচিজিম" কলাগুৰু বিষ্ণু ৰাভাৰ হিয়াৰ কোঁহে কোঁহে সঞ্চাৰিত হৈ আছিল বুলিব পাৰি। ঠিক তেনেদৰে নিম্ন লিখিত গীতবোৰৰ ৰচনা আৰু সুৰ অন্তৰ পৰশি যোৱা।

১) "মোৰ কবিতাৰ ছন্দ লাগি
স্পন্দন তোৰ জাগেনে?
কথামালিতাৰ গন্ধ লাগি
সোণৰ সপোন ভাগেনে?"





২) "সুৰৰে দেউলৰে / ৰূপৰে শিকলি
ভাঙি দিলি খুলি / দুৱাৰ সোণোৱালী
পূজাৰী অ' / সুন্দৰ পূজাৰী।।"

৩) "বিশ্বৰ ছন্দে ছন্দে / ছন্দে মহানন্দে
আনন্দে নাচা / তমোহৰ দেউ নাচা।"

৪) "আজি মন্দিৰৰ দুৱাৰ খোলা
বহে মিলনৰ উৎসৱ মেলা।।"

৫) "নাহৰ ফুলে নুশুৱাই
টগৰফুলে শুৱাব
টগৰফুলে নুশুৱায়
কপৌ ফুলে শুৱাব" ইত্যাদি।

বিষ্ণু ৰাভাদেৱৰ আকৰ্ষণীয় মনোমোহা অৰ্থপূৰ্ণ ৰচনা আৰু সুৰৰ ইন্দ্ৰজালেৰে ওপৰোক্ত গীতসমূহে আজিও প্ৰতিজন অসমীয়াৰে মন-প্ৰাণ উতলা কৰি আহিছে। যিবোৰ গীতক আজি ৰাভা সংগীত বুলি আখ্যা দিয়া হৈছে। এইখিনিতে উল্লেখ কৰা ভাল হব যে কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাই নিজৰ অধ্যয়ন কক্ষত বহি বা ড্ৰয়িং ৰুমত বহি সাহিত্য ৰচনা বা গীত ৰচনা কৰা নাছিল। সেইবোৰৰ সৃষ্টি হৈছিল বৃহত্তৰ · সমৰ গাঁৱে-ভূঁঞে, নগৰে-চহৰে। যেতিয়া জাতীয় সংস্কৃতিৰ তথ্য ´চাৰ · গাইৰপৰা আন ঠাইলৈ পৰিব্ৰাজকৰ দৰে পৰিভ্ৰমন কৰি ফুৰিছিল ··· সময়তেই গীত-মাত আৰু সাহিত্যবোৰৰ সৃষ্টি হৈছিল।

কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা এই ··ণজন্মা পুৰুষজনে সংগীতৰ আনুষ্ঠানিক শিক্ষা গ্ৰহণৰ লগতে বিভিন্ন বাদ্য যন্ত্ৰ বজোৱাৰ শিক্ষা ক'ত কেনেকৈ গ্ৰহণ কৰিছিল সেই কথা আজিও জানিব পৰা হোৱা নাই। ঠিক তেনেদৰে আজিও জানিব পৰা হোৱা নাই চিত্ৰশিল্পী হিচাবে ৰাভাই ক'ত কেনেকৈ প্ৰশিক্ষণ লৈছিল বাৰু? এইবোৰ কথা আজিও অজ্ঞাত হৈয়ে আছে। তথাপি বিষ্ণু ৰাভা এজন প্ৰকৃত চিত্ৰশিল্পী আছিল। অসমৰ সংস্কৃতিজগতৰ কৰ্ণধাৰ



মহাপুৰুষ শংকৰদেৱৰ প্ৰতিকৃতি অংকণৰ দৰে সকলোৰে গ্ৰহণযোগ্য হোৱাকৈ নিখুঁতভাৱে অংকন কৰা প্ৰতিকৃতিখনৰ কথাকেই কব পাৰি। যিখন প্ৰতিকৃতি সেই সময়ত একমাত্ৰ ৰাভাদেৱেই নিজৰ মানস পটত কল্পনা কৰি ৰং আৰু তুলিকাৰে



বাস্তৱত ৰূপ দান কৰিবলৈ সমৰ্থ হৈছিল। যাক আজি সকলোৱে শ্ৰদ্ধাৰে গ্ৰহণ কৰি লৈছে। ৰাভাদেৱৰ ইও এক অনন্য সাধনা বুলিয়েই কব পাৰি।

তাহানি আৱাহন আলোচনীত প্ৰকাশিত ৰাভাদেৱে অংকণ কৰা নটৰাজৰ ছবিখনৰ ৰঙীন প্ৰিণ্টৰ কথাও বহুতেই জানে। আনহাতে শংকৰদেৱ আৰু মাধৱদেৱৰ যুগ্ম ছবিখনো বিষ্ণু ৰাভাদেৱৰ এক উল্লেখযোগ্য অংকণ বুলিয়েই বিভিন্নজনে আশ্চৰ্য্য প্ৰকাশ কৰিছে। এনেভাৱে কৰ্ম ব্যস্ত বড়ো মহিলাৰ এক সুন্দৰ অংকণ। ৰাভাৰ তুলিকাত কল্পনাৰ চিত্ৰলেখা যেন লগা প্ৰতিকৃতিখনো ৰাভাদেৱৰ অমূল্য সৃষ্টি বুলিয়েই কব লাগি। চিত্ৰকৰ হিচাবে ৰাভাদেৱে কোনো দিনেই চিত্ৰকৰ হ'বলৈ বিচৰা নাছিল। তথাপি ৰাভাৰ সৃজনী প্ৰতিভাই তাক বাধা দি ৰাখিব পৰা নাছিল। সেয়েহে সময় পালেই মনক কল্পনাৰ তুলিকাৰে অংকন কৰিব বিচাৰিছিল।

ইং ১৯০৯ চনত জন্ম গ্ৰহণ কৰি ইং ১৯৬৯ চনলৈ মাত্ৰ ষাঠি বছৰহে জীয়াই আছিল কলাগুৰু বিষ্ণু ৰাভাদেৱ। তথাপি তেওঁৰ কালজয়ী সৃষ্টিসমূহে অসমীয়া সমাজ জীৱনত সদায়ে অমৰত্ব লাভ কৰি থাকিব। জয়তু কলাগুৰু বিষ্ণু প্ৰসাদ ৰাভা। ◀◀

**বিঃদ্ৰঃ**— প্ৰবন্ধটো ৰচনা কৰোতে লীলাৱতী শকীয়া বৰা, মেৰুমিঠু কটকী আৰু জ্ঞানেন্দ্ৰ বৰকটকীৰ প্ৰবন্ধৰ সহায় লোৱা হৈছে— লেখক।



# বিপ্লৱী প্ৰতিভা বিষ্ণু ৰাভা

*ৰোহিনী মেধি*

সাম্প্ৰতিক অসমৰ পৰিস্থিতিত বিষ্ণু ৰাভাৰ জীৱনাদৰ্শৰ প্ৰাসঙ্গিকতাত গণশিল্পী ভূপেন হাজৰিকাই বিষ্ণু ৰাভাৰ জীৱনৰ ওপৰত মন্তব্য কৰিছিল এনেদৰে— "বিষ্ণু ৰাভা জাতিত ৰাভা হৈওঁ, উপনদী নহৈ অসমৰ জনজীৱনৰ [illegible] হৈ জীয়াই থাকিল বৃটিছ সিংহ ভাৰতীয় শৃগালাদিক ভয় নকৰি [illegible] লৈ Artist in Arms হৈ মাজে মাজে জিৰণি সময়ত ছবি আঁকিলে, গী[illegible]চলে, গালে, নাচলে পুনৰ আৰম্ভ কৰিলে বিপ্লৱৰ কেৰাভন, ৰাভা এটি জীৱন্ত শোভাযাত্ৰা লক্ষ্যস্থান এটি নতুন ৰঙীন দিন য'ত সকল্লো সুন্দৰ।" সচাঁকৈয়ে বিষ্ণু ৰাভা বিশাল ব্যক্তিত্বৰ আৰু বহুমুখী প্ৰতিভাৰ আকৰ, সমাজ জীৱনৰ এগৰাকী মহিমামণ্ডিত ব্যক্তি, শিল্প সাধনাৰ একান্ত সাধক, এগৰাকী দেশপ্ৰেমিক আৰু বৰ অসমৰ সমাজ জীৱনৰ এগৰাকী মহিমামণ্ডিত ব্যক্তি, মহাসমন্বয়ৰ অক্ষয়ী প্ৰতীক আৰু তেওঁ আছিল অসমীয়া সংস্কৃতিৰ এগৰাকী বৰপূজাৰী। কোৱা নিস্প্ৰয়োজন বিষ্ণু ৰাভা নিঃসন্দেহে অসমীয়া জাতীয় জীৱনৰ দেৱ দুৰ্লভ অলংকাৰ।

ৰাভাদেৱৰ ইমানবোৰ কৰ্মৰাজি জীৱনাদৰ্শ আদি ইমানদিনে বিস্তৃত ভাৱে পৰ্যালোচনা কৰাৰ পিছতো তেওঁৰ বিশাল ব্যক্তিত্বৰ এক পূৰ্ণাঙ্গ ছবিৰ অদ্যপিও সৰ্বাদি সন্মত বস্তুনিষ্ঠ ধাৰণা যুগুত কৰাত কিমান সফল হৈছোঁহক তাক কোৱা টান। তথাপি এই ক্ষুদ্ৰ আলোচনাত বিষ্ণু ৰাভাৰ পোনপটীয়া জীৱনৰ বিষয়ে আলোচনা নকৰি আমাৰ জাতীয় জীৱনৰ জীৱনধাৰাত ৰাভাদেৱৰ আদৰ্শ কিমান প্ৰাসঙ্গিক তাকে যৎকিঞ্চিৎ ধাৰণা দিয়াৰ প্ৰয়াস কৰা হৈছে। উল্লেখ্য যে অসমৰ জাতীয় জীৱনৰ আদৰ্শপ্ৰাণ ব্যক্তি বিপ্লৱী সৈনিক শিল্পী বিষ্ণুপ্ৰসাদ ৰাভাৰ জীৱনাদৰ্শৰ প্ৰাসঙ্গিকতা সম্পৰ্কে ইমান থোৰতে আলোচনা কৰাটো অতি কঠিন কাম। ৰাভাৰ জীৱনাদৰ্শৰ প্ৰাসঙ্গিতা সম্পৰ্কে বহু কথাত বিতৰ্ক থাকিব পাৰে কিন্তু তেওঁৰ জীৱনাদৰ্শই অসমৰ অগণন জনগণক আজিও গভীৰভাৱে অনুপ্ৰাণিত উদ্দীপ্ত কৰি আছে।





বিষ্ণুপ্ৰসাদ ৰাভাৰ জীৱনাদৰ্শৰ প্ৰাসঙ্গিকতা আজিও আমাৰ সমাজ জীৱনত আছে আৰু ভৱিষ্যতেও থাকিব। মূলতঃ ৰাভাদেৱৰ জীৱনাদৰ্শ হ'ল মানৱতাবাদী। তেওঁ মাৰ্ক্সবাদী বিপ্লৱৰ আদৰ্শত বিশ্বাসী। বিষ্ণু ৰাভাই লাঞ্চিত, বঞ্চিত, শোষিত, নিপীড়িত লোকৰ মুক্তিৰ সংগ্ৰামত সংগ্ৰাম চলাই গৈছিল। উল্লেখ প্ৰয়োজন যেন নিপীড়িত সকলৰ ওপৰত চলা শাসন, শোষণ ৰোধ কৰাৰ বাবে কলাক এক গণ মাধ্যম হিচাপে ব্যৱহাৰ কৰা বিষ্ণুপ্ৰসাদ ৰাভা অসমৰ নৱপ্ৰজন্মৰ বাবে নৱতম পথ স্ৰষ্টা, কিন্তু ৰাভাৰ জীৱন দৰ্শনত সময়ে সময়ে কিছু পৰিপন্থী চিন্তাৰ উপস্থাপন কৰা কাৰণে হয়তো যিধৰণে ৰাভাদেৱক ভাল পাব লাগিছিল সেইটো এই মুহূৰ্ত্ততো সম্ভৱ হৈ উঠা নাই। কথাটো সচাঁকৈয়ে দুৰ্ভাগ্যজনক। বিষ্ণু ৰাভা আছিল জনজাতীয় লোক। তথাপি তেওঁ শংকৰদেৱক বিস্তৃতভাৱে অধ্যয়ন কৰিছিল। কলা-কৃষ্টি-সংস্কৃতিৰ বিশাল সাগৰৰ এই পণ্ডিতজনে অসমৰ জনগণক সাহিত্য-সংস্কৃতি, নৃত্য, গীত, নাটক আদি কলা-কৃষ্টিৰে মহীয়ান কৰি তোলা অসমীয়া সমাজৰ পৰা অস্পৃশ্যতা, ভেদাভেদ, বৈষম্য, জাতিভেদ দূৰ কৰি এখন সাম্যবাদী সমাজৰ সৃষ্টি কৰি অসমৰ সমাজ জীৱন উজ্বলাই তোলা মহান বিপ্লৱী মহাপুৰুষ শংকৰদেৱৰ সকলো কাব্য, সাহিত্য গ্ৰন্থ অধ্যয়ন কৰি তেৰাৰ অশেষ ভক্তি শ্ৰদ্ধাৰে গুণানুকীৰ্ত্তন কৰি গৈছিল— "মোৰ বিপ্লৱক অৰিহণা যোগাইছিল মহান বিপ্লৱী গুৰু শংকৰে।" সমাজৰ পৰা অবিচাৰ, ব্যভিচাৰ, দুষ্কৃতি আঁতৰাই সাম্যবাদী সমাজখন কৰি অৱহেলিত শোষিত, নিৰ্যাতিত অন্ধ-বিশ্বাসত বুৰ গৈ থকা আৰু শ্ৰেণী বৈষম্যত দলিত মানৱক জ্ঞানৰ আলোকেৰে আলোকিত কৰি এখন সুস্থ সমাজ গঢ়া মহান গুৰু শংকৰৰ আদৰ্শ লৈয়েই বিষ্ণু ৰাভাৰ বিপ্লৱ। ৰাভাই বাহু দাঙি গৰিমাৰে উৎফুল্লিত হৈ গাইছিল—

"শুনা শুনা শুনা
শুনা হেৰা ভাই
মহান কলাকাৰ শংকৰ আমাৰ
হওঁক আমাৰ আৰ্হি বিপ্লৱৰ।"



কীৰ্তন দশম, নামঘোষা হওঁক আমাৰ শৌৰ্য/নাট, গীত, নাম, বৰগীত হওঁক ৰণৰ তুৰ্য/আৰ্হি যে তেওঁৰ এই অসমৰ হওঁক অসীম বীৰ্য।



এই কথা প্ৰতীয়মান যে বহুমুখী প্ৰতিভাৰ আকৰ গণশিল্পী বিষ্ণু ৰাভাৰ জীৱনদৰ্শনিক সময়ে সময়ে বিভিন্ন ধৰণে আলোকপাত কৰা হয়। ৰজাঘৰ, প্ৰজাঘৰ, বিভিন্ন ৰাজনৈতিক আদৰ্শৰ দলসমূহ, জাতীয়তাবাদী, সাহিত্যসভা বা অন্যান্য অনুষ্ঠান-প্ৰতিষ্ঠান সমূহে বিশেষকৈ আজিৰ এনে কলাগুৰু গৰাকীৰ স্মৃতি দিৱসত তেওঁৰ প্ৰশংসাত পঞ্চমুখ হৈ প্ৰত্যেক ৰাভাক নিজৰ দৰ্শনৰ লগত খাপ খুৱাবলৈ প্ৰয়াস কৰা দেখা যায়। বিষ্ণু ৰাভাৰ আচল জীৱন দৰ্শনিক সঠিকভাবে প্ৰক্ষেপ নকৰি এনেভাবে কৰা প্ৰয়াসে তেওঁৰ সঠিক ৰূপটো প্ৰকাশ পোৱাত বেমেজালিহে ঘটায়। কাৰোবাৰ বাবে কলা গুৰু বিষ্ণু ৰাভা এজন শিল্পী, কাৰোবাৰ বাবে এগৰাকী বিপ্লৱী কমৰেড, কাৰোবাৰ বাবে বিষ্ণু ৰাভাৰ হাতৰ ষ্টেনগানটোৱেই আলোচনাৰ বিষয় হৈ পৰে।

সাম্প্ৰতিক সময়ত সাহিত্যিক সকলে সাহিত্যৰ আলোচনা কৰিছে, শিল্পীয়ে শিল্পীৰ কথা কৈছে, গায়কসকলে গানৰ বিষয়ে ক'ব বিচাৰিছে, বিপ্লৱীয়ে বিপ্লৱৰ তেজাল কথাবোৰ কৈছে, কিন্তু খাটিখোৱা, হালুৱা-বনুৱা শ্ৰমজীৱী লোকসকলৰ ধ্যান ধাৰণাৰ প্ৰতি তেওঁলোক অভ্যস্ত নহয় বা তেওঁলোকৰ সম্পৰ্ক নিবিড় নহয়। কিন্তু বিষ্ণুপ্ৰসাদ ৰাভাই শিল্পী, সাহিত্য-সংগীত আৰু বিপ্লৱৰ কথাবোৰৰ অনুশীলন বা আলোচনা কৰাৰ উপৰিও শ্ৰমজীৱী লোকসকলৰ দুৰ্দশাৰ কথা কৈছিল আৰু তেওঁলোকৰ সৈতে সহমত প্ৰকাশ কৰিছিল, নিবিড় সম্পৰ্ক ৰক্ষা কৰি চলিছিল।

ৰাভাদেৱে সমন্বয় আৰু সম্প্ৰীতিৰ এখন সমাজ গঢ়াৰ প্ৰয়াস লৈছিল। নিজে এটা বিশেষ জনজাতীয় গোষ্ঠীৰ লোক হোৱাৰ বাবেই হওঁক বা তেওঁৰ সাম্যবাদী চেতনাই তেওঁক সৰল হোজা জনজাতীয় লোকসকলৰ কাষ চপাই নিছিল। ৰাভাদেৱে বড়োসকলৰ বাথৌব্ৰাই দৰেই জনসাধাৰণৰ মাজত শ্ৰদ্ধা, মৰম আৰু সেৱা লাভ কৰিছিল। যেতিয়াই খেৰাই উৎসৱ আৰু কৃষ্টি সভাত বড়ো 'ছেংগ্ৰা-ছিখ্‌লা' সকলে চিফুং, খাম, ছেৰজা আদি লৈ নাচে আৰু গীত গায়, ৰাতি ক্ৰমে দোভাগ হৈ যায়, তেতিয়াহে ৰাভাদেৱে ভাষণ দিবলৈ উঠে— তেওঁৰ কথাৰে, গানেৰে, নাচোনেৰে হাঁহি ধেমালিৰ জোৱাৰ তোলে। ৰাভা আছিল ৰসাল মাত-বোলেৰে ৰঙে-ৰসে ভৰপূৰ ৰঙীন সপোন দেখোতা এগৰাকী ব্যক্তি। ৰাভা আছিল বড়ো ভাষা সাহিত্য-সংস্কৃতি, কাৰ্বি, মিচিং, ৰাভা, গাৰো, নগা জন-





সংস্কৃতিৰ প্ৰত্যক্ষ পৰিচয়, ভাৰতীয় জীৱনবোধ আৰু নাট্য নৃত্য শিল্পী কলাৰ এজন প্ৰাঞ্জল ব্যাখ্যাকৰ ব্যক্তি। বিষ্ণু ৰাভাই নিজেই এই বুলি কৈ গৈছে—

'এটা জাতিৰ লগত আন এটি জাতিৰ সমন্বয় হ'বলৈ হ'লে পৰস্পৰৰ ভিতৰত উভয়ে উভয়ৰ বিষয়ে সম্পূৰ্ণ জ্ঞান থকা উচিত। নিজৰ ধৰ্ম, কৃষ্টি, সমাজ আৰু সংস্কৃতিৰ উপৰিও আনৰ ধৰ্ম, কৃষ্টি, সমাজ আৰু সংস্কৃতিৰ বিষয় গভীৰ জ্ঞান থকা উচিত। পৰস্পৰৰ ভিতৰত অকৃত্ৰিম আৰু আন্তৰিক শ্ৰদ্ধাৰাজি কালৰ ৰথৰ চকাতে অগ্ৰগতিৰ তালে তালে প্ৰগতিৰ অসীম বাটেদি অগ্ৰসৰ হোৱা উচিত।

ৰাভাৰ এনেবোৰ ধাৰণাৰ পৰা বুজিব পাৰি যে তেওঁ এখন বিশাল মনৰ সমন্বয়ক আছিল। জন্মসূত্ৰে জনজাতীয় হ'লেও ৰাভাই বস্তুনিষ্ঠ গৱেষকৰ দৃষ্টিভঙ্গীৰে অসমৰ সংস্কৃতিত মঙ্গোলীয় ভেঁটিটোৰ বিচাৰ কৰিছিল আৰু তাক প্ৰগতিৰ অসীম বাটেদি সোঁত বোৱাই অসমৰ সংস্কৃতিৰ ঘাই সুঁতিয়েদি নি বিশ্ব সংস্কৃতিৰ মোহনমুখী কৰি দিব খুজিছিল। গতিকে জনজাতীয় হৈ উপজি বিষ্ণু ৰাভাই তেওঁৰ ঐতিহ্যত সুন্দৰ শংকৰৰ বিশাল সমুদ্ৰত বুৰ গৈছিল আৰু বহুজন অসমীয়াতকৈ অধিক অসমীয়া হৈছিল, প্ৰকৃত ভাৰতবাসী অসমীয়া হৈছিল আৰু প্ৰকৃত বিশ্ববাসী অসমীয়া হৈছিল। এনেকৈ কলাগুৰু বিষ্ণু ৰাভাই অসমীয়া সংস্কৃতিৰ অৱদান যোগাইছিল।

ৰাভা আছিল বিপ্লৱী। অকল বিপ্লৱী আখ্যাৰে শেষ কৰিলে তেওঁৰ জীৱন দৰ্শনৰ মূল্যায়ন শেষ হ'ব নোৱাৰে। তেও আছিল জনতাৰ শিল্পী। শিল্পী ৰাভাই 'তামোহৰদেউ' হৈ নাচে বিশ্বৰ ছন্দত। 'বিশ্বৰ ছন্দে ছন্দে' গীতটোত তেওঁ যেন আন্তৰ্জাতিকতাবোধত উদ্বুদ্ধ হৈ সংস্কৃতিৰ পোহৰৰ এনাজৰীৰে সকলোকে বান্ধি আনন্দতে নৃত্য কৰিছে। এন্ধাৰজয়ী সংস্কৃতিৰ পতাকা লৈ গীতটোত তেওঁ নটৰাজ শিৱ হৈ পুলকানন্দত যেন নাচিছে আৰু তেওঁৰ নাচোনৰ তালে তালে বসন্ত যেন জাতিস্মাৰ হৈ উঠিছে।



পাশ্চাত্যৰ প্ৰথম সাংস্কৃতিক প্ৰৱাহ আৰু সাম্ৰাজ্যবাদৰ বিৰুদ্ধে হোৱা বিদ্ৰোহৰ বিপুল জোৱাৰত কেবাজনো প্ৰতিভাবান ব্যক্তিৰ জন্ম হৈছিল বিষ্ণু ৰাভাও তাৰে এজন।

সংস্কৃতি ধনী, জমিদাৰ, হাকিম, পুজিপতি, চাহ বাগিছাৰ



মালিক, শোষক শ্ৰেণীয়ে গঢ়া নাই, সংস্কৃতি গঢ়িছে আৰু জীয়াই ৰাখিছে নিৰ্যাতিত-নিষ্পেষিত দুখীয়া-গাঁৱলীয়া কৃষক-বনুৱাই। লেনিনে কোৱাৰ দৰে ৰাভাৰো উপলব্ধি হ'ল যে সংস্কৃতি গণজীৱনৰ সম্পদ। গণজীৱনক কেন্দ্ৰ কৰিয়েই সংস্কৃতি গঢ়িবও লাগিব আৰু সংস্কৃতি জীয়াই ৰাখিবও লাগিব।

আজি অসমৰ সংকটজনক মুহূৰ্ত্তত জাতীয় সংহতিৰ আদৰ্শ আৰু শান্তি-সম্প্ৰীতিৰ এনাজৰীৰে বান্ধ খাই অনুপ্ৰাণিত হ'ব লাগিব। তেতিয়াহে আমাৰ জাতীয় জীৱনৰ উন্নতি সম্ভৱ হ'ব। সাম্প্ৰতিক অসমৰ অগ্নিগৰ্ভা পৰিস্থিতিত এখন সংস্কৃতিবান সুন্দৰ সমাজ গঢ়াৰ প্ৰসংগতে বিপ্লৱী বিষ্ণু ৰাভাৰ বীৰত্বপূৰ্ণ সংগ্ৰামী জীৱন কৰ্মৰাজী আৰু তেওঁৰ জীৱনাদৰ্শ পাথেয় হোৱা উচিত। বিষ্ণু ৰাভাৰ কাম-কাজৰ পূৰ্ণাংগ মূল্যায়ণ কৰিব পাৰিলেহে তেনে এক উচিত পথৰ সন্ধান পোৱা যাব। সেয়ে বিশিষ্ট চিন্তাবিদ ড° অমলেন্দু গুহৰ ভাষাত কবলৈ হ'লে— “বিষ্ণু ৰাভা যেন অসমৰেই প্ৰতীক”। আহক! কিংবদন্তী শিল্পী বিষ্ণুপ্ৰসাদ ৰাভাৰ জীৱন আদৰ্শেৰে আলোকিত হৈ জাতীয় ঐক্য-সংহতি আৰু সম্প্ৰীতিৰে এখন বৰ অসম গঢ়ো।◀◀



# শৈশৱতে লগ পোৱা সেই বিশালকায় মানুহজন

*হিৰণ্ময় বৰ্মন*

শাওন মাহ। ভৰ বাৰিষাৰ দিন। নৈ, বিল, খাল পথাৰ ফেনে-ফোটোকাৰে উপচি পৰাৰ দিন। ধৰিত্ৰীৰ বুকুত সোণগুটি গজাবলৈ হালোৱা-ৰোৱনীৰ পথাৰত ব্যস্ততা, জাক জাক জাকৈৱনীৰ পথাৰত জাকৈ মৰা, মাছুৱৈৰ জাল মাৰি, পথাৰ সিঁচি, মাছ ধৰাৰ বিৰল দৃশ্য দেখিবলৈ পোৱা যায় এই মাহতেই। সৰু সৰু ল'ৰা-ছোৱালীবোৰে মাক দেউতাকৰ বাধা নেওচি চোতালত কিন কিনীয়া বৰষুণত তিতি বুৰি আনন্দত কিৰিলি পাৰা কি যে এক অনুপম দৃশ্য। এইবোৰ কাৰণতেই শাওন মাহটো বৰ ভাল লাগে। আজি ৰাতিপুৱাও কিন কিনীয়া বৰষুণ দিছে, মাজে মাজে দুই এচাটি সৰু সুৰা বিজুলী ঢেৰেকণী। তথাপিও কিন্তু আজি বৰষুণত তিতিবলৈ মন যোৱা নাই। আজি মোৰ মনটো চঞ্চল হৈ আছে। চঞ্চলতাৰ কেন্দ্ৰবিন্দু কিন্তু এগৰাকী মহান শিল্পীক স্বচক্ষে দেখা পোৱাৰ আশাত, নিচেই ওচৰৰ পৰা লগ পোৱাৰ আশাত।

মোৰ দেউতা (মঞ্চসূৰ্য ধৰণী বৰ্মন) "সুৰদেৱী নাট্য সংঘ" নামেৰে এটি ভ্ৰাম্যমাণ আধুনিক যাত্ৰাদল খুলিছিল। দুবছৰ সুখ্যাতিৰে পাৰ কৰাৰ পিচত এই বছৰ তাক পূৰ্ণাঙ্গ থিয়েটাৰ "সুৰদেৱী থিয়েটাৰ ৰূপ দিছে। সেই সময়ত অসমত মাত্ৰ তিনিখন ভ্ৰাম্যমাণ থিয়েটাৰ। চামতাৰ সুৰদেৱী থিয়েটাৰ পাঠশালাৰ নটৰাজ থিয়েটাৰ আৰু হাজোৰ 'পূৰ্বজ্যোতি থিয়েটাৰ'। শাওন মাহত থিয়েটাৰবোৰৰ আখৰা আৰম্ভ হয়। প্ৰায় দুমাহ আখৰা কৰাৰ পিচত অসমৰ চহৰে-নগৰে গাঁৱে-ভূঞে নাট প্ৰদৰ্শ্যন কৰি ঘূৰি ফুৰে। আমাৰ ঘৰৰ লগতে থকা আখৰা গৃহ শিল্পী কলাকুশলীৰে ভৰি পৰিছে। এটি আনন্দমুখৰ পৰিবেশ। এই শিল্পীবোৰক নাটক শিকাবলৈ আজি আখৰা গৃহত উপস্থিত হ'ব সেই গৰাকী মহান শিল্পী-কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা। মোৰ মনৰ





চঞ্চলতাৰ কাৰণ সেয়াই। মোৰ বয়স তেতিয়া ১২/১৩ বছৰ হ'ব। চামতা উচ্চতৰ মাধ্যমিক বিদ্যালয়ত (তেতিয়াৰ চামতা হাইস্কুল) সপ্তম শ্ৰেণীত পঢ়োঁ। বিষ্ণুপ্ৰসাদ ৰাভাক কোনোদিনেই দেখা নাই, নামটোহে শুনিছোঁ। আমাৰ গাঁৱৰ বয়োজ্যেষ্ঠ সকলৰ মুখত প্ৰায়ে শুনিছিলো ৰাভাদেৱৰ গুণ-গৰীমাৰ কথা। দলিত, শোষিত কৃষক, শ্ৰমিক, বনুৱাৰ ন্যায়ৰ হকে মাত মতা, অন্যায়, অত্যাচাৰৰ বিৰুদ্ধে বিপ্লৱ কৰা, চৰকাৰৰ ৰোষত পৰি কাৰাবাস খটা, ঘৰ বাৰী ঐশ্বৰ্য-বৈভৱ সকলো ত্যাগ কৰি হাবিয়ে জংঘলে, অচিনাকী গাঁৱে-ভূঞে পলাই ফুৰা, নাচ-গান, নাটক কৰি ঘূৰি ফুৰা, আৰু যে ক'ত কি, গীতিকাৰ, সুৰকাৰ, চিত্ৰকৰ, সাহিত্যিক বিষ্ণুপ্ৰসাদ ৰাভাৰ কথা। কিশোৰ বয়সতে তেখেতৰ ইমানবোৰ মহৎ গুণৰ পৰিচয় পাই তেখেতৰ প্ৰতি মোৰ হৃদয়ত শ্ৰদ্ধা-ভক্তিয়ে স্থিতি লৈছিল অজানিতে। আৰু আজি মোৰ শ্ৰদ্ধাৰ সেইগৰাকী মহান ব্যক্তি কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা আমাৰ ঘৰলৈ আহিব, ইয়াতে দুমাহ কাল থাকিব কথাটো জনাৰ লগে লগে মোৰ মনৰ চঞ্চলতা, ব্যাকুলতা ক্ৰমাত বৃদ্ধি হ'ব ধৰিলে। মনৰ মাজতে কল্পনা কৰিবলৈ ললো তেখেতৰ প্ৰতিচ্ছবি। কেনে হ'ব বাৰু তেখেত? বগা নে ক'লা? শকত নে ক্ষীণ?? ওখ নে চাপৰ??? ইত্যাদি! ইত্যাদি!!

ৰাতিপুৱাৰ ডাৱৰীয়া বতৰ এতিয়া ফৰকাল। বেলি পশ্চিম দিশে ঢপলীয়াইছে। ৰাভাদেৱ এতিয়াও আহি পোৱাহি নাই। মনৰ অস্থিৰতা বাঢ়ি গৈ আছে। এই চোতাল-এই পদুলিমুখ-এই ঘৰ - অহা যোৱা কৰি চলি আছে মোৰ। দেউতা আহি চোতালতে বহি ললে। বোধহয় ৰাভাদেৱ অহাৰ অপেক্ষাত। মই ঘৰৰ বাহিৰ ওলাব নোৱাৰা হ'লোঁ, দেউতালৈ ভয় লাগে। সৰুতে দেউতাক বৰ ভয় কৰি চলিছিলো, অৱশ্যে সেয়া ভয় আছিল নে দেউতাৰ প্ৰতি মোৰ শ্ৰদ্ধা ভক্তি আছিল তাক নুবুজিছিলোঁ ; হয়তো ভয়ৰ মাজেদিয়েই সেয়া আছিল মোৰ দেউতাৰ প্ৰতি থকা শ্ৰদ্ধা-ভক্তিৰ বহিঃপ্ৰকাশ। যি কি নহওক, দুৱাৰ দলিত বৈ আছোঁ দৃষ্টি



কিন্তু পদুলি মুখত। এনেতে বাছ এখন আহি আমাৰ পদুলিতে ৰ'লহি। নামি আহিল এজন ওখ-পাখ, শকত-আৱত মানুহ। পিন্ধনত ধূতি আৰু দীঘল পাঞ্জাবী চোলা। কান্ধত এখন কাপোৰৰ বেগ। দেউতা আগবাঢ়ি গ'ল।



এটি মিচিকিয়া হাঁহিৰে মানুহজনে দেউতাৰ পিনে চাই মাত দিলে – 'ধৰণী'

দাদা - আহক –

হয়, এখেতেই বিষ্ণুপ্ৰসাদ ৰাভা?

দেউতাৰ লগত তেখেত চোতাললৈ সোমাই আহিল দুই এজনকৈ শিল্পীসকল চোতালত গোট খালেহি।

দাদা ভিতৰলৈকে বলক

হব দিয়া চোতালতে বহো।

চোতালতে থকা কাঠৰ চকীখনত তেখেতে বহি ললে। ছোৱালী- (থিয়েটাৰৰ শিল্পী) এজনীয়ে বিচনি এখনেৰে তেখেতক বিচি থাকিল।

আহোতে বৰ কষ্ট পালে নিশ্চয়!

এহ কিনো কষ্ট হ'বহে। খোজ কাঢ়ি অহা নাই নহয় বাছত আহিছোঁ। বাছখনৰ 'চিট এটাত বহি লৈছোঁ বচ্ বাছখনে চিধা আনি একেবাৰে তোমাৰ পদুলিতে নমাই দিলে। অৱশ্যে চামতালৈ অহা বাছৰ অপেক্ষাত নলবাৰীত কিছু সময় ৰবলগীয়া হ'ল। বাছখনতো মানুহৰ বহুত ভীৰ বুজিছা। থেলা-খেলি কৰি কোনো মতে চিট এটা যোগাৰ কৰি লৈছে। কথাখিনি কৈয়েই এটা অট্টহাঁহি মাৰিলে। বাকীসকলেও –

ইতিমধ্যে প্ৰায় সকলোবোৰ শিল্পী চোতালত ভিৰ কৰিছেহি। দেউতাই তেওঁলোকক ৰাভাদেৱৰ লগত চিনাকী কৰাই দিছে। কোনোবাই নমস্কাৰ, কোনোবাই চৰণ চুই আশীৰ্বাদ লৈছে।

'নুচুবি অ, মোৰ এই লেতেৰা ভৰি দুখন কেলেই চুইছা" বৰ আন্তৰিকভাৱে কথাষাৰ কৈ তেখেতে সকলোকে দুহাত তুলি আশীৰ্বাদ দিছে। মই দুৱাৰ দলিত থিয় হৈ পৰ্দাৰ ফাঁকেৰে সকলোবোৰ চাই আছোঁ। তেখেতৰ ওচৰলৈকে আগবাঢ়ি যাব পৰা নাই। কিবা দেখোন লাজ-সঙ্কোচে মোৰ ভৰি দুখন আগবাঢ়ি যোৱাত বাধা দিছে ; লৰ- চৰ কৰিব পৰা নাই। আজি ৰাতিপুৱাৰে পৰা তেখেত অহাৰ অপেক্ষাত উদ্বিগ্ন হৈ বৈ আছোঁ। ক্ষন্তেক আগলৈকে তেখেতক দেখাৰ বাবে ব্যাকুল হৈ আছিলোঁ। কিন্তু এতিয়া সৌৱা তেখেত চোতালতে বহি আছে। মানুহবোৰে তেখেতৰ চৰণ চুই আশীৰ্বাদ লৈছে, দুই এটি কথা পাতিছে। কিন্তু মই ওচৰলৈ





যাব পৰা নাই, লাজ-সঙ্কোচে যেন মোৰ সমস্ত শৰীৰ জঠৰ কৰি তুলিছে।

'হেৰা এইপিনে আহা সেয়া দেউতাৰ মাত, মাক মাতিছে। মা, মোৰ কাষেৰে চোতাললৈ আগবাঢ়ি গ'ল। পিছে পিছে মই মাৰ চাদৰৰ আঁচলত ধৰি —

দাদা, মোৰ শ্ৰীমতি, ৰাভাদেৱৰ লগত মাক চিনাকী কৰাই দিলে, মাৰ পিছপিনে লুকাই থিয় হৈ আছোঁ মই, হাত চাদৰৰ আঁচলত, এৰি দিয়া নাই জোৰকৈ খামোচ মাৰি ধৰি আছো, যেন কোনোৱাই মোক টানি আঁজুৰি লৈহে যাব। আৰু থিক তেতিয়াই আহিল মোৰ স্মৰণীয় মুহূৰ্তটো। মা, ৰাভাদেৱৰ আশীৰ্বাদৰ বাবে চৰণ যুগল চুবলৈ হাউলি দিয়াৰ লগে লগে মোৰ একেবাৰে চকুৰ সম্মুখতে সেই বিশালকায় মানুহজন! মুখ, হাত, ভৰি ইমান ডাঙৰ, হাতৰ আঙুলিবোৰ ইমান শকত, আৰু ..............। বিস্ময়তাৰে চাই আছোঁ। তেখেতৰ কিন্তু মোলৈ দৃষ্টিগোচৰ হোৱা নাই। মাক দুহাত মুৰত থৈ আশীৰ্বাদ দিছে।

এইজন মোৰ ডাঙৰ ল'ৰা —

ৰাভাদেৱে মোলৈ চালে আৰু দুহাতেৰে মোক কাষলৈ টানি লৈ গ'ল।

মই তেখেতৰ দুবাহুৰ বেষ্টনীত। আৰু থিক তেতিয়াই অনুভৱ কৰিলো অন্য এক শিহৰণ, অন্য এক অনুভূতি সেয়া ভয়ৰ নে লাজৰ নে আন কিহবাৰ নাজানিলোঁ বুজিও নাপালো।

কি নাম?

হিৰণ্য, লাজে ভয়ে মাতষাৰি মুখৰ পৰা ওলালা নে নোলাল গমকে নাপালো।

কোন শ্ৰেণীত পঢ়া?

সপ্তম।

মোক চিনি পাইছা?



মূৰ জোকাৰিলো অৰ্থাৎ-পাইছোঁ।

কোন?

বিষ্ণু ৰাভা!!!

সেয়া আছিল ১৯৬৭ চনৰ শাওঁন মাহৰ কোনোবা



এটি আবেলি আমাৰ ঘৰৰ চোতালত বিষ্ণুপ্ৰসাদ ৰাভাক প্ৰথম দেখাৰ, প্ৰথম লগ পোৱাৰ কাহিনী।

গৰমত ঘামি-জামি, চামতাত, সুৰদেৱী থিয়েটাৰৰ আখৰা গৃহত চোতালত প্ৰথম ভৰি দিয়া, শিল্পীবোৰে ভৰি চুই আশীৰ্বাদ লওতে "নুচুবি অ, এই লেতেৰা ভৰিদুখন কেলেই চুইছা" বুলি কৈ তেওঁলোকক দুহাত তুলি আশীৰ্বাদ দিয়া, এই আপি (ছোৱালী) ইমানকৈ বিচি থাকিলে তোৰ এই লাহি কোমল হাত দুখনি বিষাব, হ'ব যা বুলি কৈ ওচৰতে বিচি থকা ছোৱালীজনীক জোকোৱা, মোক দুহাতেৰে সাৱটি ধৰি "মোক চিনি পাইছা" বুলি সোধা সেই হোজা মানুহজনেই হৈছে অসমীয়া সংস্কৃতিৰ কাণ্ডাৰী, প্ৰবাদ পুৰুষ কলাগুৰু বিষ্ণু প্ৰসাদ ৰাভা।

আজি তেখেতৰ জন্ম শতবাৰ্ষিকীৰ মুহূৰ্তত মনত পৰিছে শৈশৱৰ সেই মধুৰ স্মৃতি। আখৰা গৃহত দুমাহ কাল থাকি শিল্পীসকলক অভিনয়, নাচ, গান, শিকোৱা, আজৰি সময়ত সকলোৰে লগত কথা পাতি, হাঁহি-ধেমালি কৰি সময় কটোৱা আৰু বহু সৰু সৰু ঘটনা কথাছবিৰ ৰিলৰ দৰে স্মৃতিৰ পৰ্দাৰে পাৰ হৈ যাব ধৰিছে এটি এটিকৈ।

নাটক শিকোৱাত ব্যস্ত ৰাভাদেৱ। নাটক কি! অভিনয় কি! অভিনয়েৰে কেনেদৰে চৰিত্ৰৰ প্ৰকৃত ৰূপ দিব পাৰি, বচন (সংলাপ) কেনেদৰে ক'ব লাগে। বাক্য শাৰীৰ কোন কেইটা শব্দ বেচি গুৰুত্বপূৰ্ণ, কোন কেইটা শব্দ উচ্চাৰণত জোৰ দিলে বাক্যশাৰীৰ প্ৰকৃত অৰ্থ প্ৰকাশ পাব, ইত্যাদি ইত্যাদি, শিল্পীসকলক সুন্দৰভাৱে বুজাই দিছে। সকলোৱে একান্ত মনে শুনি আছে। শিল্পীসকলক বচন মাতিব দিছে। প্ৰয়োজনত নিজে অভিনয় কৰি দেখুৱাই দিছে। এবাৰ, দুবাৰ, বহুবাৰ। আমনি নাই, ভাগৰ নাই, খং নাই। ৰ' লাগি চাই থাকো আঁতৰৰ পৰা, একোকে বুজি নাপাওঁ। কোনোবা দিন দেখো ৰাভাদেৱ নাচ-গানৰ আখৰা গৃহত কাঠৰ চাংখনত হাৰমনিয়মটো আগত লৈ বহি আছে। তেখেতক ঘেৰি আন বাদ্যযন্ত্ৰীসকল। হাৰমনিয়মৰ ৰিড্‌ত তেখেতৰ হাতৰ ডাঙৰ ডাঙৰ আঙুলি, কি আচৰিত তেখেতৰ হাতৰ হতঙা আঙুলিৰ পৰশত বাজি উঠিছে সু-মধুৰ সুৰ .



হৰেশ্বৰ বজা — কাহাৰবা (তাল)



ধাগে নাতি নাকে ধিন

হৰেশ্বৰ বায়নক তবলাৰ বোল কৈ দিছে (হৰেশ্বৰ বায়ন থিয়েটাৰৰ তবলা বজোৱা শিল্পী আছিল)

ঐ ল'ৰা-ছোৱালীমখা, গা, এই বুলি কৈ নিজে গীতৰ সুৰ ধৰিছে –

নাহৰ ফুলে নুশুৱায়
তগৰ ফুলে শুৱাব.....

কি অপূৰ্ব সুৰ। ইমান হতঙা মানুহজনৰ ইমান কোমল সুৰীয়া মাত! ভাবি আচৰিত হওঁ, কিন্তু সমিধান নাপাওঁ, মাথোঁ ৰ' লাগি চাই ৰওঁ।

আন এদিনৰ কথা, নাচৰ ল'ৰা-ছোৱালীবোৰক ৰাভাদেৱে নৃত্য শিকাই আছে। মই স্তম্ভিত হ'লোঁ। ইমান শকত-আৱত ওখ পাখ মানুহজনে কেনেকৈ নৃত্য দিয়ে (ৰাভাদেৱে "বিশ্বৰ ছন্দে ছন্দে" গীতটোত তাণ্ডৱ নৃত্য প্ৰদৰ্শন কৰি কলাগুৰু উপাধি পাইছিল, এইটো কথা পিছতহে জানিছিলোঁ।

সোঁহাতৰ আঙুলি কেইটা এনেকৈ (আঙুলিৰে মুদ্ৰা দেখুৱাই দি) বাওঁ হাতৰ কেইটা এনেকৈ, ভৰি দুখন এনেদৰে থাকিব। চকুৰ চাৱনি, বেকাকৈ ওপৰলৈ এইটো ৰুদ্ৰ ৰসৰ মুদ্ৰা–

এইটো হ'ল সৃঙ্গাৰ ৰসৰ মুদ্ৰা

এনেদৰে.......................

বিভিন্ন মুদ্ৰাবোৰ দেখুৱাই তাৰ অৰ্থবোৰ সুন্দৰ ভাবে বুজাই আছে।

একান্তচিত্তে চাই আছোঁ – চাই আছোঁ মুদ্ৰাৰ প্ৰকাশভঙ্গীৰ বাবে হাতৰ আঙুলি ব্যাবহাৰ কৰা কৌশালবোৰ ... চাই আছোঁ তন্ময় হৈ।

এনেদৰে ৰ' লাগি চাই আছা যে! নাচ শিকিবৰ মন গৈছে নেকি?

ৰাভাদেৱৰ মাতত তন্ময়তা ভাঙিল। লাজত ৰঙা চিঙা পৰি তাৰ পৰা দৌৰি পলালো।



তিনি / চাৰিদিন আখৰা গৃহলৈ যোৱা নাই, লাজতে ; সকতে অলপ লাজুকীয়া আছিলোঁ বাবে ৰাভাদেৱৰ ওচৰত সেইদিনা লাজ অলপ বেছিকৈ লাগিছিল।

ৰঞ্জীত! ঐ ৰঞ্জীত!!



বাহিৰত ৰাভাদেৱৰ মাত। নিশা তেতিয়া ১১/১২ মান হ'ব। আখৰাৰ শেষত শিল্পীবোৰে খোৱা বোৱা কৰি শুবলৈ লৈছে। মইও বিচনাত, চিল মিল টোপনিত। ৰাভাদেৱৰ মাতত সাৰ পাই গ'লো। দেউতা বাহিৰলৈ ওলাই গ'ল।

ৰঞ্জীতক বিচাৰিছে দাদা! কিবা লাগে নেকি?

চোৰাচোৰ ইয়াৰ কাণ্ডখন।

কি কৰিলে ৰঞ্জীতে?

বস্তুটো ঠিকমতে নথলে হবলা, কমলৈ গৈ দেখো কলহটো বাগৰি গোটেইসোপা মজিয়াতে সিচৰিত হৈ আছে।

বস্তুটো মানে ঘৰতে বনোৱা মদ। তেতিয়া মদ কি বস্তু নাজানিছিলোঁ, দেখাও নাছিলোঁ, কিন্তু ৰাভাদেৱে খাই বুলি শুনিছিলোঁ। তেখেতক সদায় এইবিধ বস্তু লাগে, কাম শেষ কৰি নিজৰ কমত খাই, সেই সময়ত কাকো দেখা নকৰে, কাৰো লগত কথাও নাপাতে। ৰঞ্জীত বৰডেকাৰ দায়িত্ব ৰাভাদেৱক সদায় যোগান ধৰা। ৰঞ্জীত বৰডেকা আমাৰ ঘৰৰ ওচৰৰে মানুহ, দেউতাৰ লগত অনবৰতে ছাঁটোৰ দৰে লাগি থাকে। বৰ ভাল মানুহ। আজি তেখেত জীৱিত নাই। তেখেতৰ আত্মাই চিৰ শান্তি লভক। আনদিনৰ দৰে সেইদিনাও তেখেতে ৰাভাদেৱৰ কাৰণে একলহ আনি তেখেতৰ কমতে থৈ আহিছিল। কিন্তু কেনেবাকৈ কলহটো বাগৰি গোটেইসোপা মজিয়াতে পৰি থাকিল। ৰাভাদেৱে কমলৈ গৈ দেখো কাণ্ড এয়া। এতিয়া ৰাতি খায় কি? নহেলোতো নহব সেয়ে ৰঞ্জীতক বিচাৰি ফুৰিছে।

দাদা, এতিয়া ৰঞ্জীতক ক'ত বিচাৰি পাব?

উ, বেটাই মোৰ ভয়তে পলাই ফুৰিছে। উপায়তো নাই, যাওঁ দিয়া, ভাতকে খাই শুই থাকোগৈ। ক'ত টোপনি আহিব?

ৰাভাদেৱ গ'লগৈ, দেউতাও কমলৈ আহি বিচনা ললেহি।

ঘটনাটো দেউতাই মাক কৈ থাকোতে শুনিছিলোঁ। ভাবিছিলোঁ কাইলৈ ৰাতিপুৱা চাগে ৰাভাদেৱে ৰঞ্জীত বৰডেকাক গালি-শপনি দিব।



পিচদিনা পুৱা ৰাভাদেৱ আখৰাত ব্যস্ত। থিয়েটাৰৰ



কিছুমান মানুহে ৰঞ্জীত বৰডেকাক ভয় খুৱাইছে ৰাভাদেৱৰ খং উঠি থকা বুলি কৈ। ভয়তে বৰডেকাই ৰাভাদেৱৰ মুখা-মুখি হোৱা নাই। আলেঙে আলেঙে ঘুৰি ফুৰিছে। এবাৰ হঠাত ৰাভাদেৱে দেখিলে--

ঐ জধামুৰ্খ, এই পিনে আহ। চুচুক চামাকৈ ৰঞ্জীত বৰডেকা ৰাভাদেৱৰ সন্মুখত হাজিৰ।

যোৱা নিশা ক'ত পলাইছিলি? বস্তুটো ভালদৰে থ'ব নোৱাৰিলি? আজি ভালদৰে থবি বুজিছা। কথাখিনি কৈ তেখেত পুনৰ আখৰাত ব্যস্ত। কোনো খঙ-ৰাগ নাই। শান্ত, ধীৰ, স্থিৰ, অসাধাৰণ ব্যক্তিত্বৰ অধিকাৰী, জনতাৰ শিল্পী সেইজনেই কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা।

আগতেই কৈছোঁ সেই সময়ত অসমত ভ্ৰাম্যমাণ থিয়েটাৰ মাত্ৰ তিনিখন, আজিৰ দৰে ইমানবোৰ থিয়েটাৰ নাছিল। মানুহৰ কৌতুহল বহুত বেছি। অসমৰ বিভিন্ন ঠাইৰ পৰা একগোট হোৱা অভিনেতা / অভিনেত্ৰী, আন আন শিল্পীবোৰক ওচৰৰ পৰা চাবলৈ, আখৰা কেনেদৰে কৰে তাক চাবলৈ আখৰা গৃহত প্ৰায়ে মানুহৰ ভিৰ। বিশেষকৈ স্কুলৰ ল'ৰাবোৰে সুবিধা পালেই আখৰা গৃহ ভিৰ কৰেহি। ৰাভাদেৱে সৰু সৰু ল'ৰা-ছোৱালী পালেই ওচৰলৈ মাতি নি কথা পাতে। বিভিন্ন কথা, ঘৰৰ কথা, মাক-দেউতাকৰ কথা ইত্যাদি। ৰাভাদেৱৰ এই কামৰ সঙ্গী আছিল আন এজন মহান শিল্পী, কথাছৱিৰ পৰিচালক প্ৰয়াত ব্ৰজেন বৰুৱা। যিজনা মহান শিল্পীয়েও একেটা বছৰতে সুৰদেৱী থিয়েটাৰত সঙ্গীত আৰু নাটক পৰিচালনা কৰিবলৈ আহিছিল। দুয়োগৰাকী মহান শিল্পীয়ে সৰু ল'ৰা-ছোৱালী পালেই খুহুতীয়া কথাৰে ধেমালি কৰিছিল।

....তোমালোকৰ ঘৰ চিনি পাওঁ নহয় আমি, গৈছিলোঁ তোমালোকৰ ঘৰলৈ, দেখিছিলা নে নাই?

ল'ৰাবোৰে বুৰ্বকৰ দৰে ইজনে সিজনলৈ চাই। কোনো কোনোৱাই লগে লগে তাৰ পৰা আতৰি যায়।



....এটা কাম কৰিবা, কাইলৈকে তোমালোকৰ ঘৰলৈ যাম। মাৰাক কবা, নাৰিকল লাৰু আৰু পিঠা বনাই থব। কবা নে নাই?



সিহঁতে মুৰ জোকাৰি আঁতৰি আহে। মনত প্ৰশ্ন, সচাকৈয়ে কাইলৈ সিহঁতৰ ঘৰলৈ যাব নেকি?

ৰাভাদেৱহঁতৰ কিন্তু সিহঁতৰ ঘৰলৈকে কেতিয়াও যোৱা নহয়, আচলতে তেখেতসকলে সিহঁতৰ মাক-দেউতাকক চিনি নাপায়, সেয়া আছিল তেখেত সকলৰ ধেমালিহে।

এনেদৰে আজৰি সময় পালেই বহুতো ৰসাল কথাৰে, সৰু সুৰা ধেমালিৰে পাৰ কৰিছিল আখৰা চাবলৈ অহা মানুহৰ লগত, শিল্পীসকলৰ লগত। তেনেই সহজ সৰল ব্যক্তি, অন্তৰত নাই কোনো কপটতা, নাই কোনো অভিমান, নাই একো অভিযোগ। কেৱল সাধনাত মগ্ন, কান্ধপাতি লোৱা গধুৰ দায়িত্ব কেনেদৰে সুকলমে, সফলতাৰে পালন কৰিব পাৰে তাৰেই সাধনা।

ৰাভাদেৱ সহজ সৰল হোজা মানুহ হ'লেও তেখেতৰ হৃদয়ত উমি উমি জ্বলি থাকে বিপ্লৱৰ অগনি। এই বিপ্লৱ দুখীয়া শ্ৰমিক, কৃষকৰ মুক্তিৰ বাবে, ধনী, শোষক শ্ৰেণীৰ বিৰুদ্ধে, চৰকাৰৰ বিৰুদ্ধে যাৰ বাবে চৰকাৰৰ ৰোষত পৰি তেখেত ঘৰবাৰী এৰি পলাই ফুৰিছিল হাবিয়ে জঙ্গলে, অচিনাকী গাঁৱে-ভূঁঞে, কাৰবাস খাটিব লগীয়াও হৈছিল। এইবোৰ বহুত কাহিনী আজৰি সময়ত কৈছিল সকলোকে। মই এইবোৰ কথা বুজি পোৱা নাছিলোঁ কিন্তু একান্ত মনে শুনিছিলোঁ সৰুতে আইতাৰ মুখত সাধু শুনাৰ দৰে।

দুখীয়া কৃষক, শ্ৰমিক, বনুৱাক লৈ তেখেতে বৰ সুন্দৰ কবিতাও লিখিছিল আৰু সময় পালেই সেইবোৰ আবৃত্তি কৰি শুনাইছিল। কবিতাৰ ভাষা মই বুজি নাপাওঁ কিন্তু তেখেতৰ তেজদীপ্ত কণ্ঠত প্ৰকাশিত হোৱা শব্দৰ ধ্বনিবোৰ মোৰ কৰ্ণেৰে প্ৰবেশ কৰি শৰীৰত এক শিহৰণ জগাই তোলে কিন্তু সেয়া কিয়? কিহৰ বাবে নাজানো তথাপি শুনিছিলোঁ তেখেতৰ আবৃত্তি।

বিষ্ণুপ্ৰসাদ ৰাভাদেৱ হেনো এজন সুদক্ষ ৰাজনীতিবিদ। ৰাজনীতিৰ বিষয়ে সেই সময়ত একো নাজানিছিলোঁ বাবে এজন ৰাজনীতিবিদ হিচাবে ৰাভাদেৱক জনা বা বুজা মোৰ বাবে সম্ভৱ নাছিল, কিন্তু তেখেতে যে মেলে / মিটিঙে সুন্দৰ ভাষণ দিয়ে এইটো কথাৰ উমান





পাইছিলোঁ এখন সভাত। সভা খন হৈছিল আমাৰ বিদ্যালয়ৰ (চামতা উচ্চতৰ মাধ্যমিক বিদ্যালয়) হল ঘৰটোত। অৱশ্যে কিহৰ সভা আছিল তাক ঠিক মোৰ মনত নাই। ৰাভাদেৱ আছিল সেই সভাখনৰ নিৰ্দ্দিষ্ট বক্তা। হল ভৰ্ত্তি মানুহ। ৰাভাদেৱে ভাষণ দিছে প্ৰায় এঘণ্টাতকৈও বেছি সময়। মেলে / মিটিঙে সাধাৰণতে কিশোৰ বয়সৰ ল'ৰা-ছোৱালীৰ ভাষণ শুনাৰ ধৈৰ্য নাথাকে। কিন্তু সেই সভাখন আছিল ব্যতিক্ৰম। হল ঘৰত উপস্থিত সকলো মানুহেই একান্ত মনে তেখেতৰ ভাষণ শুনি আছিল। কেনে শুৱলাকৈ, সহজ ভাষাৰে তেখেতে কথাবোৰ কৈ গৈছে। হল ঘৰ সম্পূৰ্ণ নিস্তব্ধতা, বেজী এটি পৰিলেও যেন তাৰ শব্দ শুনিবলৈ পোৱা যাব। ভাষণ দিওতে এনে লাগিছিলি তেখেতে যেন মঞ্চত অভিনয়হে কৰিছে। ৰ' লাগি তেখেতলৈ চাই আছিলোঁ আৰু ভাবিছিলোঁ ইমান সলসলীয়াকৈ তেখেতে কেনেকৈ কথাবোৰ কৈছে। ইমানবোৰ কথা তেখেতৰ জিভাৰ আগত থুপ খাই আছে নেকি যে মুখ মেলিলেই কথাবোৰ নিজে নিজে ওলাই আহে।

ৰাভাদেৱৰ আৰু এটা মহৎ গুণ সেই সময়তে জানিব পাৰিছিলোঁ। তেখেত এজন ভাল চিত্ৰ শিল্পীও আছিল। মই পিছে স্বচক্ষে তেখেতে ছবি অকা মুহূৰ্তখিনি নেদেখিলোঁ আৰু সেই নেদেখা দুখটো আজিও মোৰ থাকি গ'ল।

থিয়েটাৰৰ আখৰা পৰ্ব শেষ হ'ল। আৰম্ভ হ'ল নাট্যাভিনয়ৰ পৰ্ব। চামতাত সুৰদেৱী থিটেয়াৰৰ অস্থায়ী প্ৰেক্ষাগৃহত প্ৰথম নিশাৰ নাট্যাভিনয়। নাটক "সম্ৰাট অশোক"। নাটকৰ মুখ্য চৰিত্ৰ সম্ৰাট আশোকৰ ভাও দিব স্বয়ং বিষ্ণু প্ৰসাদ ৰাভাদেৱে। নলবাৰী জিলাৰ (তেতিয়াৰ কামৰূপ জিলা) কথা নাজানো কিন্তু পশ্চিম নলবাৰী অঞ্চলত বোধকৰো ৰাভাদেৱে সিদিনা প্ৰথম মঞ্চত অভিনয় কৰিব। গতিকে তেখেতৰ অভিনয় চাবলৈকে চাৰিওপিনৰ পৰা হিল দল ভাঙি মানুহ আহিছে। প্ৰেক্ষাগৃহত মানুহ নোজোৰে। নাটক আৰম্ভ হ'ল। অশোকৰ ভাওত ৰাভাদেৱৰ কি দুৰ্দ্দান্ত অভিনয়। মন্ত্ৰ মুগ্ধ হৈ সকলোৱে তেখেতৰ অভিনয় উপভোগ কৰিছে। মই নিচেই ওচৰৰ পৰাই চাইছোঁ





সম্ৰাট অশোকৰূপী বিষ্ণু ৰাভাক, আজিও পাহৰিব পৰা নাই সেই দিনাৰ তেখেতৰ সেই যাদুকৰী অভিনয়। মাজে মাজে ভাবো বিষ্ণু ৰাভাদেৱৰ ইমানবোৰ গুণৰ অধিকাৰী হ'ল কেনেকৈ? তেখেতে দেখোন নজনা বিষয়, নজনা কথা একোৱেই নাই। ভাবি পাৰা পাৰ নাপাওঁ। যিকি নহওক শৈশৱতে একেৰাহে দুমাহ কাল. ৰাভাদেৱক নিচেই ওচৰতে পাই, তেখেতৰ সান্নিধ্যত আহি অপৈনত বয়সত হ'লেও ৰাভাদেৱৰ এই মহৎ গুণবোৰ্ দেখি, শুনি, জানি, তেখেতৰ জ্ঞানৰ বিশালতা, গভীৰতা বুজি নাপালেও সেই সময়তে মোৰ অন্তৰত তেখেতৰ প্ৰতি এক গভীৰ ভাল পোৱা, শ্ৰদ্ধা ভক্তি স্থিতি লৈছিল, যিটো আজিও আছে আৰু থাকিব চিৰদিন, চিৰকাল।

আশী দশকৰ শেষ চোৱা ইতিমধ্যে বিষ্ণুপ্ৰসাদ ৰাভা অসমৰ ৰাইজৰ পৰা চিৰবিদায় মাগিছে। মই তেতিয়া থিয়েটাৰ শিল্পৰ লগত ওতঃপ্ৰোতভাৱে জড়িত। অভিনয় কৰো, বাদ্যযন্ত্ৰ বজাও, মঞ্চৰ কাৰিকৰী দিশবোৰ চাওঁ, পোহৰ নিয়ন্ত্ৰণ কৰো ইত্যাদি বিভিন্ন দিশত। ইতিমধ্যে অসমত বহুকেইখন ভ্ৰাম্যমাণ থিয়েটাৰৰ জন্ম হৈছে। নগাঁওৰ কোনোবা এখন ঠাইত আমাৰ থিয়েটাৰ চলি আছিল। সেইদিনা সন্ধিয়া গুৱাহাটীৰ পৰা হঠাতে নাট্যকাৰ মহেশ কলিতা উপস্থিত হ'ল। মহেশ কলিতা সেইসময়ত ভ্ৰাম্যমাণ থিয়েটাৰৰ এজন প্ৰতিষ্ঠিত নাট্যকাৰ। আমাৰ থিয়েটাৰত তেতিয়া প্ৰতিবছৰে তেখেতৰ নাটক মঞ্চস্থ কৰিছিলোঁ। তেখেতে মোক ক'লে--

বৰ্মন, যদি সাহস কৰে তেনেহলে অহাবছৰত এখন জীবনীমূলক নাটক কৰো দিয়ক। ভ্ৰাম্যমাণ থিয়েটাৰত এতিয়ালৈকে কোনোৱে জীৱনীমূলক নাটক মঞ্চস্থ কৰা নাই।

কাৰ জীৱনী নাটক কৰিব?

বিষ্ণুপ্ৰসাদ ৰাভাৰ।

মোৰ শৰীৰত বিজুলী সঞ্চাৰ হ'ল। থিকেইতো, এইজনা মহান পুৰুষ, বৰ অসমৰ সপোন ৰচোতা, অসমীয়া ৰাইজৰ হিয়াৰ আমঠু কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ জীৱন বৃত্তান্ত, তেখেতৰ সৃষ্টি, তেখেতৰ





কৰ্মৰাজি, এই সকলো দিশ সামৰি নাটক এখন মঞ্চত উপস্থাপন কৰিলে আজিৰ যুৱ-প্ৰজন্ম নিশ্চয় বহুখিনি উপকৃত হ'ব আৰু মোৰো দেখোন তেখেতৰ প্ৰতি থকা শ্ৰদ্ধা, ভক্তি, ভালপোৱা বহিঃ প্ৰকাশ কৰা এটা ডাঙৰ সুযোগ হ'ব। বচ্ আৰু কোনো কথাই নাই বিষ্ণু প্ৰসাদ ৰাভাৰ জীৱনী নাট অহা বছৰ ভ্ৰাম্যমাণ থিয়েটাৰ সুৰদেৱী থিয়েটাৰত মঞ্চস্থ হ'ব।

কলিতা আপুনি নাটকখন লিখি উলিয়াওক। মনতে স্থিৰ সিদ্ধান্ত এটা লৈ মহেশ কলতাক নাটকখন লিখাৰ দায়িত্ব দিলো। তেখেতেও অশেষ কষ্ট কৰি নাটকখন সুন্দৰকৈ সজাই পৰাই লিখি উলিয়ালে। কিন্তু সমস্যা এটা হ'ল ; বিষ্ণু ৰাভাৰ চৰিত্ৰত কোনে ভাও দিব। বিষ্ণু ৰাভাৰ চেহেৰা সদৃশ অভিনেতা ক'ত বিচাৰি পাওঁ? অনেক ভাবনা-চিন্তাৰ অন্তত এজন অভিনেতাৰ নাম মনলৈ আহিল। তেখেতৰ নামটো ইয়াত উল্লেখ নকৰিলো বহুত কাৰণত। তেখেতক কথাটো ক'লো কিন্তু তেখেতে পোনচাতেই না কৰি দিলে। আকৌ সমস্যা -- অভিনেতাৰ অভাৱত এতিয়া নাটখন মঞ্চস্থ নহ'ব। মোৰ দেউতা, নাট্যকাৰ কলিতা আৰু কেইজনমানে আলোচনা কৰি সমস্যা সমাধানৰ সূত্ৰ এটি উলিয়ালে। দেউতাই ক'লে 'বিষ্ণু ৰাভা' নাটকখন হ'ব। চিন্তা কৰিব নালাগে। বিষ্ণু ৰাভাৰ চৰিত্ৰটো তই অভিনয় কৰ। মুখৰ মিল নাথাকিলেও ওখই পাখই মিলিব, অভিনয়ৰ দক্ষতা তোৰ আছেই।

এটা ডাঙৰ প্ৰত্যাহ্বান মোৰ সন্মুখত। কি কৰো বিষ্ণু ৰাভা জীৱিত নাই যদিও তেখেতৰ প্ৰতিচ্ছবি তেতিয়াও অসমৰ ৰাইজৰ অন্তৰত। গতিকে তেখেতৰ চৰিত্ৰত ভাও দিয়া সহজ কথা নহয়। যা-হওক অনেক চিন্তা চৰ্চাৰ অন্তত সেই প্ৰত্যাহ্বান মই গ্ৰহণ কৰিলোঁ। ভ্ৰাম্যমাণ থিয়েটাৰত পোন প্ৰথমবাৰৰ বাবে বিষ্ণু ৰাভা



"জীৱনী নাট মঞ্চস্থ হ'ল অসমৰ গাঁৱে-ভূঁঞে, চহৰে-নগৰে সফলতা, বিফলতা কি পালো তাক ভাবি চোৱা নাই মাত্ৰ এটা কথাই মনলৈ আহিছিল অসমৰ এজন মহান পুৰুষৰ চৰিত্ৰত অভিনয় কৰি তেখেতৰ যেন



মৃত্যু হোৱা নাই, তেখেতৰ আদৰ্শ, তেখেতৰ কৰ্মৰাজী, তেখেতৰ সৃষ্টিৰ জৰিয়তে তেখেত যেন আজিও জীয়াই আছে তাক কিঞ্চিত হ'লেও ভাবিবলৈ বাধ্য হৈছিল অসমৰ ৰাইজ।

সচাঁকৈয়ে এজন অসাধৰণ ব্যক্তি বিষ্ণু প্ৰসাদ ৰাভা। এজন সম্পূৰ্ণ মানুহ। তেখেতৰ হৃদয় এটা বিশাল জ্ঞানৰ ভাণ্ডাৰ, তেখেতৰ মগজু, শিৰা, উপশিৰা ধমনীত প্ৰবাহিত হৈ আছিল সেই জ্ঞানৰ ক্ষুদ্ৰ ক্ষুদ্ৰ কণিকা আৰু সময়ে সময়ে সেইবোৰ প্ৰকাশ হৈ ওলাই আহিছিল তেখেতৰ অভিনয়ত, তেখেতৰ গীতৰ সুৰত, তেখেতৰ ভাষণত, তেখেতৰ সৃজনিশীল লিখনিত। তেখেতৰ চিত্ৰত। এনে এজন মহান ব্যক্তিৰ সান্নিধ্যলৈ আহিও, নিচেই ওচৰৰ পৰা পাইও মই কিন্তু তেখেতক ভালদৰে বুজিব, উপলব্ধি কৰিব নোৱাৰিলোঁ হয়তো মোৰ কিশোৰ বয়সৰ বাবেই। সেয়ে আজিও মই হতাশাত ভুগো সুবিধা পাইও তেখেতৰ পৰা মই একোকে ল'ব নোৱাৰিলোঁ। ইমানেই দুৰ্ভগীয়া মই। আজিৰ মই যদি সেই সময়ত হ'লোহেঁতেন তেনেহলে ৰাভাদেৱৰ চৰণ যুগল সাৱটি ভিক্ষা মাগিলোহেঁতেন।

হে মহান শিল্পী, অসমীয়া সাংস্কৃতিৰ নীৰৱ সাধক, ৰাইজৰ হিয়াৰ আমঠু, আপোনাৰ অফুৰন্ত জ্ঞান ভাণ্ডাৰৰ পৰা কিঞ্চিত হ'লেও মোক দান কৰক, সেইখিনিকে মই অমৃত বুলি গ্ৰহণ কৰি আপোনাৰ দৰেই সমাজৰ ৰাইজৰ, সাংস্কৃতিৰ সেৱাত ব্ৰতী হ'ম। ◀◀



# বিপ্লৱী কবি বিষ্ণু ৰাভা

*দীনেশ শৰ্মা*

চিলিৰ বিপ্লৱী কবি পাব্‌লো নেৰুদাৰ দৰে বিষ্ণু ৰাভাও আছিল এগৰাকী প্ৰখ্যাত বিপ্লৱী শিল্পী, কবি-সাহিত্যিক আৰু ৰাজনীতিবিদ। তেওঁ ৰচা অসংখ্য গীত-মাতৰ মাজেদি তেওঁৰ বিপ্লৱী চিন্তাধাৰা প্ৰকট হৈছিল।

ৰাভাদেৱৰ চাৰিত্ৰিক বিশ্লেষণ কৰিলে প্ৰধানকৈ তিনিটা গুণ আমাৰ চকুত পৰে। প্ৰথমতে তেওঁ এজন প্ৰকৃতিপ্ৰেমী কবি, দ্বিতীয়তে গীত-নাট্যাভিনয়, চিত্ৰশিল্পত নিপুণ এজন সংস্কৃতিবান শিল্পী আৰু তৃতীয়তে সাম্যবাদী চিন্তাধাৰাৰে উদ্বুদ্ধ হৈ পুঁজিবাদীৰ শোষণৰ পৰা দেশৰ সৰ্বহাৰাক মুক্ত কৰি এখন সমাজতান্ত্ৰিক দেশ গঢ়াৰ প্ৰচেষ্টাত নিজৰ সৰ্বস্ব ত্যাগ কৰা এজন বিপ্লৱী।

এইপ্ৰসংগতে তলৰ কথাখিনি আমি উদ্ধৃত কৰিব খুজিছোঁ— "ৰাভা প্ৰতিভা 'গভীৰ অৰণ্য' অথবা 'নিৰ্জন প্ৰান্তৰ'ত জন্মগ্ৰহণ কৰা কোনো উদ্ভুত প্ৰতিভা নহয়। পূৰ্বাঞ্চলৰ জনসাধাৰণেই ৰাভাৰ বাবে প্ৰসাৰিত। মাটি আৰু গভীৰ আত্মাৰ ভিতৰেদি তেওঁৰ প্ৰতিভা বিকশিত হৈছিল। ভাৰতবৰ্ষত সোণ-হালধীয়া মাটিত বৃটিছ সাম্ৰাজ্যবাদ তথা দেশীয় শোষকসকলৰ ধাৰাবাহিক উৎপীড়ন জৰ্জৰিত, লুণ্ঠিত ভাৰতীয় জনসাধাৰণেই ৰাভা প্ৰতিভাক জন্ম দিছিল, লালিত-পালিত কৰিছিল। ৰুচ বিপ্লৱত বলচেভিক দলে যিদৰে পাইছিল গৰ্কীক, চীন বিপ্লৱত যিদৰে পাইছিল লু-চুনক, তেনেদৰে ভাৰতৰ সাম্যবাদী আন্দোলনত সাম্যবাদী দলে পূৰ্বাঞ্চলত পাইছিল কমৰেড ৰাভাক। কিন্তু ভাৰতীয় সাম্যবাদী আন্দোলনৰ একা-বেকা ইতিহাসে গৰ্কী বা লু-চুনৰ দৰে ৰাভাকো সমুজ্জ্বল চৰিত্ৰ বিশিষ্ট কৰিব নোৱাৰিলে। উত্তৰ পুৰুষৰ বাবে ই এফালে যিদৰে আক্ষেপৰ বিষয় আনফালে ৰাভাই যিখিনি দি গ'ল সেই বিশিষ্ট প্ৰতিভা চিৰদিন প্ৰেৰণাৰ উৎস।[১]

১৯০৯ চনৰ ৩১ জানুৱাৰীৰ পৰা ১৯৬৯ চনৰ ২০ জুনলৈ ৰাভাৰ তিনিকুৰি বছৰীয়া জীৱনকাল ঘাত-প্ৰতিঘাত, উত্থান-পতনেৰে ভৰা। বৈচিত্ৰ্যময় জীৱনৰ সৃষ্টিও বিচিত্ৰ। কেতিয়াবা গীত, কেতিয়াবা নৃত্য, কেতিয়াবা অভিনয়, কেতিয়াবা চিত্ৰ আৰু তাৰ মাজেদি সুকণ্ঠ উলিয়াই বিপ্লৱৰ ৰাজনীতি ইত্যাদি অনেক গুণৰ সমাহাৰ ৰাভাৰ





চৰিত্ৰত ঘটিছে যিটো অতি বিৰল। কিন্তু অনেক থাকিও একো নথকাৰ দৰে আছিল ৰাভাৰ জীৱন। ধন-ঐশ্বৰ্য্যই প্ৰলুব্ধ কৰিব পৰা নাছিল তেওঁক, তেওঁ আছিল এজন ত্যাগী পুৰুষ যি দেশৰ দৰিদ্ৰ জনগণৰ বাবে সৰ্বস্ব ত্যাগ কৰি তেওঁলোকৰ উদ্ধাৰৰ কাৰণে সমগ্ৰ জীৱন সমৰ্পন কৰিছিল।

আমি কেৱল ৰাভাৰ বিপ্লৱী চিন্তাধাৰাৰে উদ্বুদ্ধ হোৱা কেইটিমান কবিতাৰ (গীতৰ) প্ৰসংগেৰে চুটি পৰিসৰত প্ৰবন্ধটো সামৰিম। কিছুমানে হয়তো বিষ্ণু ৰাভাক কবি বুলি ক'লে আপত্তিও কৰিব পাৰে। কিন্তু তেওঁ যে এজন সুদক্ষ গীতিকাৰ তাৰ স্থান জ্যোতিপ্ৰসাদ, পাৰ্বতিপ্ৰসাদ আৰু ভূপেন হাজৰিকাৰ শাৰীত, তাত কাৰো দ্বিমত থাকিব নোৱাৰে। স্বভাৱসিদ্ধ গীতিকাৰ আছিল ৰাভাদেৱ। কবিতা আৰু গীতৰ প্ৰেৰণাৰ উৎস একেই। গীতৰ জন্ম হয় কবিতা হিচাবে, সুৰাৰোপ কৰিলেহে কবিতা গীত হয়। গতিকে এজন গীতিকাৰ হ'বলৈ কবি হ'বই লাগিব।

ৰাভাক বিপ্লৱী কবি হিচাবে তেওঁ ৰচা কাব্যিক গীতসমূহৰ মাজেদি চিনি পাব পাৰি। 'বিষ্ণু ৰাভা ৰচনাৱলী'ত তেওঁৰ বহুতো গীতি-কবিতা প্ৰকাশিত হৈছে। প্ৰকাশিত গীতি-কবিতাসমূহৰ উপৰিও হেৰোৱা গীত আৰু অনেক আছিল। সেইবিলাকৰ তথ্য তেওঁৰ হাতত নাছিল। এইবিষয়ে তেওঁ নিজেই লিখিছে— মোৰ নিচিনা অঘৰী সৰ্বহাৰাৰ পক্ষে যতনে কিবা থ'বলৈ পেৰা নাই; গতিকে লিখি আছোঁ, লিখা হেৰুৱাই আছোঁ।" ('মুক্তি দেউল'ৰ পাতনি)

কৃষকসকলৰ সৰ্বাংগীন উন্নতি আৰু সমাজতান্ত্ৰিক শাসনৰ সপোন দেখা ৰাভাই গাইছে—

"হেৰউ কৃষক!
প্ৰথম বিপ্লৱী বীৰ প্ৰকৃতিৰ ৰক্ষ বিদাৰক।"

অথবা—

"আজি আথালিত পৰি কৰ হাহাকাৰ
জ্বলাৱ বুকুত তই অগনি চিতাৰ।
হই দাস শোষকৰ হলি নিজে কল-কাৰখানাৰ।
ৰবৰ সময় নাই
ব'ল ব'ল গাই গাই
আগুৱান গান
এৰি অগ্নিবান।"





অথবা—

"নির্য্যাতিত নিপীড়িত কৃষক-শক্তিমান!
তোৰ বাহুতে আছে লুকাই
অসীম শক্তি বল
ৰণৰ শিঙা বাজে শুন ঐ
আগবাঢ়ি যাওঁ ব'ল।
বিপ্লবী ৰাভাৰ হৃদয়ে নির্যাতিত নিপীড়িতৰ করুণ অৱস্থাত ক্রন্দন কৰে—
হে বিপ্লৱী বীৰ অধিনায়কহে!
দিয়া অগ্নি বাণী বিপ্লৱৰ,
ভাঙা বন্দীশাল কউটি কালৰ
মুক্তি হুক নির্য্যাতিতৰ।"

বিপ্লৱৰ মাজেদি সাম্যবাদৰ স্বপ্নদ্ৰষ্টা কবিয়ে এক ভেদাভেদহীন সমাজৰ কল্পনা কৰি গাইছে।—

হই সাম্যময় জ্যোতিস্মান, জগতবাসীয়ে পাব সমানে জগত
দুৰ হ'ব শোষক-শোষণ মহাপাপ
দুখীয়াৰ বুকুজ্বলা তাপ;
শোষণৰ বেদনা, যন্ত্রণা, জ্বালা হ'ব চুৰ্মাৰ
শোষক শোষিত ছাৰ্‌খাৰ।
য'ত দিন থাকে মানে শ্ৰেণী-ভেদ দল
ততদিন হ্ব ৰণ অহিংসাৰ প্ৰচাৰ হ্ব মিছাই বিফল।

বিপ্লৱী কবি ৰাভাৰ এই কেইটি স্তবক তেওঁৰ পূজিপতি শাসকৰ শোষণৰ বিৰুদ্ধে বিদ্ৰোহৰ উদ্গীৰণ কেইটামান দৃষ্টান্তৰূপেহে দাঙি ধৰা হ'ল। গোটেই জীৱনত তেওঁ যিবিলাক গীত ৰচনা কৰিছে তাৰ সৰহখিনিয়েই তেওঁৰ বিদ্রোহী আত্মাৰ উদ্গীৰণ।

বিদ্রোহৰ মাজেদি শোষক শ্ৰেণীক ধ্বংস কৰি এক সমাজতান্ত্রিক সাম্যবাদ স্থাপনৰ মাজেদি দুখীয়া নিপীড়িতৰ উদ্গতিৰ কামনা কৰিছিল তেওঁ। সেয়েহে তেওঁ গাইছে—



ৰাইজেই ৰজা মোৰ
প্রজায়েই ৰজা মোৰ
সুখৰে পঞ্চায়ত ৰাজ।

# ৰাভা প্ৰশস্তি

দীনেশ ডেকা

চন তাৰিখ সঠিক মনত নাই। বোধকৰো ১৯৬৪ চন হ'ব। গৰম কালিৰ দিন। আমি স্কুলীয়া ছাত্ৰ। ছাত্ৰ সন্থাৰ আহ্বানক্ৰমে শ্ৰেণী বৰ্জন কৰি আমি পঢ়া স্কুলখনৰ পৰা (নলবাৰী জিলাৰ কৈঠালকুছি হাইস্কুল) চাৰি-পাঁচ কিলোমিটাৰমান দূৰৰ চামতা হাইস্কুল (এতিয়া হায়াছেকেণ্ডাৰী) প্ৰাংগণত ওচৰ-পাঁজৰৰ কেইবাখনো স্কুলৰ ছাত্ৰ-ছাত্ৰীৰ দৰে আমিও শোভাযাত্ৰা কৰি গৈ সমবেত হৈছোঁ। অসমৰ কিবা এটা জ্বলন্ত সমস্যাৰ সমাধানৰ দাবীত ছাত্ৰ সন্থাই এক সমাবেশৰ আয়োজন কৰিছে। এই সমাবেশত ছাত্ৰ নেতাসকলৰ লগতে দুগৰাকী বৰেণ্য শিল্পীয়েও ভাষণ দিব। এগৰাকী ব্ৰজেন বৰুৱা। আনগৰাকী বিষ্ণুপ্ৰসাদ ৰাভা। আয়ে হাক দিছিল। সৰু ল'ৰা ইমান দূৰলৈ খোজকাঢ়ি ৰ'দে ৰ'দে যাব নালাগে। মই বদ্ধপৰিকৰ যাম। লগৰ সহপাঠীসকলৰো একেই ইচ্ছা। যাবই। আমাৰ এই যাব খোজাৰ কৈশোৰ মনৰ দুৰ্বাৰ ইচ্ছাৰ আকৰ্ষণ আছিল বিষ্ণু ৰাভাৰ দৰ্শন লাভ কৰাটো। কিয়নো আমাৰ অঞ্চলটোৰ অভাৱ, অনাটন, দৰিদ্ৰতাৰ হেঁচাত বুকুৰ কামিহাড় গণিব পৰা কৃষিজীৱী প্ৰায়খিনি বয়োজ্যেষ্ঠ লোকৰ মুখত সৰুৰে পৰা সাধুকথাৰ দৰে শুনিছিলোঁ বিষ্ণু ৰাভাৰ সংগ্ৰামী জীৱনৰ অমৰ কাহিনী।

ব্ৰজেন বৰুৱাই ভাষণ দিবলৈ উঠিল। গলগলীয়া কণ্ঠত পৰিশীলিত নাটকীয় ভাষণ। তাৰ পিছত ঘোষিত হ'ল বিষ্ণু ৰাভাৰ নাম। শিশুসুলভ অথচ দৃঢ় অভিব্যক্তিৰে ৰাভা উঠিল ভাষণ দিবলৈ। পিন্ধনত ধুতী আৰু বগা দীঘল পাঞ্জাবী এটা। উদাত্ত কণ্ঠেৰে তেওঁ ভাষণ দিলে। দেশ আৰু জাতি গঢ়াৰ কামত ছাত্ৰ-ছাত্ৰীৰ সবল আৰু প্ৰতিবাদী ভূমিকাৰ বিষয়ে আলোকপাত কৰিলে। হৃষ্ট-পুষ্ট, ওখ-পাখ তাম বৰণীয়া সেই দেৱতুল্য সব্যসাচীৰ কণ্ঠত কি সম্মোহিনী শক্তি আছিল নাজানো। কিন্তু তেওঁৰ ভাষণ শুনি কাঁহ পৰি জীন গৈছিল হেজাৰ হেজাৰ ছাত্ৰ-ছাত্ৰীৰ হাই-উৰুমি। হেঁপাহ





পলুৱাই আমি ভাষণ শুনিছিলোঁ। ওচৰৰ পৰা চাইছিলোঁ মানুহজনক। সেয়াই আছিল আমাৰ প্ৰথম ৰাভা দৰ্শন।

স্কুলীয়া কালত ৰাভাক দ্বিতীয়বাৰ দেখিছিলোঁ মঞ্চত। মুখত ৰং সানি অভিনয় কৰা অভিনেতা হিচাপে নহয়, চামতাত প্ৰযোজক-শিল্পী ধৰণী বৰ্মনৰ সুৰদেৱী থিয়েটাৰৰ নাট উদ্বোধনী অনুষ্ঠানত। তেওঁৰ লগত আছিল অৰ্জুনৰ সাৰথিস্বৰূপ কৃষ্ণৰ দৰে ফণী শৰ্মা। প্ৰেক্ষাগৃহ দৰ্শকেৰে ঠাহ খাই পৰা। নাট্যানুষ্ঠান উদ্বোধনৰ বাবে দুয়োজনেই মঞ্চত উঠিছে। জীৱনৰ কাঁইটীয়া পথৰ দীৰ্ঘ পৰিক্ৰমাত লাভ কৰা অভিজ্ঞতাৰ সৰস, হৃদয়স্পৰ্শী বৰ্ণনা দিওঁতে, অভিনয়, গান-বাজনা, ফুটবল খেলাৰ কথা কওঁতে কোনেও অনুভৱ কৰিব নোৱাৰিলে সেয়া প্ৰকৃততে ভাষণেই নে গীত-সংলাপেৰে ভৰপূৰ এক নাটকৰ অভিনয় অথবা কবিতাৰ আবৃত্তি আছিল। এখন চিনেমাৰ ফ্লেছ বেক কৰি যে বিষ্ণু ৰাভাই নিজৰ জীৱন আৰু কৰ্মক জীৱন্তে তাত প্ৰতিফলিত কৰিছে। কি অপূৰ্ব কথনভংগী। শোভন দৃষ্টিভংগীৰে মঞ্চৰ এমূৰৰ পৰা আনমূৰলৈ পদ সঞ্চালন কৰি অসমৰ সাৰুৱা মাটিৰ বুকুৰ পৰা বোটলা জীৱনজোৰা দুখ-যন্ত্ৰণা, হেজাৰ-বিজাৰ নিপীড়িতৰ মৰম-চেনেহ, বিক্ষিপ্ত অভিজ্ঞতাৰ স্মৃতিবিজড়িত কাহিনী এটা দীঘলীয়া কবিতাৰ আবৃত্তিৰ দৰে গাই গ'ল। কথা আৰু কাহিনীৰ ধাৰাবাহিকতাৰ ক'ৰবাত আঁত হেৰালেই স্মাৰকৰ ভূমিকা লয় সহোদৰ ভ্ৰাতৃপ্ৰতিম ফণী শৰ্মাই। আমাৰ অঞ্চলৰ অৰ্থাৎ পশ্চিম নলবাৰী অঞ্চলৰ সহজ-সৰল, কৃষক-বনুৱাৰ সৈতে গঢ়ি উঠা বিষ্ণু ৰাভাৰ একাত্মবোধ, আত্মীয়তা, মৰম-চেনেহৰ শিপাডাল কিমান গভীৰলৈকে সোমাই আছিল, স্কুলীয়া কালৰ নাবালক অৱস্থাৰ পৰা আমাৰ দৰে অসংখ্য কিশোৰৰ মনত, সৰ্বসাধাৰণ ৰাইজৰ মনত বিষ্ণু ৰাভা কিমান আপোন, কিমান জনপ্ৰিয় আছিল তাৰ আঁত বিচাৰিবলৈ গৈহে আমি সৰুতে ৰাভাক দেখা পোৱা ওপৰোক্ত ঘটনা দুটাৰ কথা উল্লেখ কৰিলো।

নলবাৰীৰ পশ্চিম অঞ্চলৰ কৈঠালকুছি, দীঘেলী, চামতা, বেলশৰ, গামাৰিমুৰী, নদলা আদি বিভিন্ন প্ৰান্তৰ দুখীয়া, নিপীড়িতসকলৰ বাবে ৰাভা আছিল বুকুৰ কুটুম। জীৱনৰ দীঘলীয়া এছোৱা তেওঁ সেইবোৰ অঞ্চলতে কটাইছিল। দিনটো সতীৰ্থ কৰ্মীসকলৰ সৈতে গাঁৱে





গাঁৱে ৰাইজৰ মাজত শাসকীয় হিচাপী-চন্তৰীৰ চকুত ধূলি দি হেনো ঘূৰি ফুৰে। নিশা আহি কাৰোবাৰ ঘৰত অনাহূত অতিথি হয়। পলাই ফুৰোতে এদিন নে দুদিন আমাৰ ঘৰৰ এচুকৰ খেৰ থোৱা ঘৰটোতো হেনো কোনোবা কমৰেডৰ সৈতে নিশাটো খুপিছিল। কথাষাৰ মোক আয়ে কৈছিল। মানুহজন থকা কথাটো গমহে পাইছিল। কিন্তু স্বচক্ষে দেখা নাছিল। কিয়নো গৃহস্থ শুই উঠাৰ পূৰ্বেই অচিন আলহী ধানখেৰৰ শোৱা শেতেলি এৰি ক'ৰবালৈ গুচি গৈছিল।

স্বাধীনতাৰ আগৰে পৰা বিষ্ণু ৰাভা আৰু তেওঁৰ আদৰ্শৰ অনুগামীসকলে আমাৰ গাঁওবোৰত কমিউনিজিমৰ প্ৰভাৱ বাঢ়কৈয়ে পেলাইছিল। বিষ্ণু ৰাভাৰ লগতে তৰুণসেন ডেকা, প্ৰয়াত হেমন্ত বৰ্মন আৰু সম্প্ৰতি নাম পাহৰি যোৱা কমিউনিজিমত বিশ্বাসী বহুতো বিপ্লৱী নেতাৰে দলদোপ হেন্দোলদোপ হৈ আছিল পশ্চিম নলবাৰী অঞ্চল। ৰাভাৰ আপোচহীন সংগ্ৰামী আদৰ্শৰ ধাৰা এটা সেই অঞ্চলৰ গাঁওবোৰত এতিয়াও নথকা নহয়। কিন্তু পূৰ্বৰ তেজাল গতি নাই। এতিয়াও উৎকট নিবনুৱা সমস্যা, সীমাহীন দৰিদ্ৰতা, অভাৱ-অনাটনত জুৰুলা হৈ আছে গাঁওবাসী। আনকি আমাৰ ওপজা ঠাই কৈঠালকুছি অঞ্চলক স্পৰ্শ কৰিব পৰাকৈ জিলাৰ সদৰ নলবাৰীৰ পৰা সুচল বাট-পথৰ সুবিধা আজিও নাই। সৰ্বোপৰি পৰিবৰ্তিত পৰিস্থিতিৰ বাধ্য বাধকতাত পৰি আগৰ পৰিবেশ সলনি হৈছে। অবিশ্বাস, সংশয়, ভায়ে ভায়ে যুঁজ-বাগৰ তথা হিংসাশ্ৰয়ী উন্মাদনাই এজনৰ পৰা আনজনক যেন আঁতৰাই নিছে। মানবীয় প্ৰমূল্যৰ অবক্ষয় ঘটিছে। সৌ সিদিনালৈ আমাৰ গাঁৱৰ ধূলি-বালিৰ মাজত সজীৱ হৈ থকা বিষ্ণু ৰাভা লাহে লাহে যেন হেৰাই যাব ধৰিছে। এনে ক্ষয়িষ্ণু প্ৰৱণতা আমাৰ বাবে সুখদায়ক নহয়। বিষ্ণু ৰাভাৰ আদৰ্শৰ প্ৰাসংগিকতাক, জাগ্ৰত চেতনাক আমাৰ গাঁৱে-ভূঞে উজ্জীৱিত কৰি তুলিব পাৰিলেহে উৱলি যাব ধৰা গাঁওবোৰ আকৌ সেউজীয়া হ'ব। গাঁৱৰ অখ্যাত প্ৰান্তলৈ আকৌ বিষ্ণু ৰাভা অহাৰ বাট মুকলি কৰাৰ দায়িত্ব কিন্তু নতুন প্ৰজন্মৰ হাতত। পাৰিবনে এই দায়িত্ব পালন কৰিবলৈ? ❖



# মূল্যবোধৰ অৱক্ষয় নে সামাজিক প্ৰমূল্যৰ সন্ধানত

*জিতেন শৰ্মা*

সুধীজনলৈ ক্ষমা প্ৰাৰ্থনাৰে দ্বিধাহীনভাৱে এষাৰ কথা প্ৰথমতে কৈ থওঁ মূল্যবোধৰ অৱক্ষয় বুলিলে যিটো ধাৰণা মনলৈ অহা উচিত যে আগতে যিটো বস্তু য'ত-ত'ত সুলভ আছিল বৰ্তমান সেয়া দুষ্প্ৰাপ্য হৈ আহিছে, সেই ধাৰণাটোৰ পৰা ব্যক্তিগতভাৱে আমি বহু নিলগতহে অৱস্থিত। জনা হোৱাৰপৰা বা বুজা হোৱাৰপৰা চকুৰ সমুখত যিবোৰ কথাকাণ্ড প্ৰতিনিয়ত দেখি আছো ক'তা ক'তোয়েতো সেই মূল্যবোধৰ প্ৰতিবিম্ব পৰ্যন্ত চকুত নপৰিল। মাথোঁ 'আমাৰ দিনত সেয়া আছিল এতিয়া নাই', 'সকলোবোৰ সলনি হ'ল, জাতীয় বাক্যকেইশাৰীৰ বাহিৰে উদাহৰণ হিচাপে দাঙি ধৰিবলৈতো এই মুহূৰ্তত একো এটা ঘটনাই মনলৈ নাহে।

উকা দৃষ্টিত আমাৰ বাবে শৃংখলা, সততা আৰু জীৱনবোধ, এয়াই হ'ল সামাজিক প্ৰমূল্যৰ মূল তিনিটা স্তম্ভ। কিন্তু নিজকে প্ৰশ্ন কৰোচোন আমি কিমান শৃংখলাবদ্ধভাৱে জীৱনটো পাৰ কৰিছো, কিমান সততাৰে আমি দিনবোৰ পাৰ কৰি আছো বা কিমান দায়বদ্ধভাৱে জীৱনৰ দুৰ্লভ মহত্ত্ব উপভোগ কৰিছো? যদি সঁচাকৈয়ে বিবেকক ফাঁকি নিদিয়াকৈ উত্তৰ দিওঁ তেনেহ'লে এটা শব্দেৰে ইয়াৰ বাবে প্ৰযোজ্য হ'ব 'শূন্য'। যাৰ সামূহিক স্বাৰ্থৰ ক্ষেত্ৰত সততাই নাই তেওঁ আকৌ মূল্যবোধৰ শ্লোগান আওৰায় কেনেকৈ?

সেয়া আজিৰ পৰা দুটা শতিকা আগৰ কথা। শিক্ষা, সাহিত্য, শিল্প, সংস্কৃতি সকলো ক্ষেত্ৰতে তেতিয়া আমেৰিকাৰ নিউয়ৰ্ক চিটিৰ ওপৰত সকলোৰে চকু। এক কথাত ক'বলৈ গ'লে সকলো ক্ষেত্ৰতে এই মহানগৰীৰ জয় জয়কাৰ। কিন্তু সকলোকে আচৰিত কৰি বিখ্যাত সমাজ বিজ্ঞানী ৱাৰ্ড



মেকলিটাৰে ৰাজহুৱাভাৱে কৈ দিলে "There are only four hundred people in Newyork Society"। অৰ্থাৎ নিউয়ৰ্কৰ সমাজখনত মাত্ৰ চাৰিশজনহে মানুহ আছে। তেওঁৰ



এই বক্তব্যৰ সমৰ্থনত তেওঁ মাথোন এটাই যুক্তি দেখুৱালে, যিসকলে কেৱল নিজৰ স্বাৰ্থৰ বাবেহে কাম কৰি আছে তেওঁলোক মানুহৰ শাৰীত নপৰেই। আমাৰ সামাজিক প্ৰমূল্যৰ বিষয়ে ক'বলৈ যাওঁতে অৱধাৰিতভাৱে সেয়ে এই উক্তিটোহে প্ৰথম মনলৈ আহিল। যাৰ সামাজিক চেতনাই নাই তাৰ আকৌ মূল্যবোধৰ চিন্তা ক'ত?

কথাই কথাই ভাৰতীয় পৰম্পৰা বা প্ৰাচীন মূল্যবোধৰ নিদৰ্শন দিওঁতাসকলে কিন্তু ভুলতেও উচ্চাৰণ নকৰে গুৰু দ্ৰোণাচাৰ্যই একলব্যৰ আঙুলি বিচাৰি গুৰুদক্ষিণা লোৱাৰ সেই চৰম অপৰাধমূলক দৃষ্টান্তৰ। গুৰুভক্তিৰ নিদৰ্শন যদি একলব্যৰ কাহিনীটো হয় তাৰেই পৰম্পৰা বোধহয় আজি ৰক্ষা কৰি চলিছে স্কুল-কলেজৰ শিক্ষক-শিক্ষয়িত্ৰীসকলে। আঙুলি কাটিব নোৱাৰিলে কি হ'ল, তেখেতসকলৰ বহুসংখ্যকেই টিউছনৰ নামত যিবোৰ কৰি আছে, প্ৰাইভেট স্কুল-কলেজৰ নামত যিবোৰ কৰিছে আঙুলি কটাতকৈ কিহত কম? ৰাজনীতিৰ পথাৰখনৰ কথাটোতো আৰু এখোপ চৰা। লেখ দিবলৈ গ'লে বহু পৃষ্ঠাৰ প্ৰয়োজন হ'ব। ধৃতৰাষ্ট্ৰৰ আক্ৰোশ, ভীষ্ম দ্ৰোণাচাৰ্যৰ আপোচ, কৃষ্ণৰ শঠ ৰাজনীতি, প্ৰভু ৰামচন্দ্ৰৰ স্বাৰ্থপৰতা — এইবোৰ মহান পৰম্পৰাৰেতো ফচল আমাৰ বৰ্তমানৰ ৰাজনীতিকসকল। সংস্কৃতিৰ ক্ষেত্ৰত ইয়াৰ ৰেহৰূপ আকৌ অন্য। কৌটিল্যই তাহানিতে এনেয়ে সাৱধান বাণী শুনাই থোৱা নাছিল যে শিল্পীসকলে সদায় এজনে ভাল পাই দিয়া অতিমাত্ৰা দান বা এজনৰ অতিমাত্ৰা প্ৰশংসা বৰ্জন কৰিব। এই নিয়ম উলংঘা কৰিলে তেওঁলোক দণ্ডৰ যোগ্য হ'ব। এই নিয়ম উলংঘা কৰাজনে যদি দণ্ডই পাব লাগে নোপোৱাকৈ সৰি যোৱা এজন শিল্পী বা কাৰিকৰ তাহানিৰ পৰা এতিয়ালৈ বিচাৰি পোৱা যাবনে বাৰু?

মুঠতে দেৱকান্ত সন্দিকৈৰ ভাষাত— 'আমি জীয়াই আছো, খাইছো, কাম কৰিছো কেৱল নিজে তিষ্ঠি থাকিবৰ বাবেহে।' এনে এক পৰিবেশ আৰু পৰিস্থিতিত এতিয়া মূল্যবোধৰ সন্ধান পোৱা যাবনে সেইটোহে সন্দেহৰ বিষয় বাবেই আলোচনা আৰম্ভ কৰাৰ আগতেই এই সুদীৰ্ঘ পাতনি মেলিবলগীয়া হ'ল। বিষয়টো আমি ক'লে হয়তো 'সৰুৰ মুখত বৰ কথা' বুলি বিজ্ঞজনে হাঁহিব।



সেইবাবেই এই প্ৰসংগতে মহান দাৰ্শনিক থমাছ ফুলাৰৰ এষাৰি বাক্য উদ্ধৃত কৰিব বিচাৰিছো— 'উই নেভাৰ নো দ্য ৱৰ্থ অব ৱাটাৰ টিল দ্য ৱেল ইজ ড্ৰাই'। কুঁৱাত পানী শুকাই নোলোৱালৈ যেনেদৰে পানীৰ মূল্য বুজি পোৱা নাযায় ঠিক তেনেদৰেই



সামাজিক প্ৰমূল্যবোধ বিচাৰি হাহাকাৰ কৰি ফুৰিবলগীয়া হওঁতেহে অনুভৱ কৰা যায় কিমান কষ্টকৰ ইয়াৰ সংজ্ঞা আৰু অনুশীলন।

বোধহয় অলপ-অচৰপ নাটক, গান-বাজনাৰ লগত জড়িত হৈ থকা বাবেই নেকি অলপতে এজনে আমাক প্ৰশ্ন এটা সুধিছিল অসমীয়া নাটকৰ একালৰ সমৃদ্ধ ঐতিহ্য আজি অৱক্ষয়ৰ গৰাহত পৰা বুলি ভাবোনে নাভাবো ? প্ৰশ্নটো যথেষ্ট সংগীন। পোনে পোনে উত্তৰ দিবলৈ গ'লে বহুতৰে গা বেজাই যাব। তথাপি অপ্ৰিয় সত্য হ'লেওতো ক'বই লাগিব গল্প, উপন্যাস, প্ৰবন্ধৰ মান যেনেদৰে আগতকৈ নিম্নমুখী হৈছে নাটকৰো হৈছে। সেয়া আমাৰ বিচাৰত অৱক্ষয় নহয়, সাময়িক যতিহে বুলি কৈও এষাৰ কথা স্বীকাৰ কৰিবই লাগিব— ঐতিহ্য ৰক্ষাত আমি ব্যৰ্থ হৈছো।

বিষয়টো আলচ কৰিবলৈ লোৱাৰ আগতে এষাৰ কথা অকপটে স্বীকাৰ কৰাটো ভাল হ'ব যে অসমীয়া নাটকৰ ওপৰত তাত্ত্বিক বিশ্লেষণ আগবঢ়োৱাৰ জোখাৰে আমাৰ সিমানখিনি অধ্যয়ন নাই। তথাপি এষাৰ কথা স্বীকাৰ কৰি লোৱাত নিশ্চয় অসুবিধা নাই যে আমাৰ সৰ্বকালৰ সৰ্বশ্ৰেষ্ঠ নাট্যকাৰজন হ'ল শংকৰদেৱ। ব্ৰেখটৰ এপিক থিয়েটাৰে বিশ্বত তোলপাৰ লগোৱাৰ বহু আগতে শংকৰদেৱে কোৰাছ, সূত্ৰধাৰ, পোষ্টাৰৰ ব্যৱহাৰেৰে ৰাইজক চমকিত কৰি থৈছে। অকণমান মন কৰিলেই আমি দেখিম আজিৰ দিনৰ যিবোৰ পৰীক্ষামূলক নাট সেয়া উদ্ভটেই হওক, বা এপিকেই হওক, থাৰ্ড থিয়েটাৰেই হওক বা শ্ৰুতি নাটকেই হওঁক সেই সকলোবোৰৰ সমাহাৰ বা সংমিশ্ৰণেই জানো শংকৰদেৱে প্ৰৱৰ্তন কৰা নাট-ভাওনা নাছিল ? হয়, শংকৰদেৱৰ নাট খেলাৰ এটা স্পষ্ট উদ্দেশ্য আছিল ধৰ্ম প্ৰচাৰ। কিন্তু সেয়া তেওঁ বক্তৃতা বিকৃতিৰে নহয় সম্পূৰ্ণ এক মাধ্যমৰ মাজেদি পৰিকল্পিতভাৱে আগবঢ়াই নিছিল। নামঘৰৰ পৰিকল্পনা সমূহীয়া নাম আৰু ভাওনাৰ প্ৰৱৰ্তন কম বিস্ময়কৰ কথানে ? সেই নাট ভাওনাৰ বিটো সৰ্বশেষ মেছেজ সেয়া দৰ্শক-শ্ৰোতাক দিয়াৰ আগতে যিটো প্ৰক্ৰিয়া যিটো মনোৰঞ্জনমূলক উপস্থাপন সেয়া কম অত্যাধুনিকনে? শংকৰদেৱৰ সেই মনোৰঞ্জনৰ মাজেদি 'মেছেজ' দিয়াৰ যি পৰম্পৰা সেয়া পৰৱৰ্তী কালত ওখোৰা-মোখোৰা হ'ল, সাৱলীল ভাৱত অব্যাহত নাথাকিল, কাৰণ পৰৱৰ্তী কালত অসমীয়া নাটক বা গীত-পদেই নহয় সমস্ত সামাজিক পৰিকাঠামোটোৰে এক অস্তিত্বৰ সংকট





আহি পৰিল। বঙলুৱা প্ৰভাৱৰ পৰা নাটকক মুক্ত কৰিবলৈ কেৱল সংখ্যা বৃদ্ধিৰ বাবেই এটা সময়ত সৃষ্টি হ'ল অসমীয়া নাটক আৰু নাট্যকাৰৰ। অৱশ্যে তাৰ মাজতো ছেগাচোৰোকাকৈ ওলাই থাকিল ৰামনৱমী, কানীয়াৰ কীৰ্তন, ভূত নে ভ্ৰম, মাধৱ মালতীৰ দৰে প্ৰয়োজনীয় নাটক। ষাঠিৰ দশকত জ্যোতিপ্ৰসাদে সৃষ্টি কৰিলে 'কাৰেঙৰ লিগিৰী'ৰ দৰে কালজয়ী নাটক। কেৱল প্ৰেম বা সমাজ সংস্কাৰৰ প্ৰেক্ষাপটৰ পৰা উঠি আহি অসমীয়া নাটকে আদৰ্শ-মতবাদৰ বাবে যুক্তি, তৰ্ক দ্বন্দ্বৰে হৈ পৰিল এক সচেতক প্ৰহৰীস্বৰূপ। ফণী শৰ্মাৰ ভোগজৰাও এনে এক নাটকৰে উদাহৰণ। তাৰ পিছত সাৰদা বৰদলৈ, কৃষ্ণকান্ত ভট্টাচাৰ্যৰ মগৰীবৰ আজান বা তাৰ সমসাময়িক শেষ উপহাৰ উত্তম বৰুৱাৰ বৰ মানুহৰ দোলা আদি নাটকৰ সামাজিক মূল্য অনস্বীকাৰ্য। সেইসময়ৰে ভোটাই ডেকাৰ পৰা আৰম্ভ কৰি সদ্য প্ৰয়াত মুনিন ভূঞাৰ হাতী আৰু ফান্দী নাটকৰ যি প্ৰতিবাদ-যুগৰ চৰিত্ৰ সেয়া অৱশ্যেই আমি প্ৰতিখন নাটকতে বিচাৰি ফুৰাটোও হ'ব দুৰ্বুদ্ধি। তাৰ মাজতে মহেন্দ্ৰ বৰঠাকুৰৰ জন্ম, পিতামহৰ শৰশয্যা, আঁহতগুৰিৰ নতুন বাট আদি নাটকৰ সমাজ সচেতনতাকে ধৰো বা হিমেন্দ্ৰ নাথ বৰঠাকুৰ, অৰুণ শৰ্মাই আৰম্ভ কৰা উদ্ভট নাটকৰ কথাই ধৰো সকলোবোৰেই পৰৱৰ্তী পৰ্যায়ত দুৰ্লভ হোৱাদি হ'ল। ড° ভবেন্দ্ৰ নাথ শইকীয়া সদায় একেটা আবৰ্ততে সীমাবদ্ধ হৈ থকাটোও হ'ল আমাৰ বাবে অতি পীড়াদায়ক। নতুন সময়ছোৱাত যাক আৰক্ষিকভাৱে 'অৱক্ষয়ৰ সময়' বুলি আমালৈ প্ৰেৰিত প্ৰশ্নটোত উল্লেখ কৰা হৈছে সেই সময়ছোৱাত আলী হাইদৰ, ৰফিকুল হুছেইন, পংকজজ্যোতি ভূঞা, লিয়াকত আলী, দীপক মহন্ত, দীপক বৰা, অজিত বৰঠাকুৰ আদি ভালেখিনি নতুন নাট্যকাৰ ওলাল। তেওঁলোকৰ চৰ্চা অদ্যাপি অব্যাহত আছে বাবেই আমি আশা কৰিম উল্লেখিত সংশয় তেওঁলোকে নিৰসন কৰিব। অৱশ্যেই আলী হাইদৰৰ এটি চোলাৰ কাহিনী, ৰফিকুলিৰ দৈৱকী, ধোঁৱা, লিয়াকতৰ মোৰ মলুৱাক কোনে মাৰিলে, জোনাকে ধোৱা অৰণ্যত, দীপকৰ উলংগ ৰজাৰ ধাৰাবাহিকতা ক্ষুণ্ণ হোৱা পৰিলক্ষিত হৈছে। এইবোৰ বাৰু নিলগাই থ'লো। বহুচৰ্চিত অসমৰ ভ্ৰাম্যমান থিয়েটাৰৰ নাটকবোৰৰ ক্ষেত্ৰতো মান যে বহুলাংশে নিম্নগামী হৈছে সেয়া ধ্ৰুৱপ। ইয়াৰ কাৰণ এটাই হ'ব পাৰে মুক্ত অৰ্থনীতিৰ ভোগবাদে সকলো মানৱীয় প্ৰমূল্যকে যিদৰে মহটিয়াই দিছে তাৰ পৰা সাৰি যাব পৰা নাই অসমীয়া নাটকো। হয়তোবা মাৰ্কিন





নাট্যকাৰ আয়ান ৰেঙৰ দৰে মুক্তভাৱে ক'ব পৰা হ'লে আমাৰ নাট্যকাৰেও ক'লেহেঁতেন — "আগেয়ে নাটক লিখিছিলো মোৰ নিজৰ কাৰণে, এতিয়া নাটক লিখিবলগীয়া হৈছে অন্যৰ কাৰণে।" পৃথিবীৰ অন্যান্য প্ৰবন্ধবোৰৰ দৰে নাটকো যেতিয়া পণ্য সামগ্ৰীত পৰিণত হ'ব আৰু ৰক্ষা ক'ত? কৌটিল্যই যে তাহানিতে কৈ থৈছিল, 'যিবিলাক চোৰ নামে অভিহিত নহৈও চোৰ তেওঁলোকে দেশবাসীক উৎপীড়ন কৰাৰ পৰা ৰজাই বিৰত কৰিব" হয়তোবা তেওঁ তেতিয়াই ভৱিষ্যৎ দৰ্শন কৰিছিল শিল্প, সংস্কৃতিৰ পৱিত্ৰ পথাৰখনত কৌলিন্যতা আহি আছে। এতিয়া আমাৰ কোনো নিৰ্দ্ধাৰিত উদ্দেশ্য বা লক্ষ্যও নাই, মনোৰঞ্জনৰ চিন্তাও কৰিবলগীয়া নাই, বিকল্প সাজু হৈয়ে আছে। গতিকে কাক ফিকিৰ কৰিবলৈ আছে? সেইবাবেই অৱধাৰিতভাৱে, অন্যান্যবোৰৰ লগতে নাটকৰ মানো আজি চকুত লগাকৈ অধোমুখী।

একেই অৱস্থা অসমীয়া সংগীতৰ জগতখনৰো। বিহুগীতৰ মাজতো এতিয়া কী বোৰ্ড, ছেক্সফোন বাজে, গীতৰ মাজত লাডেনৰ পৰা তেল চোৰৰ কাহিনী পৰ্যন্ত সোমাই পৰে। সুগম সংগীতৰ কথাটোতো ক'বই নালাগে। যন্ত্ৰৰ ভিৰত কণ্ঠ হেৰাই নগ'লে গায়ক বা গায়িকা আজি জনপ্ৰিয় হ'ব নোৱাৰে। গতিকে কণ্ঠ বা সুৰৰ প্ৰশ্নই য'ত নাই, গীতৰ ভাষালৈ কোনে পৰোৱাই কৰে? এতিয়াও প্ৰেমৰ গীত বুলিলে লক্ষ্মীনাথ বেজবৰুৱাৰ, আনন্দ চন্দ্ৰ বৰুৱাৰ নামেই আহে, গীতিকাৰ বুলিলেই ড" ভূপেন হাজৰিকা, কেশৱ মহন্ত, নিৰ্মল প্ৰভা বৰদলৈৰ নামটোহে পোনতে মনত পৰে। গায়ক-গায়িকাৰ কথা নানিলেয়েইবা। অন্যান্যবোৰক যিদৰে অৰ্থ-সৰ্বস্বতাই গ্ৰাস কৰি আনিছে অসমীয়া সংগীতৰ জগতখনকো ৰেহাই দিয়া নাই। এতিয়া যেনে-তেনে জেপত টকা পঞ্চাশ হাজাৰ গোট খালেই কেছেট কৰিবলৈ দৌৰি মৰাসকলৰ পৰা সংগীতৰ উত্তৰণ বা উন্মেষণ আমি কিদৰে আশা কৰিম?

এইবোৰ কথাৰ বিস্তৃত বিশ্লেষণ বা ব্যাখ্যাৰ প্ৰয়োজন নিশ্চয় হ'ব। সুধীজনে নিশ্চয় স্থানান্তৰত এইবোৰ তন্ন তন্নকৈ ফঁহিয়াব। কিন্তু আমি থোৰতে এই এষাৰহে উত্তৰ দিলো যে মূল্যবোধৰ অৱক্ষয় নহয় এক প্ৰমূল্যৰ সন্ধানত প্ৰবৃত্ত হোৱাৰহে এইটো সময়।



# বেলশৰত বিষ্ণু ৰাভা

*হীৰেন মিশ্ৰ*

"Action releases the throught process from its vicious circle" — ১৯৪৮ চনৰ পশ্চিমবংগৰ বীৰভূম অধিবেশনত গৃহীত এই নতুন ৰণকৌশলৰ আধাৰতেই পৰৱৰ্তী সময়ত ভাৰতৰ বিপ্লৱী কমিউনিষ্ট দলৰ ক্ৰিয়াকাণ্ডবোৰ চলিব ধৰিছে। ১৯৪৫ চনৰ পৰা আৰম্ভ হোৱা ভিয়েৎনাম, চীন, ব্ৰহ্মদেশ, ইন্দোচেনিয়া আৰু মালয় এচিয়াত সংগঠিত কমিউনিষ্ট আন্দোলনে ভাৰতবৰ্ষৰ বিপ্লৱী কমিউনিষ্ট দলকো উদ্বুদ্ধ কৰিলে। তেওঁলোকেও মুক্ত অঞ্চল (Red Zone) গঠন কৰাৰ মাজেদি ভাৰতীয় সামন্তবাদ আৰু পুঁজিবাদক চ্যালেঞ্জ দিয়াৰ গোপন লক্ষ্য ললে। দমদম, বচিৰহাটৰ (বক্সিৰহাট?) অস্ত্ৰাগাৰৰ ওপৰত আঘাত হানি অস্ত্ৰভাণ্ডাৰ নিজৰ কৰায়ত্ব কৰি দমদম-বচিৰহাটক মুক্ত অঞ্চল গঢ়াৰ অতি বিপ্লৱী বা হঠকাৰী পন্থা ললে যদিও কৃতকাৰ্য্য হ'ব নোৱাৰিলে। ভাৰতীয় ৰাষ্ট্ৰ যন্ত্ৰই তাক কঠোৰ হাতেৰে দমন কৰিলে।

এনে এক পৰিস্থিতিতেই ১৯৪০ চনতে কমিউনিষ্ট লীগৰ নেতৃত্বত গঢ়ি উঠা আৰু পৰৱৰ্তী ১৯৪৩ চনত নাম সলনি কৰা বিপ্লৱী কমিউনিষ্ট দলে কৃষক বনুৱা পঞ্চায়ত গঠনত পুনঃ মনোনিবেশ কৰি গাঁৱে-ভুঁঞে সংগঠন গঢ়ি তোলাৰ কাৰ্য্যসূচী হাতত ল'লে। বিষ্ণুপ্ৰসাদ ৰাভাই ইতিমধ্যে তেতিয়াৰ উত্তৰ কামৰূপৰ কনিহা, শিৱসাগৰৰ নামঁটি দল আৰু দক্ষিণ কামৰূপৰ বঙৰা, ভাণ্ডুৰীপাৰাত এনেধৰণে কৃষক-বনুৱা পঞ্চায়তৰ সভা পাতি ব্যাপক কৃষক সংগঠন গঢ়ি তুলিছিল। এই সাংগঠনিক কাম-কাজত তেতিয়া তেখেতৰ সহচৰ আছিল পাৰ্টিৰ আন এগৰাকী নেতা প্ৰয়াত কমৰেড কেদাৰ নাথ গোস্বামী।



১৯৫০ চনৰ অক্টোবৰ মাহত ভাৰতৰ ছাত্ৰ ফেডাৰেচনৰ এখন সভাত যোগদান কৰাৰ বাবেহে বিষ্ণুপ্ৰসাদ ৰাভা কেদাৰ নাথ গোস্বামীৰ লগত ৰাজহুৱাভাবে সৰ্বপ্ৰথম বেলশৰত পদাৰ্পন



কৰিছিল যদিও তাৰ আগতে ১৯৪৯ চনত ছাত্ৰ ফেডাৰেচনৰ সাংগঠনিক কামত তেখেত বেলশৰত কেবাবাৰো আহিছিল আৰু আলোচনা পাতিছিল। ছাত্ৰ ফেডাৰেচনৰ এই আলোচনাবোৰত তেতিয়াৰ ছাত্ৰ-ছাত্ৰী হিচাবে অংশ গ্ৰহণ কৰিছিল সৰ্বশ্ৰী নৰেন হালৈ, কমৰেড কমলা (মেধি) বৰ্মন, প্ৰয়াত চণ্ডী মেনা, প্ৰয়াত কনকলতা মেধি, কমৰেড সন্ধি সেন ডেকা আদিয়ে। ছাত্ৰ ফেডাৰেচনৰ ৰাজহুৱা সভাখন অনুষ্ঠিত হৈছিল বৰ্তমান বেলশৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ সন্মুখত থকা (অধুনা বিলুপ্ত) পোৰা আঁহত জোপাৰ তলত। উল্লেখযোগ্য যে সেই সময়ত আৰ.চি.পি.আই.ৰ নেতৃত্বত চলা আধিয়াৰ ৰক্ষাৰ আন্দোলনে (ৰায়তে জমিদাৰক মাটিৰ কাৰণে দিব লগা আধি ঠিকাৰ ধান বন্ধ কৰা আন্দোলন) বেলশৰক কেন্দ্ৰ কৰি পশ্চিম নলবাৰী অঞ্চলতো এটা ব্যাপক কৃষক জাগৰণৰ সৃষ্টি কৰিছিল। ৰাভাই সভাৰ কেইজনমান যুৱক-যুৱতীক মঞ্চলৈ মাতি নি সমবেত সংগীত হিচাবে যিটো গান পৰিবেশন কৰিছিল সেইটো হ'ল—

"আমাৰ দেশৰ আমাৰ মাটি
ৰোৱা আমাৰ ধান ঐ
ৰোৱা আমাৰ ধান ......
জান গলেও, প্ৰাণ গলেও
ধান নিদিও, ধান নিদিও
নিদিও আমাৰ ধান।" ইত্যাদি।

এই গানটোৱে হেনো সভাত জমায়েত হোৱা হেজাৰ-বিজাৰ কৃষক ৰাইজ আৰু যুৱ-ছাত্ৰক অতি আবেগ উদ্বুদ্ধ কৰি তুলিছিল। কোৱা বাহুল্য যে সেই সময়ত ছাত্ৰ-ফেডাৰেচনে কৃষকৰ এই দাবীসমূহ মানি লৈছিল আৰু কৃষক-বনুৱাৰ গণ-আন্দোলনত চামিল হৈছিল। ইয়াৰ পিছত বিষ্ণু ৰাভা অনেকবাৰ বেলশৰলৈ আহিছিল আৰু তেওঁৰ আশ্ৰয়স্থল আছিল বিপ্লৱী কমিউনিষ্ট দলৰ স্থানীয় নেতাদ্বয় প্ৰয়াত কমৰেড নবীন মেধি আৰু প্ৰয়াত কমৰেড অৰুণ বৰ্মনৰ বাসগৃহ।



ছাত্ৰ ফেডাৰেচনৰ জনসভাৰ বিৰাট সাফল্যৰ টৌৰ মাজতেই প্ৰায় ৬ মাহ মানৰ পিছত নাৰী মুক্তি সংঘৰ সভাৰ বাবে পুনঃ বিষ্ণু ৰাভা আমন্ত্ৰিত হৈছিল বেলশৰলৈ। কমৰেড



কমলা (মেধি) বৰ্মন, প্ৰয়াতসকল কনকলতা মেধি, ভুতুনী আবু, ফাটেমা বেগম, বসুমতি মুদিয়াৰ, দ্ৰৌপদী মুদিয়াৰ, চাৰু বড়া, শ্ৰীগিৰীবালা বৰ্মন আদি। সেই সময়ৰ নেতৃস্থানীয় মহিলাসকলে এই সভাখনৰ উদ্যোগ লৈছিল। এই সভাত মুখ্য বক্তা আছিল কমলা মজুমদাৰ, অপৰাজিতা মুখাৰ্জী, মোহন লাল মুখাৰ্জী, লোকনাথ বৰুৱা, তৰুণসেন ডেকা আৰু বিষ্ণুপ্ৰসাদ ৰাভা। উল্লেখযোগ্য যে ৰাভাৰ এই সভাত প্ৰায় ৫০০ মহিলাকে ধৰি প্ৰায় আঢ়ৈ হাজাৰ লোকৰ সমাবেশ ঘটিছিল। সেইসময়ত নাৰী মুক্তি সংঘৰ এনে বিশাল সংগঠন একমাত্ৰ বেলশৰতেই সংগঠিত হৈছিল।

ৰাভাই সেই সময়ত কৃষক বনৱা পঞ্চায়ত গঠন কৰাত অগ্ৰণী ভূমিকা লৈছিল। পাৰ্টিয়ে কৃষক ৰাইজৰ মন জয় কৰিবলৈ ৰাভাক ইখন গাঁৱৰ পিছত সিখন গাঁৱলৈ কৃষক বনুৱা পঞ্চায়তৰ বৈঠকবোৰত ভাষণ দিবলৈ লৈ ফুৰিছিল। এনেকৈয়ে ১৯৪৯ চনৰ পৰা ১৯৫২ চনলৈ বেলশৰৰ উপৰিও ইয়াৰ আশে-পাশে বনগাওঁ, বৰ্ণিবাৰী, ৰাইংছাপাৰা, নলিছা, দিৰোৱা, কৈঠালকুছি, মধুপুৰ, ভয়ৰা, শোলমাৰী, পিপলীবাৰী, জাগাৰা আদি গাঁৱত মানুহৰ চোতালে চোতালে, চৰাঘৰ, বাটঘৰত বৈঠক বহিছিল। বৈঠকবোৰত ৰাভাই সহজ-সৰল বক্তৃতাৰ উপৰিও স্ব-ৰচিত গান বা ওজাপালিৰ পদ আদি পৰিবেশন কৰি মুল বিষয়বস্তুক সৰ্বসাধাৰণৰ মনোগ্ৰাহী কৰি তুলিছিল। বেলশৰৰ এনে এটা চুবুৰী নাই য'ত ৰাভাই বৈঠক কৰা নাছিল। ৰাভাই ওজাপালি সুৰৰ মাজেদিও উঁৱলি যাব ধৰা সমাজখনৰ প্ৰতি তীব্ৰ ঘৃণাৰে বক্ৰোক্তি প্ৰকাশ কৰিছিল এনে ধৰণে—

এ ঘোৰ পাপতে
ডুবি গ'ল দীনবন্ধু
সোণাৰ সংসাৰৰ নৰ'ৰে।
আৰ ধৰ্ম কৰ্ম একো নাই মিছা
হাহাঁকাৰ কৰি মৰাৰে ......
এ ঘোৰ পাপতে ......
আৰ, ব্যাধে ললে বেদ ভাৰ
ৰাক্ষস হ'ল গুৰু বৰ অ'
এ চোৰ হ'ল দেৱান ৰজাৰ,





বেশ্যা হ'ল মহাসতী, বেপাৰীক মহন্ত মাতি
মুৰ্খ গণে কৰো হাহাঁকাৰ ৰে
এ ঘোৰ পাপতে ......। ইত্যাদি।

উল্লেখযোগ্য যে উক্ত ওজাপালিৰ পদখিনি আমি নৱমমানত থাকোতে বেলশৰ হাইস্কুলৰ বাৰ্ষিক সভাত পৰিবেশন কৰাৰ বাবে আমাক বেলশৰৰ প্ৰখ্যাত নৰো ওজা আৰু ডাইনা পালি ৰঙো বৰ্মনে শিকাইছিল। কিন্তু তেতিয়াৰ বেলশৰ হাইস্কুলৰ প্ৰধান শিক্ষক আমাৰ চিৰ নমস্য, ঋষিতুল্য প্ৰয়াত আদ্যনাথ ভট্টাচাৰ্য্যদেৱে কৰবাত জেঙা লাগে বুলি আমাক বুজাই-বঢ়াই পৰিবেশন কৰিব নিদিলে। নৰো ওজাই আমাক গীতটোৰ ৰচক সম্পৰ্কে একো কোৱা নাছিল যদিও ৰঙো দাইনা পালিয়ে এই পদখিনি বিষ্ণু ৰাভাই ৰচনা কৰা বুলি আমাক গোপনে জানিব দিছিল। কমিউনিষ্টৰ গীত বুলি কোনেও পৰিবেশন নকৰিব বুলিয়ে ৰাভাই নিজেই হেনো এইটো তেখেতে ৰচা কৰা বুলি প্ৰকাশ নকৰিবলৈ ওজাদেৱক অনুৰোধ কৰিছিল।

১৯৫২ চনৰ এটা শীতকালৰ সন্ধিয়া। বেলশৰ শইকীয়াপাৰাৰ প্ৰয়াত বালেক বৰ্মন (মহাজন)ৰ চোতালত বৈথকী বহিছে। মই তেতিয়া সম্ভৱ তৃতীয় শ্ৰেণীৰ ছাত্ৰ। মোৰ সহপাঠী (বালেক বৰ্মনৰ বৰ পুত্ৰ) প্ৰয়াত খগেন বৰ্মনে মোক ক'লে— "মিশ্ৰ! আজি আমাৰ ঘৰলৈ কোনোবা বিষ্ণু ৰাভা আহিব হেনো। হাৰমনিয়াম বজাই গান গাব। তুমি আমাৰ তালৈ সন্ধিয়া আহিবা। গান শুনিব পাৰিবা।" মোৰ তেতিয়া গানত বৰ নিচা। সন্ধিয়াৰ লগে লগে মই গৈ তাত উপস্থিত হ'লো যদিও বাটতে এজন বৰ খঙাল মানুহে মোক ভিতৰলৈ সোমাব নিদিয়ে। পিছত জানিলো তেখেতেই আছিল ককয়া হাইস্কুলৰ কৃতি শিক্ষক প্ৰয়াত সমীন মেধিদেৱ। অৱশ্যে বন্ধু খগেন বৰ্মনৰ অনুৰোধত পিছত অকল মোকহে ভিতৰত সোমাব দিলে। ভিতৰৰ চোতালত গৈ দেখিলো প্ৰায় ৬০/৭০ জন কৃষক। প্ৰেট্ৰোমাক্স লাইটৰ উজ্জল পোহৰত ৰাভাই হাৰমোনিয়ম ধৰি গান গাইছে— এহাল উদ্দীপ্ত চকুৱে তিৰ্‌বিৰ্‌কৈ গানৰ তালে তালে যেন নাচি আছে। "অগ্নি যুগৰ ফিৰিঙতি মই নতুন সমাজ গঢ়িম......"— স্তব্ধ হৈ শুনি আছে এক চোতাল পুৰুষ-মহিলাই। মইয়েই সম্ভৱ সৰ্ব কনিষ্ঠ। ৰাভাৰ উদাত্ত কণ্ঠ আৰু অগ্নি বৰষা সুৰত মই মন্ত্ৰ মুগ্ধ হৈ পৰিলো।





উল্লেখযোগ্য যে সেই এবাৰ শুনাৰ পাচতে সুৰ সহকাৰে মোৰ এই গানটো মনত থাকি গ'ল আৰু মই প্ৰাথমিক স্তৰতে স্কুলৰ শিক্ষক ছাত্ৰৰ আগত আৰু পুথিভঁৰালৰ বাৰ্ষিক সভাত কেবাবাৰো এই গানটো পৰিবেশন কৰিছিলো। পৰবৰ্তী সময়ত বেলশৰ কেন্দ্ৰীয় সমাজ কল্যাণ সমিতিৰ বাৰ্ষিক সভাবোৰত মোৰ কেবাবাৰো ৰাভাৰ গান আৰু মৌ-বৰষা ভাষণ শুনাৰ সৌভাগ্য হৈছিল।

১৯৫২ চনৰ শেষৰ ফালে কনকলতা মেধি আৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ মাজত কৈঠালকুছিৰ এটা পাৰ্টি কেম্পত আনুষ্ঠানিকভাবে উভয়ে উভয়ৰ জীৱনসংগী হোৱাৰ প্ৰস্তাৱ গ্ৰহণ কৰা হয়। অৱশ্যে ইয়াৰ কিছুদিন আগৰ পৰাই কনকলতাই ৰাভাৰ আলপৈচান ধৰাৰ দায়িত্ব লৈছিল। সেই সময়ত কনকক বিশেষভাবে গাইড্ দিছিল সংগ্ৰামী যুৱ নেত্ৰী কমৰেড কমলা মেধিয়ে। বৰদেউতাক প্ৰয়াত ৰজত মেধিৰ শিক্ষিতা জীয়ৰী, নাৰী মুক্তি সংঘৰ সম্পাদিকা কমৰেড কমলা মেধি কনকলতাৰ অকল বাইদেউ আৰু গাইডেই নহয় বৰং দুৰ্দান্ত সাহসী, আৰ.চি.পি.আই. ৰ সেই সময়ৰ অসম খ্যাত দক্ষ-সংগঠক, সু-বক্তা এগৰাকী মহিলা নেত্ৰীও। ১৯৫০ চনৰ ১ জুন তাৰিখে গভীৰ ৰাতি আৰ.চি.পি.আইক বে-আইনী ঘোষণা কৰা হয় আৰু ২ জুন তাৰিখৰ দোকমোকালিতে আৰ.চি.পি.আইৰ নেতা, সদস্য আৰু কৰ্মীসকলক বিচাৰি পুলিছ-মিলিটাৰীৰ ব্যাপক ধৰ-পকৰ চলে। অনেকৰ ঘৰত ৰাভাৰ কথা সুধি মিছাকৈয়ে জুলুম কৰে। বেলশৰৰ আৰ.চি.পি .আইৰ অন্যতম জ্যেষ্ঠ নেতা প্ৰয়াত কমৰেড নবীন মেধিৰ ঘৰত খানাতালাচ কৰি তেওঁক নেপাই কমৰেড কমলা মেধি আৰু নৱম শ্ৰেণীৰ ছাত্ৰী কনকলতাক ধৰি লৈ যায়। তাৰ পিছত গ্ৰেপ্তাৰ কৰে বেলশৰৰ আন দুগৰাকী আৰ.চি.পি.আইৰ নেতা প্ৰয়াত কমৰেড চণ্ডী মেনা আৰু কমৰেড নৰেন হালৈক। তেওঁলোকক আটাইকে প্ৰথমে গুৱাহাটী জেলত ৰাখে যদিও তিনি মাহৰ পিছত মেনা আৰু হালৈক মুক্তি দিয়া হয় আৰু ছয়মাহ পাছত কনকলতাও মুক্তি পাই কিন্তু কমৰেডকমলা মেধিক শ্বিলং জেললৈ প্ৰেৰণ কৰা হয়। প্ৰায় একবছৰ কাল কাৰাদণ্ড ভোগাৰ পিছতহে কমৰেড কমলা মেধিয়ে মুক্তি পায়।





মোৰ এই প্ৰবন্ধটোৰ শিৰোণামাই যিহেতু বেলশৰকেন্দ্ৰীক গতিকে ৰাভাৰ অজ্ঞাতবাসৰ আঁৰে আঁৰে বেলশৰত সম্পাদিত দুই-এক সংগ্ৰামী পৰিঘটনাৰ মাজতেই মোৰ এই লিখনি সীমাবদ্ধ ৰাখিলো। বিষ্ণুপ্ৰসাদ ৰাভাৰ অনুপস্থিতি স্বত্বেও তেখেতৰ আহ্বানৰ প্ৰতি সহাঁৰি দি ১৯৪৭ চনৰ ১৫ আগষ্টৰ স্বাধীনতা দিৱসটোক কমৰেড তৰুণ সেন ডেকাৰ তত্বাবধানত আৰ.চি.পি.আইয়ে ভুৱা স্বাধীনতা বুলি 'কলা দিৱস' হিচাবে প্ৰদৰ্শনৰ ব্যাপক প্ৰস্তুতি চলাইছিল বেলশৰৰ সংগ্ৰামী ৰাইজে। ১৯৪৭ চনৰ ১৫ আগষ্টৰ ২/৩ মাহ আগৰ পৰাই বেলশৰত পান্নালাল দাসগুপ্তকে ধৰি বিপ্লৱী কমিউনিষ্ট দলৰ কেন্দ্ৰীয় তথা ৰাজ্যিক নেতাসকলে গোপনে বৈঠক পাতিছিল। ১৫ আগষ্টৰ স্বাধীনতা দিৱসৰদিনা মৃত্যুক নেওচি হ'লেও শোভাযাত্ৰাৰ মাজেদি কলা-পতাকা প্ৰদৰ্শন কৰাৰ বাবে দায়িত্ব পৰিছিল প্ৰয়াত কমৰেড নবীন মেধি আৰু প্ৰয়াত কমৰেড হেমন্ত বৰ্মনৰ ওপৰত। সিদ্ধান্তমতে কাম। সদ্য স্বাধীনতা প্ৰাপ্তিৰ মহা জয়োল্লাসত মতলীয়া হেজাৰ হেজাৰ কংগ্ৰেছী লোক আৰু এই স্বাধীনতা ভুৱা বুলি দৃঢ় কণ্ঠে প্ৰতিবাদ সাব্যস্ত কৰি আগবাঢ়ি যোৱা শতাধিক আৰ.চি.পি.আইৰ জঙ্গীসকলৰ শোভাযাত্ৰা গৈ গৈ মুখামুখী হ'ল বেলশৰৰ পশ্চিম প্ৰান্তত অৱস্থিত বহাগী বছৰ তলত এক ৰক্তাক্ত সংঘৰ্ষৰ মাজত। তথাপি সংগ্ৰামী শতেকে বেলশৰৰ স্বাধীনতাৰ বিজয়োল্লাসৰ ইতিহাসত ৰাখি থৈ গ'ল এটা ৰক্তাক্ষৰী স্বক্ষৰ— 'ইয়ে আজাদী ঝুঠা হ্যায়'। যিটো আজি স্বাধীনতাৰ ষাঠি বছৰ পিছতো এশবিছ কোটি মানুহে মৰ্মে মৰ্মে উপলব্ধি কৰিব লাগিছে, তেওঁলোকৰ বিবেকত প্ৰশ্ন জাগিছে, কি বিচাৰিছিলো, কি পালো, কি হ'ল!

ৰাভাৰ বেলশৰত অন্তিম বাৰলৈ আগমণ হৈছিল ১৯৬৩ চনতভাৰত-চীন সংঘৰ্ষত চীন গুপ্তচৰ বুলি মিছাতে ৰাভক অভিযুক্ত কৰি সুদুৰ উৰিষ্যাৰ বড়মপুৰ জেলত কাৰাবন্দী কৰা হৈছিল। নিৰ্দোষী প্ৰমাণিত হৈ মুক্তি লাভ কৰাৰ পাছতে ১৯৬৩ চনৰ পূজাৰ আগে আগে বেলশৰ কেন্দ্ৰীয় সমাজ কল্যাণ সমিতিৰ বাৰ্ষিক অধিবেশনৰ সময়ত তেওঁক বিশিষ্ট অতিথি হিচাবে আমন্ত্ৰণ জনাই ৰাজহুৱা সম্বৰ্দ্ধনা জনোৱাৰ ব্যৱস্থা কৰা হৈছিল। ৰাভাৰ আগমনৰ বাৰ্তা পাই সমগ্ৰ বেলশৰবাসীয়ে আবেগপ্ৰৱণ হৈ উঠিছিল। ইতিমধ্যে ৰাভাই





তেখেতৰ প্ৰিয়তমা পত্নী কনকলতাকো ইহ সংসাৰৰ পৰা বিদায় দিব লগা হৈছিল। এমা-ডিমা পৃথ্বিৰাজ আৰু হেমৰাজক লৈ ৰাভা যেন সংসাৰ মৰুত আকৌ দিশহাৰা পথিক হৈ পৰিল। গাড়ীৰ পৰা সমাজ কল্যাণ সমিতিৰ চোতালত ভৰি দিয়েই সিদিনা ৰাভাই চিঞঁৰি চিঞঁৰি কৈছিল— "হেৰা! মোক এখন ঢাৰি দিয়াহে, এখন ঢাৰি পাৰি দিয়া। মই অলপ বিশ্ৰাম লম।" লগে লগে তেওঁক বিছনাৰ যোগাৰ কৰি দিয়া হৈছিল। কিছুসময়ৰ বাবে শুই পৰিছিল সেই ভগ্ন স্বাস্থ্যৰ থুলন্তৰ অক্লান্ত মানুহজন। ৰাইজে কোৱাকুই কৰিছিল— "ৰাভাটোৰ হুজ লৰিল"।

ভাষণ দিবলৈ উঠাৰ সময়ত কিদৰে তেওঁক চীনৰ চোৰাংচোৱা সজাই, এমা-ডিমা লৰাহালক অকলশৰীয়া কৰি , হাতীবন্ধা ৰচীৰে ককালত ৰচী লগাই, স্বাধীন চৰকাৰৰ পুলিচবাহিনীয়ে নিৰ্যাতন কৰিছিল তাৰ নিদাৰুণ কাহিনী আবেগচিত্তে বৰ্ণনা দিয়াত সভাত উপস্থিত থকা হেজাৰ হেজাৰ ৰাইজ শোকত উথলি উঠিছিল। তেওঁ আৱেগচিত্তে আকৌ এবাৰ সোঁৱৰিলে বেলশৰৰ মৰমৰ জীয়ৰী তেওঁৰ পত্নী কনকলতাৰ অবিহনে তেওঁ এই সংসাৰত কিমান অকলশৰীয়া। ৰাভাই কৈ গ'ল— "হে মোৰ শিৰৰ মুকুট শ্ৰদ্ধাৰ বেলশৰীয়া ৰাইজ! মই এই মাতৃহীন থুন্‌থুন্‌, মুন্‌মুন্‌ক আপোনালোকক গটালো। বিদায়! হাতযোৰ কৰি ৰাভাই বক্তৃতা সামৰিলে। জনতাৰ মাজৰ পৰা শুনা গ'ল কেৱল উচুপনি আৰু উচুপনি। হাত তালি নাই। বেলশৰৰ ৰাভাৰ এয়াই আছিল অন্তিম ৰাজহুৱা দৰ্শন।◀◀



# সমাজতাত্ত্বিক দিশত পশ্চিম নলবাৰীৰ বড়ো-কছাৰীসকলৰ ভাষা

## (এটি সংক্ষিপ্ত আলোচনা)

*প্ৰমোদ হালৈ*

নলবাৰী জিলাৰ পকোৱা, ধৰ্মপুৰ আৰু ক্ষেত্ৰী ধৰ্মপুৰ মৌজাৰ ৬৩ খন ৰাজহ গাওঁক লৈ পশ্চিম নলবাৰী ৰাজহ চক্ৰটো গঠিত। এই অঞ্চলটোত স্থানীয়, কথিত ভাষা, ধৰ্ম আৰু সংস্কৃতি আদি সকলো ক্ষেত্ৰতে এক সুকীয়া বৈশিষ্ট্য আছে। ইয়াত আৰ্য আৰু অনাৰ্য উভয়গোষ্ঠীৰ লোকে বসবাস কৰে। আৰ্যৰ ভিতৰত হিন্দু আৰু মুছলমান উভয় জাতি তথা ধৰ্মৰ লোক আছে। আনহাতে অনাৰ্যগোষ্ঠীৰ ভিতৰত বড়ো-কছাৰীসকল বিশেষভাৱে উল্লেখযোগ্য। ধৰ্মপুৰ মৌজাৰ বেচিমাৰী, মধু পুৰ আৰু ক্ষেত্ৰী ধৰ্মপুৰ মৌজাৰ বৰী আৰু কেন্দুবাৰী আদি গাওঁত কিছু সংখ্যক বড়ো সম্প্ৰদায়ৰ লোক অতীজৰে পৰা বাস কৰি আছে। মানুহখিনি প্ৰধানভাৱে কৃষিজীৱি যদিও কম সংখ্যক লোকে চাকৰি আৰু ব্যৱসায়ো কৰে। বড়োবিলাক স্বভাৱতে সহজ-সৰল আৰু চাকৰি আৰু ব্যৱসায়ো কৰে বড়ো বিলাক স্বভাৱতে সহজ-সৰল আৰু পৰিশ্ৰমী। তিৰোতাবিলাক ভাল বোৱনী। সম্প্ৰদায়টো আৰ্থিকভাবে আৰু শিক্ষা-দীক্ষাৰ ক্ষেত্ৰত বৰ উন্নত নহয়। বড়ো ভাষাত অদ্বিতীয় গৱেষণাকাৰী ভাষাবিদ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যৰ মতে বড়োবিলাক প্ৰধানভাবে গাঁওবাসী আৰু খেতিয়ক। বড়ো তিৰোতাবিলাকো পুৰুষৰ সমানে কঠোৰ পৰিশ্ৰমী। তেওঁলোকে শিক্ষা নৈপুন্যৰে কপাহী কাপোৰ আৰু এড়ি কাপোৰত নানা ধৰণৰ বুটা দি নানা ধৰণৰ ফুল তুলিব পাৰে।[১]



পশ্চিম নলবাৰী অঞ্চলত বসবাস কৰা আৰ্যগোষ্ঠীৰ আন সম্প্ৰদায়ৰ লোকসকলে আৰ্যভাষা সংস্কৃতৰ পৰা সম্ভূত অসমীয়া ভাষা কয় আৰু অনাৰ্যগোষ্ঠীৰ বড়ো-কছাৰীসকলে অনাৰ্যভাষাৰ তিব্বত ধৰ্মীভাষা সম্ভূত বড়ো



ভাষা কয়। ভাষাৰ ক্ষেত্ৰত দুয়োটা গোষ্ঠীৰ লোকৰ মাজত অমিল থকাৰ উপৰিও সামাজিকভাৱে উভয়গোষ্ঠীৰ মাজত খোৱা-লোৱা আৰু বিয়া-বাৰু আদিও নচলে। কিন্তু অন্যান্য ক্ষেত্ৰত আৰ্যগোষ্ঠীৰ লোকৰ লগত বড়োসকলৰ মিলা-মিচা তথা ভাবৰ আদান-প্ৰদান হয় আৰু সেইধৰণে অসমীয়া ভাষা-সংস্কৃতিৰ প্ৰভাৱ বড়োসকলৰ ওপৰত আৰু বড়োভাষা-সংস্কৃতিৰ প্ৰভাৱ অসমীয়াসকলৰ ওপৰত পৰিছে। পশ্চিম নলবাৰীৰ সংখ্যালঘু বড়োসকলে ৰাতি বিশ্ৰাম লোৱা সময়খিনিৰ বাহিৰে দৈনন্দিন জীৱনৰ বাকী সময়খিনি সংখ্যাগৰিষ্ঠ অসমীয়াভাষী অবড়োসকলৰ সৈতে ভাৱৰ আদান-প্ৰদান কৰি চলিবলগীয়া হোৱা বাবে অনায়াসে তেওঁলোকে অসমীয়া ভাষা আয়ত্ব কৰি অসমীয়াভাষীৰ লগত অসমীয়া ক'ব পৰা হয়। গতিকে বড়োসকল দ্বিভাষী। ঘৰত তেওঁলোকৰ মাজত বড়োভাষাতে কথা-বতৰা পাতি ভাবৰ আদান-প্ৰদান কৰে আৰু অসমীয়াভাষীৰ লগত অসমীয়া ভাষাত কথা-বতৰা হয়। সেইফালৰ পৰা দ্বিভাষীবোৰক ভাষাৰ সাকো সম্প্ৰদায় বুলিব পাৰি।[২]

বড়ো বিলাকে ব্যৱহাৰ কৰা অসমীয়া ভাষাটোৰো এক সুকীয়া বৈশিষ্টৰ আছে। বড়ো বিলাকৰ মুখত উচ্চাৰণ হোৱা অসমীয়া ভাষাটো আন অসমীয়া লোকৰ ভাষাতকৈ বেলেগ। অসমীয়া ভাষী সম্প্ৰদায়ৰ লোকৰ মুখত উচ্চাৰিত অল্পপ্ৰাণ ধ্বনি বড়োসকলৰ মুখত প্ৰায়েই মহাপ্ৰাণ ধ্বনি হিচাপে উচ্চাৰণ হোৱা দেখা যায়। দুটা বেলেগ ভাষা কোৱা দুখন সমাজৰ মানুহৰ সংমিশ্ৰণে ভাষা সংস্কৃতিৰ দিশত পৰিবৰ্তন আনে।[৩] অসমীয়া ভাষী মানুহৰ লগত ভাৱৰ আদান-প্ৰদান কৰোতে বড়ো বিলাকে কোৱা অসমীয়া ভাষাৰ মাজতে দুই এটা ঘৰুৱা বড়ো ভাষাৰ শব্দও ব্যৱহাৰ কৰা দেখা যায়। তলত পশ্চিম নলবাৰী স্থানীয় উপ-ভাষাটোক মূল হিচাপে লৈ পশ্চিম নলবাৰীৰ আন সম্প্ৰদায়ৰ অৰ্থাৎ অবড়ো লোকে কোৱা অসমীয়া ভাষা আৰু বড়োসকলে কোৱা অসমীয়া ভাষাৰ নমুনা এটি দাঙি ধৰা হ'ল।





| আন সম্প্ৰদায়/অবড়ো | বড়ো/কছাৰী |
|---|---|
| ১। শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গ বিষয়ক ঃ | |
| আঁঠু | আন্‌ঠু |
| কপাল | খাফাল |
| নাই (নাভি) | নাৰি |
| মুখ | মুখাঙ্ |
| হাত | আখাই |
| ২। কানি-কাপোৰ বিষয়ক ঃ | |
| গাম্‌চা (গামোচা) | ফালি |
| চলা (চোলা) | গচ্‌লা |
| টুপী | থুফি |
| পাউগ্‌ৰি (পাগুৰি) | ফাউৰি |
| মেখ্‌না (মেখেলা) | দখ্‌না। |
| ৩। বাচন-বৰ্তন বিষয়ক ঃ | |
| কলাহ (কলহ) | খল্‌হা/জুদু |
| কাঁহী | খাঙ্‌চি/খান্‌চি |
| চোইৰা (চৰিয়া) | দাবৌৰ |
| টেক্‌লি (টেকেলি) | থেখ্‌লি/জুদু |
| দুক্‌লি (দুকুলি) | ধুখ্‌লি |
| পাচি | ফাচি |
| বাটা (বটা/শৰাই) | বান্‌থা |
| লটা (লোটা) | লথা |
| ৪। ঘৰ-দুৱাৰ বিষয়ক ঃ | |
| আতাল (কোঠালীৰ ওপৰত চাং, চিলিং) | আথাল |
| আধেইলা (পানীপোতা) | বাৰেন্‌চা |
| কাথি (পিৰালি) | আগ্‌চালি |
| কানী | খামী |
| খুটা | খুথা |
| দুৱাৰ গেইৰা (দুৱাৰদলি) | দেউঙ্‌না |
| দুৱাৰ মুখ | দৰখঙ্/দৰখো মুখাং |
| পোলি (ভিতৰ কোঠালী) | খোফ্‌ৰা |



৫। শাক-পাচলি বিষয়ক ঃ



| | |
|---|---|
| কাইক্ৰাল (কেৰেলা) | খাঙ্খিৰাল |
| কোবি (কবি) | খোবি |
| খুত্তা (খুতুৰা শাক) | খুথ্ৰা |
| চুকা (চুকাশাক) | চুখা |
| দুলুম ফুল (দোৰোণ ফুল) | ধৰঙ্ফুল |
| পাল্ঙা (পালেং শাক) | ফালাঙ্ |
| বেহাৰ (সৰিয়হ) | বেচৰ/বেসৰ |
| শাক | মেগঙ্ |

৬। ফল-ফুল বিষয়ক ঃ

| | |
|---|---|
| আতেফল (আত্লচ) | আথাইফল |
| কঠাল | কনথাল |
| মেইদদাল (অমিতা/মধুফল) | মোধুফুল |
| মৌকা (ভেটফুল) | মেখুৰা |
| সোইফ্ৰাম (মধুৰি আম) | সম্ফ্রেইঙ্ |

৭। গছ-গছনি বিষয়ক ঃ

| | |
|---|---|
| কাঁহি (কহুঁৰা বন) | খাচি হাগ্ৰা |
| জোইত্কা (জেতুকা) | জেথ্খা |
| নল (নল খাগৰি) | নলিফাঙ্ |
| পাক্ৰি (পাকৰি গছ) | ফাখ্ৰি |
| বৰগাছ (বটাছ) | ধুপ |
| বুন (বন) | হাগৰা |
| ভোতেৰা (ভোট এৰা) | এন্দা |
| সাউৰা/সাউঙ্লা (শাওঁৰাছ) | চোউৰা/সোউৰা |

৮। জীৱ-জন্তু বিষয়ক ঃ

| | |
|---|---|
| ইন্দুৰ (এন্দুৰ) | এনজোৰ |
| কাল্লা (চেউৰী) | খাল্লা |
| নেউল | নেউলাই |
| ভেৰা | ভেৱৰা |





| | |
|---|---|
| মুইহ (মই) | মুইহচু |
| মেউক্ৰী (মেকুৰী) | মাউজি |
| শিয়াল | চেল |
| হাথী (হাতী) | মোইদাৰ |

৯। চৰাই-চিৰিকতি বিষয়ক ঃ

| | |
|---|---|
| ঘচ্চিকা (ঘৰচিৰিকা) | চখা |
| চকা (টোকোৰা চৰাই) | গুৱা অখ্লা/গুৱা থাখা |
| তিঁয়া (তিঁয়া চৰাই) | থিয়া দাও (দাও চৰাই) |
| দে'কাত্ৰা (দহিকতৰা) | দেউখাথ্ৰা/গে'বল্লাদা |
| পাৰা (পাৰ চৰাই) | ফাৰেও |
| ফেঁচু (ফেঁচু চৰাই) | ফিৰিচ্চা |
| বোউগ্লা (বগলী) | দাও ব (ব-বগলী) |
| হাঁহ | হাঙ্চো |

১০। কীট-পতংগ বিষয়ক ঃ

| | |
|---|---|
| চক্ৰি (পখিলা) | চখ্ৰি |
| তেলভৌকা (পইতাচোৰা) | তেলঘপা |
| ফৰিং | গুমা |

১১। মাছ-পুঠি বিষয়ক ঃ

| | |
|---|---|
| কোৱে (কাৱৈ মাছ) | খাওইনা (না-মাছ) |
| কোইক্লা (ককিলা) | খাঙখিলা |
| বেচা (এবিধ মাছ) | বেন্চা |
| ভৌকা | ভৌকানা |
| ৰৌ | ৰৌনা |
| সথ্লি (কাঞ্চনমতী মাছ) | থথাগালি/ভেদাগালি |

১২। খেতি-বাতি বিষয়ক ঃ

| | |
|---|---|
| উখ্নি (ওখোন) | হুখেন |
| কদাল (কোদাল) | খদাল |
| চহখি (খেতিয়ক) | হালুৱাই |
| চাউল | পইৰং |
| ধান | মাই |



| | |
|---|---|
| পেক (বোকা) | হাৱৰু |
| শোইল (শলি) | খলকৰি |



**১৩। সম্বন্ধ বাচক বিশেষ্য শব্দ ঃ সম্বন্ধবাচক শব্দৰ ক্ষেত্ৰত** তেওঁলোকে প্ৰায়েই বড়ো ভাষাৰ শব্দ ব্যৱহাৰ কৰা দেখা যায়।

| | |
|---|---|
| আতা (ককাদেউতা) | আবৌ |
| আবু (আইতা) | আবোই |
| আমে/আইমে (আমৈ) | আই |
| কাক/দাদা (ককাইদেউ) | আদা |
| কুৰ্মা (ভনীজোঁৱাই) | বোইনাই/বোইনে |
| খুত্তে (খুৰা) | আদোই/দাদা/দাদেই |
| খুৰী | মাদেই/মাদোই |
| তাউবে (তাঁৰৈ) | আফা/তাওই |
| বাপা/পিতা | আফা |
| বৌ (নবৌ) | বাজেই/বাজেই |
| বৰি (বোৱাৰী) | বিহাম্জোন |
| বোনী (ভনী) | আকো/মাখো (সৰুভনী) |
| মাই | আই |
| মাউহে (মাহী) | আদেই/মাদেই |
| মামা (মোমাইদেউ) | আমাই |
| শাহু | আই |
| সখি | চখে/বিচিগি |
| শহুৰ | আফা |

১৪। পুৰুষবাচক নিৰ্দিষ্টবাচক প্ৰত্যয় ঃ

| | |
|---|---|
| মোৰ বাপা/মোৰ পিতা (মোৰ বোপাই/মোৰ পিতা) | আফা |
| তোৰ বাইপে/তোৰ পিতে (তোৰ বাপেৰ/পিতাৰ পিতেৰ) | নাম্ফা |
| তাৰ/তাইৰ/তেওঁৰ বাইপাক/পিতাক (তাৰ/তাইৰ/তেওঁৰ বাপেক/পিতেক) | বিফা |

১৫। বিবিধ ঃ

| | |
|---|---|
| আকো (একো) | আখো |
| আৰু | আৰো |
| কুঁৱা | লান্দো |





| | |
|---|---|
| জাখে (জাকৈ) | জোখাই |
| জুঙ্তি (জুমুঠি) | জুগুন্দি/জুগুন্দোই |
| ধকা (চপনীয়া) | ধঙ্খা/ঘজিয়া |
| বৰাহ (বৰশী) | বৰ্চি |
| মছ্লা | বাখাৰ |
| মদ | চে'ৰাপ/জুমাই |
| লাজ | লাজি |

এনেদৰে পশ্চিম নলবাৰীৰ দ্বিভাষী বড়ো সকলৰ মাজত প্ৰচলিত অসমীয়া ভাষাটোৰ এটি নিদৰ্শন তদাঙি ধৰিব পাৰি।◀◀



# পশ্চিম নলবাৰী অঞ্চলৰ টোলীয় সংস্কৃত শিক্ষা আৰু জ্যোতিষ চৰ্চা

*ৰবীন্দ্ৰ নাথ শৰ্মা*

সংস্কৃত ভাষা ভাৰতৰ অতি প্ৰাচীন ভাষা। এই ভাষা মহান ভাৰতীয় জাতিৰ আত্মাস্বৰূপ। ইয়াক দেৱভাষা বুলিও জনাজাত, অৰ্থাৎ এই ভাষাত আমাৰ ভাৰতীয় হিন্দুসমাজৰ জন্মৰ পৰা মৃত্যুলৈ সকলো কাৰ্য্যতে ব্যৱহাৰ হয় আৰু সংস্কৃত ভাষাৰ দ্বাৰা আমাৰ ধৰ্মীয় কাৰ্য্যসমূহ সম্পন্ন কৰিলে দেৱতাসকলে সন্তোষ লাভ কৰা বুলি আমাৰ ধাৰণা। যেনেদৰে আমি নিজৰ ভাষাত কথোপকথন কৰিলে আনন্দ লাভ কৰো তেনেদৰে সংস্কৃত ভাষাত মন্ত্ৰ উচ্চাৰণ কৰিলেও দেৱতাসকলে আনন্দ লাভ কৰে। আনহাতে, আমাৰ বৰ্তমানৰ ভাৰতীয় ভাষাসমূহৰ মূল সংস্কৃত ভাষা কাৰণে ইয়াক ভাৰতৰ মাতৃভাষা বুলিও গণ্য কৰা হয়। ভাৰতীয় ভাষা-সাহিত্য, সংস্কৃতিৰ সকলো ৰত্নভাণ্ডাৰ সংস্কৃত ভাষাৰ ভিতৰতে সোমাই আছে। এই ভাষাত বেদ-উপনিষদ, ৰামায়ণ, মহাভাৰত, গীতা আদি হিন্দুৰ প্ৰাচীন গ্ৰন্থসমূহ ৰচিত হৈছিল। সাহিত্য, বিজ্ঞান, দৰ্শন, কলা-সংস্কৃতি আদি সকলো বিষয়তে সংস্কৃত ভাষা সমৃদ্ধ। কিন্তু অতি পৰিতাপৰ কথা এয়ে যে, এনেহেন এটা উচ্চমানৰ চহকী ভাষা, বৰ্তমান মৃতভাষা ৰূপে পৰিগণিত হৈছে। ইয়াৰ মূল কাৰণ হ'ল, ইংৰাজসকলৰ আগমণৰ ফলত ভাৰতৰ সৰ্বত্ৰ ইংৰাজী ভাষাৰ প্ৰচলনৰ হেতু, ভাৰতত সংস্কৃত শিক্ষাৰ মানদণ্ড ক্ৰমাগতভাৱে হ্ৰাস পাবলৈ ধৰিলে। আনহাতে, সংস্কৃত ভাষাৰ বিপুল জ্ঞান ভাণ্ডাৰ সমূহ লৈ গৈ, ইংৰাজসকলে পাশ্চাত্য দেশত তাৰ অধ্যয়ণ, গৱেষণা কৰি নিজৰ ভাষা-সংস্কৃতি সমৃদ্ধ কৰিলে। সেয়েহে আজিও জাৰ্মানি, ৰুছিয়া, আমেৰিকাৰ দৰে উন্নত দেশবোৰত সংস্কৃতৰ আদৰ বাঢ়ি আছে।



ভাৰতৰ বিভিন্ন প্ৰান্তত বাস কৰা ভাষাভাষী



লোকসকলৰ মিলনৰ সেতু এই সংস্কৃত ভাষাইহে জাতীয় সংহতি ৰক্ষা কৰিব পাৰে। এই সংস্কৃত ভাষা শিক্ষাৰ প্ৰচলন পৌৰাণিক কালৰ পৰাই গুৰুকুল পদ্ধতিত চলি আহিলেও বৰ্তমান ইংৰাজী শিক্ষাৰ প্ৰচলনৰ ফলত এই ভাষা শিক্ষা গুৰুকুল পদ্ধতিৰ আধুনিক শিক্ষালৈ ৰূপান্তৰিত হ'ল। আমাৰ দেশত সংস্কৃত শিক্ষা বিশ্লেষণেৰে টোলসমূহৰ মাধ্যমেদি চলি আহিছিল যদিও, ইংৰাজ ৰাজত্বত এই ভাষা হাইস্কুল, কলেজ, বিশ্ববিদ্যালয় পৰ্য্যন্ত সম্প্ৰসাৰিত হয়। অৱশ্যে পৰম্পৰাগতভাৱে টোল কিছুমানতো সংস্কৃত ভাষা চলি থাকিল। গতিকে বৰ্তমান আমাৰ দেশত সংস্কৃত ভাষা শিক্ষা দুইধৰণে চলি আছে। হাইস্কুল, কলেজ আৰু বিশ্ববিদ্যালয়ৰ মাধ্যমত আৰু সংস্কৃত টোলসমূহৰ জৰিয়তে।

আমাৰ অসমৰ ভিতৰত নলবাৰী অঞ্চলে সংস্কৃত শিক্ষাৰ প্ৰাণকেন্দ্ৰ স্বৰূপ বুলি কব পাৰি। সেয়েহে নলবাৰীক অসমৰ নৱদ্বীপ বুলি কোৱা হয়। পশ্চিমবংগৰ নৱদ্বীপ যেনেদৰে সংস্কৃত পণ্ডিতৰ ঠাই; তেনেদৰে নলবাৰী অঞ্চলো এসময়ত সংস্কৃতৰ কেন্দ্ৰস্থল আছিল। এই নলবাৰী অঞ্চলৰ বিভিন্ন গাওঁত আনুষ্ঠানিক শিক্ষাৰ কেন্দ্ৰ হিচাবে এটা সময়ত গুৰুকুল পদ্ধতিৰে এই টোলসমূহ প্ৰতিষ্ঠা কৰা হৈছিল। এই টোলসমূহত বেদ, বেদান্ত, ব্যাকৰণ, সাহিত্য, কাব্য, ন্যায়, জ্যোতিষ আদি বিষয়ৰ শিক্ষা সংস্কৃত ভাষাৰ মাধ্যমত দিয়া হৈছিল। তেতিয়াৰ পণ্ডিতসকলে সেই সময়ত টোলসমূহত ৰাজকীয় সাহায্য দিয়াৰ চিন্তা হয়তো কৰা হোৱা নাছিল।

বৰ্তমানো অসমৰ ভিতৰত সৰ্বাধিক ১২ খন চৰকাৰী প্ৰাদেশীকৃত সংস্কৃত টোল নলবাৰী জিলাত চলি থাকি প্ৰাচীন গৌৰৱ ৰক্ষা কৰি আছে। এই টোলসমূহৰ ভিতৰত পশ্চিম নলবাৰী অঞ্চলত গামাৰিমুৰিত চন্দ্ৰকান্ত সংস্কৃত উচ্চ সংস্কৃত টোল, গন্ধিয়াত জীৱানন্দ জ্যোতিৰ্বিদ্যালয়, বেলশৰ (বৰভিঠা)ত গোবিন্দ মিশ্ৰাশ্ৰম টোল, ককয়াত ককয়া উচ্চ সংস্কৃত টোল, বৰনৰ্দ্দীত মহাবিষ্ণু চতুষ্পাঠী, বগুৰিহাটীত বীণাপানী চতুষ্পাঠী, পূব নলবাৰী অঞ্চলত বৰমূৰীকোণাত কাশীনাথ পূণ্যাশ্ৰম, বৰখালাত যোগেশ্বৰী দৰ্শন বিদ্যালয়, অময়াপুৰ (যজ্ঞভূমি)ত গোপালথান আদৰ্শ সংস্কৃত টোল, পাণ্ডুলাত





দামোদৰধাম ধীৰেশ্বৰাচাৰ্য্য বিদ্যালয়, চতমাত নৰেন্দ্ৰ ৰুদ্ৰবড় চতুষ্পাঠী আৰু কৈৰাৰাত সন্ধা মহেশ্বৰ চতুষ্পাঠী। ইয়াৰোপৰি পৰম্পৰাগত পদ্ধতিৰে নলবাৰী সংস্কৃত কলেজ চলি আছে। পূব নলবাৰীৰ খাটিকুছিত মানিকবাবা সংস্কৃত বিদ্যালয় আৰু পশ্চিম নলবাৰীৰ বাটসৰ সংস্কৃত টোল দুখনে চৰকাৰী স্বীকৃতিপ্ৰাপ্ত হৈ তদৰ্থ মজুৰী লাভ কৰিছে।

সম্প্ৰতি অসমত ৮২ খন উচ্চ সংস্কৃত টোল আছে। ইয়াৰ ভিতৰত ৫ খন পালি টোল। ১৯৬৪ চনৰ সংস্কৃত শিক্ষাৰ পুনৰগঠন আচনি অনুসাৰে পৰ্য্যায়ক্ৰমে উক্ত টোলসমূহক মডেল বা উচ্চ সংস্কৃত টোললৈ ৰূপান্তৰিত কৰা হৈছে। সেইমৰ্মে প্ৰতি টোলতে এজন প্ৰধান অধ্যাপক, এজন দ্বিতীয় অধ্যাপক, এজন স্নাতক কলা শিক্ষক আৰু এজন মেনিয়েল নিযুক্তি দিয়ে। ১৯৮৬-১৯৮৭ চনৰ পৰা প্ৰতি টোলত একোজন স্নাতক বিজ্ঞান শিক্ষকো নিযুক্তি দিয়া হৈছে। উচ্চ সংস্কৃত টোলসমূহৰ পাঠ্যক্ৰমত প্ৰবেশিকা, মধ্যমা আৰু উপাধি পৰ্য্যন্ত পঢ়ুওৱাৰ ব্যৱস্থা আছে। এই টোলসমূহৰ প্ৰবেশিকা শ্ৰেণীক উচ্চ-মাধ্যমিক বিদ্যালয় শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণৰ সমপৰ্য্যাযৰ কৰা হৈছে। উপাধি বা শাস্ত্ৰী পৰীক্ষাত উত্তীৰ্ণ হ'লে স্নাতক পৰ্যায়ৰ মৰ্যাদা লাভ কৰে। অৱশ্যে শাস্ত্ৰী উপাধিপ্ৰাপ্ত লোকসকলে হাইস্কুল, সংস্কৃত টোল আদিতহে স্নাতক হাৰত বেতনাদি লাভ কৰে। অন্য চৰকাৰী কাৰ্যালয় বা প্ৰতিষ্ঠানত এনে মৰ্যাদা চৰকাৰীভাৱে স্বীকৃত হোৱা নাই। কিন্তু প্ৰবেশিকাত উত্তীৰ্ণ ছাত্ৰ-ছাত্ৰীয়ে চৰকাৰী সকলো বিভাগতে হাইস্কুল শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ ছাত্ৰ-ছাত্ৰীৰ সম মৰ্যাদা লাভ কৰি আহিছে। ২০০১ চনৰ ২১ মাৰ্চৰ পৰা এই টোলসমূহ চৰকাৰে প্ৰাদেশীকৰণ কৰিছে। এই টোলসমূহ পৰিচালনা কৰাৰ কাৰণে সংস্কৃত বিভাগৰ এজন উপ-সঞ্চালক আৰু পৰীক্ষাসমূহ চলোৱাৰ বাবে অসম সংস্কৃত বোৰ্ড আছে। অসম সংস্কৃত বোৰ্ডৰ সভাপতি ৰাজ্যৰ শিক্ষাধিকাৰ আৰু সচিব, সংস্কৃত বিভাগৰ উপসঞ্চালক গৰাকী।



পশ্চিম নলবাৰী অঞ্চলৰ গন্ধিয়া গাওঁ অসমৰ জ্যোতিষ চৰ্চাৰ স্নায়ুকেন্দ্ৰ ৰূপে সুপৰিচিত। কামৰূপ শাসনাধিপতি নাগাক্ষ ৰজাৰ দিনৰে পৰা আজি প্ৰায় দেৰহাজাৰ বছৰ আগৰে পৰা গন্ধিয়া গাওঁত জ্যোতিষ চৰ্চা



চলি আহিছে। গন্ধিয়াৰ জ্যোতিষীসকলে নাগাক্ষৰজা, পালবংশীয় ধৰ্মপাল, আহোম স্বৰ্গদেউসকল আৰু কোঁচ ৰজাসকলৰ পৰা ভূমিদান পোৱাৰ প্ৰমাণ পুৰণি ফয়চলা, তাম্ৰলিপিৰ পৰা জনা যায়। নাগাক্ষ ৰজাৰ দিনত গন্ধিয়াৰ আদিপুৰুষ ভীমসেন নামৰ ব্ৰাহ্মণক গুৱাহাটীৰ শুক্ৰেশ্বৰ দেৱালয়ৰ পৰা বিল্বেশ্বৰ দেৱালয়ৰ তিথিকৰ আৰু বৰদেউৰীৰ বাব দি আনি বিল্বেশ্বৰ দেৱালয়ৰ ফুলৰ বাগান গন্ধিয়াত বসতি কৰিব দিছিল। ফুলৰ গোন্ধত আমোল-মোলাই থকা হেতু গাওঁখনৰ নাম গন্ধিয়া ৰখা হৈছিল।

জ্যোতিষৰ শিক্ষাদানৰ কাৰণে বহুকাল আগৰ পৰা গন্ধিয়াত ৫/৬ খন সংস্কৃত টোল থকাৰ প্ৰমাণ পোৱা যায়। এই টোলসমূহত অসমৰ বিভিন্ন ঠাইৰ পৰা ছাত্ৰ আহি অধ্যয়ণ কৰিছিল। ব্যক্তিগত গৃহত থকা প্ৰাচীন টোলসমূহৰ ভিতৰত ঁভৃগুনাথ শৰ্মা, ঁঘনশ্যাম শৰ্মা, ঁকৃপানাথ শৰ্মা আৰু ঁভূত নাথ অধ্যাপকৰ গৃহত থকা টোল কেইখন আছিল অন্যতম। সন্ধিয়া অধ্যাপকপাৰাৰ ঁগুৰুদত্ত শৰ্মা, শিৰোমণিৰ প্ৰতিষ্ঠিত টোলখনেই আছিল প্ৰথম। অৱশ্যে উক্ত টোলখন স্থাপনৰ সম্বন্ধে নিৰ্ভৰযোগ্য চন, তাৰিখ পাবলৈ নাই যদিও, উনবিংশ শতিকাৰ আগভাগত উক্ত টোল স্থাপন হোৱা বুলি জনা যায়। কৰ্মবীৰ স্বৰ্গীয় নবীনচন্দ্ৰ বৰদলৈৰ পিতৃৰ স্মৃতিত স্থাপিত 'মাধৱী চতুষ্পাঠী' নামৰ সংস্কৃত টোলখনেই আছিল ৰাজহুৱাভাৱে পতা গন্ধিয়াৰ প্ৰথম সংস্কৃত টোল। অসমৰ বিভিন্ন ঠাইৰ ছাত্ৰ আহি উক্ত টোলৰ ছাত্ৰাবাসত থাকি, জ্যোতিষ, ব্যাকৰণ আদিৰ শিক্ষালাভ কৰিছিল। এই টোলৰ অধ্যাপকসকল আছিল গন্ধিয়াৰ জ্যোতি শিৰোমণি পণ্ডিত স্বৰ্গীয় আদ্যনাথ ভট্টাচাৰ্য্য আৰু ককয়া ঢকুৱাবান্ধাৰ পণ্ডিত স্বৰ্গীয় বিশ্বেশ্বৰ মিশ্ৰ, ব্যাকৰণ তীৰ্থ, স্মৃতিৰত্নদেৱ। কিছুবছৰ চলাৰ পিছত উক্ত টোল বন্ধ হোৱাত গন্ধিয়াত ৰাজহুৱাভাৱে পতা দ্বিতীয়খন টোল আছিল 'বৰদাশ্ৰম'। উক্ত টোলত স্বৰ্গীয় পূৰ্ণ ভাগৱতী আৰু স্বৰ্গীয় ৰমণী মোহন ভট্টাচাৰ্য্য, জ্যোতি শাস্ত্ৰীয়ে অধ্যাপনা কৰিছিল।



গন্ধিয়াৰ পুৰণি টোলসমূহৰ ভিতৰত ১৯০৫ খৃঃত গন্ধিয়াৰ প্ৰখ্যাত জ্যোতিৰ্বিদ পণ্ডিত স্বৰ্গীয় জীৱনাথ অধ্যাপকৰ স্মৃতিত স্থাপন কৰা 'জীৱানন্দ জ্যোতিৰ্বিদ্যালয়'খনেই হ'ল একমাত্ৰ ধৰি জীৱিত থকা



সংস্কৃত টোল। এই টোলৰ প্ৰতিষ্ঠাতা অধ্যক্ষ আছিল স্বৰ্গীয় ভূতনাথ অধ্যাপক। ভূতনাথ অধ্যাপকৰ মৃত্যুৰ পিছত তেওঁৰ ভাতৃ প্ৰখ্যাত পণ্ডিত স্বৰ্গীয় আদ্যনাথ ভট্টাচাৰ্য, জ্যোতি শিৰোমণিদেৱে উক্ত টোলৰ অধ্যক্ষ হিচাবে ১৯৬৭ চনলৈ তেখেতৰ মৃত্যুৰ আগলৈ কাৰ্য্যনিৰ্বাহ কৰিছিল। ১৯৭০ চনত ৰাষ্ট্ৰীয় পুৰস্কাৰ প্ৰাপ্ত সংস্কৃত পাণ্ডিত, নলবাৰী সংস্কৃত কলেজৰ প্ৰাক্তন অধ্যক্ষ স্বৰ্গীয় পুৰুষোত্তম ভট্টাচাৰ্যৰ প্ৰচেষ্টাত 'জীৱানন্দ জ্যোতিৰ্বিদ্যালয়'ক জ্যোতিষ শিক্ষাৰ বিশেষ টোল হিচাবে উচ্চ সংস্কৃত বিদ্যালয়লৈ ৰূপান্তৰিত কৰে। প্ৰাদেশীকৰণকৃত জীৱানন্দ জ্যোতিৰ্বিদ্যালয় জ্যোতিষ শিক্ষাদানৰ এখন উল্লেখযোগ্য টোল।

এই টোলসমূহৰ বাহিৰেও স্বৰ্গীয় পণ্ডিত পুৰুষোত্তম ভট্টাচাৰ্য্যৰ যত্নত ১৯৭১ চনত গন্ধিয়াত জ্যোতিষৰ প্ৰশিক্ষণ আৰু গৱেষণাৰ কাৰণে Assam Astrological Training cum Research College (আদ্যনাথ জ্যোতিৰ্বিজ্ঞান মন্দিৰ) স্থাপন কৰা হৈছিল। উক্ত কলেজৰ অবৈতনিক অধ্যক্ষৰ দায়িত্বত আছিল পণ্ডিত স্বৰ্গীয় পুৰুষোত্তম ভট্টাচাৰ্য্য। অধ্যাপকসকল আছিল পণ্ডিত বিদ্যাপতি দাহাল, বালিৰাম তেৱাৰি আদি। কেন্দ্ৰীয় চৰকাৰৰ অৰ্থ সাহায্যত চলা উক্ত কলেজ কেই বছৰমান পূৰ্ণোদ্যমে চলাৰ পিছত বিভিন্ন কাৰণত বন্ধ হৈ যায়।

গন্ধিয়াৰ পৰা আজি পৰ্য্যন্ত আধা ডজনৰো ওপৰ অসমীয়া পঞ্জিকা গণনা কৰা হৈছে। গন্ধিয়াৰ পৰা প্ৰথম ছপা আকাৰত পঞ্জিকা প্ৰকাশ পাইছিল ১৯১১-১৯১২ চনত। উক্ত পঞ্জিকাৰ প্ৰধান গণনাকাৰক আছিল গন্ধিয়া অধ্যাপকপাৰাৰ পণ্ডিত স্বৰ্গীয় যোগনাথ অধ্যাপক আৰু উক্ত পঞ্জিকা আল্লিবাৰী সত্ৰৰ সত্ৰাধিকাৰ স্বৰ্গীয় অনন্ত নাৰায়ণ দেৱ গোস্বামীৰ 'কমলা প্ৰেছ'ত ছপা কৰা হৈছিল। 'আসামৰ নতুন পঞ্জিকা' নামৰ এইখনেই আছিল ছপা আকাৰত প্ৰকাশ হোৱা প্ৰথম অসমীয়া পঞ্জিকা। গন্ধিয়াৰ পৰা গণনা কৰা, প্ৰকাশ হোৱা পঞ্জিকাসমূহ হ'ল ১৯৩০ চনত পণ্ডিত স্বৰ্গীয় ঘনশ্যাম শৰ্মাৰ 'নতুন অসমীয়া পঞ্জিকা', স্বৰ্গীয় পণ্ডিত আদ্যনাথ ভট্টাচাৰ্য্যৰ 'বৃহৎ অসমীয়া পঞ্জিকা', স্বৰ্গীয় কেশৱ চন্দ্ৰ শৰ্মা, স্বৰ্গীয় দত্তনাথ শৰ্মা আদিয়ে গণনা কৰা 'প্ৰাচীন কামৰূপ পঞ্জিকা', স্বৰ্গীয় মদন চন্দ্ৰ ভাগৱতী





আদিৰ গণনাত 'নতুন অসমীয়া পঞ্জিকা', ১৯৮৪-৮৫ ইং চনৰ পৰা শ্ৰী ৰবিন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যৰ সম্পাদনাত 'কালপুৰুষ পূৰ্ণাংগ পঞ্জিকা', ২০০১-০২ ইং চনৰ পৰা 'বাৰ্ষিক কালপুৰুষ পূৰ্ণাংগ পঞ্জিকা', ২০০৫-০৬ ইং চনৰ পৰা 'বিশুদ্ধ কালপুৰুষ পূৰ্ণাংগ পঞ্জিকা', ২০০৮-০৯ চনৰ পৰা 'বিশুদ্ধ পূৰ্ণাংগ পঞ্জিকা', ১৯২৭ শকৰ পৰা 'শ্ৰীশ্ৰীসূৰ্য্য পঞ্জিকা' প্ৰকাশ পায়।

১৯৮৫-৮৬ ইং চনত গন্ধিয়া জ্যোতিষ পৰিষদ গঠন কৰা হয়। চৰকাৰী পঞ্জীভুক্ত উক্ত অনুষ্ঠান অসমৰ ভিতৰত জ্যোতিষৰ প্ৰচাৰ, প্ৰসাৰ, গৱেষণাৰ কাৰণে স্থাপিত এটা মহৎ অনুষ্ঠান। উক্ত অনুষ্ঠানৰ যোগেদি ডাকযোগে প্ৰশিক্ষণ, ব্যৱহাৰিক জ্যোতিষৰ প্ৰশিক্ষণ, পঞ্জিকা প্ৰণয়ন, সময়ে সময়ে জ্যোতিষ আলোচনাচক্ৰ আদি পতা হৈ আছে। ইয়াৰোপৰি ১৯৯১ চনৰ পৰা পৰিষদৰ মুখপত্ৰ তিনিমহীয়া জ্যোতিষ আলোচনী 'সপ্তৰ্ষি' উলিওৱা হৈছে।

গন্ধিয়াৰ পিছতে পশ্চিম নলবাৰী অঞ্চলৰ উত্তৰ ধৰ্মপুৰৰ কৈঠালকুছি, গামাৰিমূৰী আদি অঞ্চল সংস্কৃত শিক্ষাৰ ক্ষেত্ৰত অগ্ৰগণী অঞ্চল। এই অঞ্চলৰ দুজন পণ্ডিতে গোটেই পশ্চিম নলবাৰী অঞ্চললৈ খ্যাতি কঢ়িয়াই আনিছে। এই পণ্ডিত দুগৰাকী হ'ল স্বৰ্গীয় পণ্ডিত ভবদেৱ ভাগৱতী আৰু স্বৰ্গীয় পণ্ডিত গঙ্গানাথ শাস্ত্ৰীদেৱ। পণ্ডিত স্বৰ্গীয় ভৱদেৱ ভাগৱতী সংস্কৃত পণ্ডিতেই নহয়, এগৰাকী সফল জ্যোতিষী হিচাবেও সমাদৃত আছিল।

১৮৯৭ খৃঃত স্মৃতি শিৰোমণি পণ্ডিত চন্দ্ৰকান্ত বিদ্যালঙ্কাৰৰ প্ৰচেষ্টাত গামাৰিমূৰি সংস্কৃত টোল প্ৰতিষ্ঠা হয়। ১৯২২ খৃঃত স্বৰ্গীয় গোপাল চন্দ্ৰ তৰ্ক-স্মৃতি-ব্যাকৰণতীৰ্থ, বেদান্তৰত্নদেৱে 'কমলা চতুষ্পাঠী' স্থাপন কৰে কৈঠালকুছিৰ ভাগৱতীপাৰাত। পিছত উক্ত টোল গোপাল চন্দ্ৰ চতুষ্পাঠী নামকৰণেৰে অভিহিত হয়। পিছত ১৯৬৪ চনৰ সংস্কৃত শিক্ষাৰ পুনৰ গঠন আঁচনি অনুসাৰে গোপাল চন্দ্ৰ চতুষ্পাঠীক গামাৰিমূৰীৰ



চন্দ্ৰকান্ত বিদ্যালয়ৰ লগত চামিল কৰি 'চন্দ্ৰকান্ত বিদ্যালয় আদৰ্শ সংস্কৃত টোল' হিচাবে ৰূপান্তৰিত কৰা হয়। এই টোলৰ প্ৰধান অধ্যাপক আছিল স্বৰ্গীয় চিদানন্দ তৰ্কতীৰ্থ। তেওঁৰ মৃত্যুৰ পিছত ৰাষ্ট্ৰপতিৰ পুৰস্কাৰপ্ৰাপ্ত পণ্ডিত স্বৰ্গীয়



গঙ্গানাথ শাস্ত্ৰী প্ৰধান অধ্যাপক হিচাবে ১৯৯৫ চনত অব্যাহতি লয়।

ককয়াৰ ঢকুৱাবন্ধাৰ স্বৰ্গীয় ৰঘুনাথ ভট্টাচাৰ্য্য, ব্যাকৰণতীৰ্থ আৰু স্বৰ্গীয় ললিত চন্দ্ৰ বিদ্যাবিনোদৰ চেষ্টাত দুখন টোল প্ৰতিষ্ঠা হৈছিল। পিছত উক্ত দুয়োখন টোল চামিল হৈ 'ককয়া সংস্কৃত টোল' নাম লয়। ১৯৬৬ চনত 'ককয়া আদৰ্শ সংস্কৃত টোল'লৈ ৰূপান্তৰিত হয়। এই টোলৰ প্ৰধান অধ্যাপক আছিল স্বৰ্গীয় যোগেন শমা শাস্ত্ৰী। তেওঁৰ মৃত্যুৰ পিছত এসময়ৰ সদৌ অসম উচ্চ সংস্কৃত বিদ্যালয় অধ্যাপক সন্মিলনৰ সভাপতি স্বৰ্গীয় সুৰেন্দ্ৰ নাথ ভট্টাচাৰ্য্য, ব্যাকৰণশাস্ত্ৰী উক্ত টোলৰ অধ্যাপক হৈছিল।

প্ৰথম অসমীয়া পদ্য সাহিত্যৰ জনক স্বৰ্গীয় গোবিন্দ মিশ্ৰৰ স্মৃতিত বেলশৰ বৰভিঠাত 'গোবিন্দ মিশ্ৰাশ্ৰম টোল স্থাপিত হয় ১৯৩৯ চনত। এই টোলৰ প্ৰতিষ্ঠাপক প্ৰধান অধ্যাপক আছিল স্বৰ্গীয় ঘনশ্যাম ভাগৱতী। ১৯৭২ চনত এই টোল মডেল বা উচ্চ সংস্কৃত টোললৈ ৰূপান্তৰিত হোৱাত, স্বৰ্গীয় ৰতিকান্ত মিশ্ৰ প্ৰধান অধ্যাপক হয়। তেওঁৰ মৃত্যুৰ পিছত এই টোলত কিছুদিন কৈঠালকুছিৰ প্ৰখ্যাত পণ্ডিত স্বৰ্গীয় ভবদেৱ ভাগৱতীয়ে প্ৰধান অধ্যাপকৰ পদ অলংকৃত কৰিছিল।

বগুৰিহাটী সংস্কৃত টোলখন আগতে বলোৱা গাওঁত আছিল। পিছত ইয়াৰ ৰাইজে টোলখন পৰিচালনা কৰাত অসুবিধা পোৱাত ১৯৫২ চনত এই টোলখন বগুৰিহাটীলৈ স্থানান্তৰিত হয়। এই টোলৰ প্ৰধান অধ্যাপক আছিল স্বৰ্গীয় হৰপতি দেৱশৰ্মা, ব্যাকৰণ শাস্ত্ৰী। ১৯৬৪ চনৰ সংস্কৃত শিক্ষাৰ পুনৰ গঠন আঁচনি অনুযায়ী বগুৰিহাটী সংস্কৃত টোল উচ্চ সংস্কৃত টোললৈ ৰূপান্তৰিত হয়। এসময়ৰ সদৌ অসম উচ্চ সংস্কৃত অধ্যাপক সন্মিলনৰ সচিবৰ দায়িত্ব দক্ষতাৰে পালন কৰা শ্ৰীযজ্ঞপতি শৰ্মাই এই টোলত দীৰ্ঘদিন ধৰি প্ৰধান অধ্যাপকৰ দায়িত্ব পালন কৰিছিল।

১৯৮৪ চনত বৰনদীৰ কলবাৰীত কৃষ্ণপতি মিশ্ৰ বিদ্যাৰত্নই সংস্কৃত টোল স্থাপন কৰি ব্যাকৰণ, কাব্য, ন্যায়, জ্যোতিষৰ শিক্ষাদান কৰিছিল। সৰুনন্দী গাঁৱত লক্ষ্মীনাথ স্মৃতি তীৰ্থদেৱে 'হয়গ্ৰীৱ চতুষ্পাঠী টোল' স্থাপন কৰি অধ্যাপনা কৰিছিল। ১৯৬৩ চনত সৰুনন্দীৰ 'হয়গ্ৰীৱ চতুষ্পাঠী' আৰু 'মহাবিষ্ণু





বিদ্যাপীঠ' এই দুয়োখন টোল লগলগাই মহাবিষ্ণু যজ্ঞধামত 'মহাবিষ্ণু চতুষ্পাঠী টোল' প্ৰতিষ্ঠা কৰা হয়। ১৯৬৪ চনৰ ১ জানুৱাৰীৰ পৰা উক্ত টোল মডেল বা আদৰ্শ সংস্কৃত টোল হিচাবে ৰূপান্তৰিত হয়। এই টোলৰ প্ৰতিষ্ঠাপক প্ৰধান অধ্যাপক আছিল স্বৰ্গীয় লক্ষ্মীকান্ত স্মৃতিশাস্ত্ৰী। তেওঁৰ মৃত্যুৰ পিছত ১৯৭৩ চনৰ পৰা প্ৰধান অধ্যাপকৰ দায়িত্ব বহন কৰিছিল স্বৰ্গীয় বৈকুণ্ঠ নাথ শাস্ত্ৰীদেৱে। কুৰি শতিকাৰ দ্বিতীয় দশকমানত দেউৰীপাৰাৰ স্বৰ্গীয় ৰজত চন্দ্ৰ স্মৃতিশাস্ত্ৰীদেৱে 'বিল্বেশ্বৰ বৰদা চতুষ্পাঠী' স্থাপন কৰি বহুতো ছাত্ৰক শিক্ষাদান কৰিছিল। বৰ্তমানো বিল্বেশ্বৰ দেউৰীপাৰাত সংস্কৃত টোল এখন স্থাপন কৰি শিক্ষাদান কৰি থকা হৈছে।

১৯৯৭ চনত বাটসৰত সংস্কৃত টোল এখন নতুনকৈ স্থাপন কৰা হয়। এই টোলৰ প্ৰতিষ্ঠাপক অবৈতনিক প্ৰধান অধ্যাপক আছিল শ্ৰী অজিত শৰ্মা, ব্যাকৰণশাস্ত্ৰী। ইয়াৰ পিছত শ্ৰী অনিল শৰ্মা, ব্যাকৰণশাস্ত্ৰী প্ৰধান অধ্যাপকৰ দায়িত্বত আছিল। এই টোলখনৰ আগতেও স্বৰ্গীয় উপেন্দ্ৰ নাথ ভট্টাচাৰ্য্য কাব্যৰত্নই বাটসৰত 'বাণী বিদ্যালয়' নামৰ সংস্কৃত বিদ্যালয় এখন স্থাপন কৰি বহু বছৰ চলাইছিল।

১৯০৪ চনমানত বনগাওঁৰ স্বৰ্গীয় ৰাধানাথ গোস্বামীদেৱে নিজগাওঁত 'জ্যোতিৰ্ময় টোল' স্থাপন কৰি শিক্ষাদান কৰিছিল। ১৯০৬-০৭ চনমানত পানীগাওঁৰ স্বৰ্গীয় মধুনাথ বিদ্যাৰত্নই 'আনন্দময়ী টোল' খুলি সংস্কৃতৰ শিক্ষাদান কৰিছিল। বনগাঁৱত প্ৰভাৱতী টোল' আৰু 'তাৰাপ্ৰিয়া চতুষ্পাঠী' নামৰ টোল আছিল। 'প্ৰভাৱতী টোল'ৰ অধ্যাপক আছিল স্বৰ্গীয় পৰশুৰাম চক্ৰৱৰ্ত্তী, বিদ্যাবিনোদ আৰু পঞ্চানন্দ চক্ৰৱৰ্ত্তী, তৰ্কৰত্নদেৱ। ১৯২৭ চনত পঞ্চতীৰ্থ হৰিনন্দন ভাগৱতীয়ে মাতৃৰ স্মৃতি ৰক্ষাৰ্থে 'তাৰাপ্ৰিয়া চতুষ্পাঠী' স্থাপন কৰিছিল। বিহামপুৰৰ স্বৰ্গীয় ৰতিকান্ত শৰ্মা, জ্যোতিষাৰ্ণৱে সংস্কৃত টোল এখন খুলি শিক্ষাদান কৰিছিল।



বিহামপুৰৰ উল্লেখযোগ্য জ্যোতিষী আছিল স্বৰ্গীয় কৃষ্ণকান্ত শৰ্মা। পানীগাওঁৰ (গৰেমাৰা) স্বৰ্গীয় হৰকুমাৰ ন্যায়-ব্যাকৰণ শাস্ত্ৰীয়ে টোল এখন স্থাপন কৰি সংস্কৃত শিক্ষাদান কৰিছিল। গৰেমাৰাৰ প্ৰখ্যাত সংস্কৃত পণ্ডিত



আছিল স্বৰ্গীয় বংশীবাদন শৰ্মা। ১৯৩২ চনত মোহখলিৰ বালিপুখুৰী পাৰত স্বৰ্গীয় গুণেশ্বৰ শৰ্মা, ব্যাকৰণশাস্ত্ৰীদেৱে 'আনন্দময়ী চতুষ্পাঠী' স্থাপন কৰি সংস্কৃত শিক্ষা প্ৰদান কৰিছিল।

কামৰূপীয়া ঢুলীয়াৰ বাবে বিখ্যাত ঠাই কৈহাটী, শিক্ষা-সংস্কৃতিৰ বাবেও উল্লেখযোগ্য। এই কৈহাটীত এসময়ত পণ্ডিতলোকৰ বসতি আছিল। ১৮৯৪ চনত কৈহাটীৰ সংস্কৃতজ্ঞ পণ্ডিত স্বৰ্গীয় পুষ্পচন্দ্ৰ গোস্বামীৰ নিৰলস প্ৰচেষ্টাত প্ৰতিষ্ঠা হৈছিল অসমৰ প্ৰথম সংস্কৃত মহাবিদ্যালয়। পশ্চিম নলবাৰী অঞ্চলৰ স্নায়ুকেন্দ্ৰ পশ্চিম চামতা অঞ্চলত ভালেমান সংস্কৃতজ্ঞ পণ্ডিত আছিল যদিও সংস্কৃত টোল প্ৰতিষ্ঠাৰ নিৰ্ভৰযোগ্য তথ্য আমাৰ হাতত পৰা নাই। পশ্চিম চামতাৰ মৌজাদাৰ পৰিয়ালৰ স্বৰ্গীয় গঙ্গা চৌধুৰী জ্যোতিষ গণনাত সিদ্ধহস্ত পণ্ডিত আছিল।

পশ্চিম নলবাৰীৰ বৈদিক ব্ৰাহ্মণ সম্প্ৰদায়ৰ বসতিপূৰ্ণ গাওঁসমূহৰ ভিতৰত সাহপুৰৰ স্বৰ্গীয় চন্দ্ৰমোহন শৰ্মা, ব্যাকৰণ জ্যোতিঃশাস্ত্ৰী, এই গাওঁৰ জ্যোতিষৰ উপাধি লাভ কৰা একমাত্ৰ ব্যক্তি আছিল। সম্ভাৱনাপূৰ্ণ বিদগ্ধ জ্যোতিষ পণ্ডিত গৰাকীৰ অকাল মৃত্যুই এই অঞ্চলৰ জ্যোতিষচৰ্চাৰ ক্ষেত্ৰত প্ৰভূত ক্ষতি সাধন কৰিলে। শিমলীয়াৰ স্বৰ্গীয় গদাধৰ অধ্যাপক আছিল বিদগ্ধ পণ্ডিত। তেওঁৰ অধীনত ভালেমান ছাত্ৰই জ্যোতিষ অধ্যয়ণ কৰিছিল। স্বৰ্গীয় ললিত শৰ্মা, স্বৰ্গীয় ৰূপনাথ শৰ্মা, স্বৰ্গীয় কৃপানাথ শৰ্মা এই গাওঁৰ কৃতী জ্যোতিষী আছিল। কৈঠালকুছিৰ ওচৰৰ গড়বেৰৰ স্বৰ্গীয় বৈদ্যনাথ শৰ্মা শাস্ত্ৰী, স্বৰ্গীয় অনন্ত শৰ্মা, স্বৰ্গীয় বিপিন শৰ্মা সফল জ্যোতিষী আছিল। পিপলীবাৰী গাওঁৰ স্বৰ্গীয় ৰাধা অধ্যাপক, স্বৰ্গীয় নাৰায়ণ শৰ্মা, স্বৰ্গীয় অনন্ত শৰ্মা আৰু স্বভাৱ কবি 'মুক্তাবলী সামুদ্ৰিক' গ্ৰন্থৰ লেখক স্বৰ্গীয় গোবিন্দ শৰ্মা অন্যতম কৃতী জ্যোতিষী আছিল।

ওপৰৰ থুলমূল আলোচনাৰ পৰা দেখা গ'ল যে পশ্চিম নলবাৰী অঞ্চলত উনবিংশ আৰু বিংশ শতিকাৰ ভিতৰত সংস্কৃত টোলীয় শিক্ষাই প্ৰসাৰতা লাভ কৰিছিল। পূৰ্বৰ গুৰুকুল পদ্ধতিৰ সংস্কৃত শিক্ষাৰ পৰিবৰ্তন ঘটিলেও, আজিও কম-বেছি পৰিমাণে পশ্চিম নলবাৰী অঞ্চলত টোলীয় সংস্কৃত





শিক্ষাৰ প্ৰচলন ঘটি থাকি পৰম্পৰা আৰু ঐতিহ্য ৰক্ষাৰ কাৰণে এচাম ব্যক্তিয়ে প্ৰচেষ্টা চলাই আছে।

আনহাতে আধুনিক জ্যোতিষৰ শিক্ষাদানৰ ক্ষেত্ৰত অথবা আধুনিক জ্যোতিষ চৰ্চাৰ ক্ষেত্ৰত নলবাৰী তথা পশ্চিম নলবাৰী অঞ্চল এতিয়াও আগুৱাব পৰা নাই। প্ৰাচীন পৰম্পৰা হিচাবে এমুঠিমান জ্যোতিষীয়ে জ্যোতিষ চৰ্চা চলাই আছে। গন্ধিয়া গাওঁৰ বাহিৰে জ্যোতিষ চৰ্চাৰ ক্ষেত্ৰত এই অঞ্চল এতিয়াও পিছপৰি থকা বুলি ক'ব পাৰি। বৈজ্ঞানিক দৃষ্টিভংগীৰে নতুন চাম ওলাই আহিলে নলবাৰী অঞ্চলে সমগ্ৰ অসমৰ জ্যোতিষৰ দিক্ নিৰ্ণয় কৰিবলৈ সমৰ্থ হ'ব বুলি আমাৰ বিশ্বাস।◀◀

বিঃদ্ৰঃ— উক্ত প্ৰবন্ধটো যুগুত কৰোতে টোলৰ লগত জড়িত কেবাজনো ব্যক্তি আৰু উক্ত সম্বন্ধীয় প্ৰবন্ধ আলোচনা কৰা হৈছে।



# পশ্চিম নলবাৰী অঞ্চলৰ আয়ুৰ্বেদিক চিকিৎসাৰ পৰাম্পৰা

*কবিৰাজ তৰুণ চন্দ্ৰ গোস্বামী*

প্ৰথমে মোৰ শ্ৰদ্ধাৰ কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাদেৱলৈ ভক্তি-অৰ্ঘ্য নিবেদিলো আৰু উদযাপন সমিতিৰ সমূহ উদ্যোক্তাবৃন্দলৈ কৃতজ্ঞতা জনাই মোৰ লিখনিৰ পাতনি মেলিলো। অসম সাহিত্য সভাৰ নলবাৰী জিলাৰ চামতা আঞ্চলিক শাখা সাহিত্য সভাৰ উদ্যোগত 'স্মৃতিগ্ৰন্থ'ৰ সফলতা কামনা কৰিলো।

মোৰ স্মৃতিত থকা কবিৰাজসকলৰ সবিশেষ তলত উল্লেখ কৰিলো—

বালাবনগাওঁ পকোৱা মৌজাৰ স্বৰ্গীয় ডাঃ কল্প নাথ বৰকটকী এজন অভিজ্ঞ আয়ুৰ্বেদিক চিকিৎসক আছিল। তেখেতে জি.এচ. ডিস্পেনচাৰীত চিকিৎসা সেৱা আগবঢ়াইছিল। তেখেতৰ আজোককাইঁত কবিৰাজ আছিল। নাম মোৰ অজ্ঞাত। তাৰ পিছত স্বৰ্গীয় সনাতন ভাগৱতী এজন অভিজ্ঞ চিকিৎসক আছিল। তেখেতেওঁ নিজ বাসভৱনতে নানা ঔষধ তৈয়াৰ কৰি চিকিৎসা সেৱা কৰিছিল। তেখেতৰ চাৰিজন পুত্ৰ আছিল। বীৰেন ভাগৱতী এজন কৃষক, কুলেন ভাগৱতী এজন অভিযন্তা, ভৱেন ভাগৱতী এজন অধিবক্তা আৰু সুৰেন ভাগৱতী অভাৰচিয়াৰ। স্বৰ্গীয় সনাতন ভাগৱতীয়ে ৰূপ উপাধি পাইছিল। পানীগাওঁ গৰেমাৰাৰ স্বৰ্গীয় বংশীধৰ শৰ্মা এজন অসাধাৰণ গুণসম্পন্ন কবিৰাজ আছিল। নাড়ীজ্ঞানত তেওঁ সৰ্বজনবিদিত আছিল। তেখেতে নাড়ীত ধৰিয়ে বেমাৰৰ সবিশেষ কব পাৰিছিল বাবে তেখেতৰ চিকিৎসাত বহু মানুহ উপকৃত হৈছিল। ইয়াৰ পিছত স্বৰ্গীয় তাৰানাথ চক্ৰৱতী আৰু স্বৰ্গীয় হীৰেন চক্ৰৱতীও আয়ুৰ্বেদিক চিকিৎসক আছিল। বিহামপুৰত কেবাজনো প্ৰসিদ্ধ কবিৰাজ





আছিল। তেখেতসকল যথাক্রমে স্বৰ্গীয় শৰৎ চন্দ্ৰ গোস্বামী, স্বৰ্গীয় পূৰ্ণ চন্দ্ৰ গোস্বামী, স্বৰ্গীয় নলিনী গোস্বমী, ডাঃ প্ৰদীপ গোস্বামী আৰু ডাঃ মনোজকুমাৰ গোস্বামী। স্বৰ্গীয় শৰৎ চন্দ্ৰ গোস্বামীৰ কৰ্মস্থান তেজপুৰৰ পলোফিল্ডত, বাসভৱনত ঔষধ তৈয়াৰ কৰি চিকিৎসা কৰিছিল। স্বৰ্গীয় পূৰ্ণচন্দ্ৰ গোস্বামীৰ নলবাৰী চহৰত নিজা ফাৰ্মাচী আছিল। বিহামপুৰৰ নিজ ঘৰতে ঔষধ তৈয়াৰ কৰিছিল। তেখেতৰ পুত্ৰ ডাঃ প্ৰদীপ গোস্বামী বৰ্তমান বেনাৰসত এখন কলেজত কাম কৰি আছে। ডাঃ শ্ৰী মনোজ কুমাৰ গোস্বামী নগাওঁ চামুগুৰিত পি.এইছ.চি.ত চিকিৎসক। জাগাৰাত শ্ৰীযাদৱ গোস্বামী, শ্ৰীনলিনী শৰ্মা কবিৰাজ হিচাবে চিকিৎসা সেৱা আগবঢ়াইছিল। কিন্তু শ্ৰীনলিনী শৰ্মাই হোমিও আৰু আয়ুৰ্বেদ চিকিৎসা কৰি বহু মানুহ আৰোগ্য কৰি আছে। শ্ৰীযাদৱ গোস্বামীয়ে জি.এচ.ডিস্পেনচাৰীত কাম কৰে। নগুঁপাৰাত স্বৰ্গীয় বিপিন গোস্বামী, স্বৰ্গীয় গোলোক নাথ গোস্বামী আৰু শ্ৰীনাথ গোস্বামী একো একোজন অভিজ্ঞ চিকিৎসক আছিল। গন্ধিয়াত স্বৰ্গীয় পৰবা শৰ্মা; তেখেতে জি.এচ. ডিস্পেনচাৰীত কাম কৰিছিল।

বেলশৰ শিঙিমাৰাত স্বৰ্গীয় জয়চন্দ্ৰ গোস্বামী এজন কবিৰাজ আছিল। তেখেতৰ তিনিটি পুত্ৰ আছিল। প্ৰথম পুত্ৰ স্বৰ্গীয় ৰামচন্দ্ৰ গোস্বামী কবিৰাজ আছিল। দ্বিতীয় পুত্ৰ শ্ৰীভগবান গোস্বামী নগাওঁৰ ৰহা হাইস্কুলত শিক্ষকতা কৰি ৰাষ্ট্ৰপতি পুৰস্কাৰ লাভ কৰিছিল। তৃতীয় পুত্ৰ শ্ৰীহৰেকৃষ্ণ গোস্বামী তেজপুৰত হাইস্কুলত শিক্ষকতা কৰিছিল। স্বৰ্গীয় জয়চন্দ্ৰ গোস্বামীৰ ভাতৃ স্বৰ্গীয় মাধৱ চন্দ্ৰ গোস্বামী অভিজ্ঞ কবিৰাজ আছিল।

বেলশৰ ডেউৰীপাৰাত স্বৰ্গীয় সত্যনাথ শৰ্মা এজন সফল অৰ্শৰ (Piles) চিকিৎসক আছিল। স্বৰ্গীয় মাধৱ চন্দ্ৰ গোস্বামীৰ পুত্ৰ শ্ৰীসুবোধ গোস্বামীয়েও কবিৰাজ কৰিছিল। বেলশৰৰ ঢকুৱাবান্ধাত স্বৰ্গীয় দ্বাৰিকা নাথ শৰ্মাই কবিৰাজি কৰিছিল আৰু বেলশৰৰে বৰভিটাত স্বৰ্গীয় দ্বাৰিকা মিশ্ৰ কবিৰাজ হিচাবে গোলাঘাটত কাম কৰিছিল। তেখেতৰ এজন পুত্ৰও কবিৰাজ আছিল।



কৈহাটীত কেবাজনো কবিৰাজ আছিল। তাৰ



ভিতৰত স্বৰ্গীয় অমৃত গোস্বামী অন্যতম। স্বৰ্গীয় ৰজত গোস্বামী এজন ভাৰত বিখ্যাত পগলা চিকিৎসক আছিল।

চামতাৰ হাতীৰ পিঠিত স্বৰ্গীয় মধুনাথ শৰ্মা আৰু তেখেতৰ পুত্ৰ স্বৰ্গীয় কনক শৰ্মা কুষ্ঠৰোগ গৱেষণাৰ কাম কৰিছিল। তাৰেআপৰি সাংখ্য বেদান্ত তীৰ্থ স্বৰ্গীয় দেৱেন্দ্ৰ নাথ ভট্টাচাৰ্য্য আৰু তেওঁৰে ভাতৃ স্বৰ্গীয় গোলক চন্দ্ৰ ভট্টাচাৰ্য্যদেৱেও আয়ুৰ্বেদিক চিকিৎসক আছিল। পশ্চিম চামতাত স্বৰ্গীয় ডাঃ অখিল শৰ্মা কবিৰাজ আছিল। তেখেতৰ দেউতাকো কবিৰাজ আছিল। হেলচাৰ ডাঃ নৰেন ভাগৱতী বৰ্তমান জি. এচ. ডিস্পেনচাৰীত কাম কৰি আছে।

কৈঠালকুছিত বহুকেইজন কবিৰাজ আছিল। স্বৰ্গীয় সদানন্দ ভাগৱতীৰ ভাতৃ স্বৰ্গীয় কৃষ্ণকান্ত ভাগৱতী কৈঠালকুছিত আয়ুৰ্বেদিক ফাৰ্মাচী কৰি চিকিৎসা সেৱা কৰিছিল। স্বৰ্গীয় সদানন্দ ভাগৱতীৰ পুত্ৰ শ্ৰীমনোৰঞ্জন ভাগৱতী আয়ুবেদিক চিকিৎসা কৰি আছে। স্বৰ্গীয় অৰুণ চন্দ্ৰ শৰ্মা এজন অভিজ্ঞ আয়ুৰ্বেদিক চিকিৎসক আছিল। তেখেতৰ ঘৰ ওজাপাৰাত আছিল। তেখেতে নিজে ঔষধ তৈয়াৰ কৰিছিল। সেই গাওঁৰে স্বৰ্গীয় জীৱেশ্বৰ ভাগৱতী জি.এচ.ডিস্পেনচাৰীত কাম কৰিছিল। কৈঠালকুছিৰ ৰেল ষ্টেচনৰ ওচৰত স্বৰ্গীয় নাগেশ্বৰ শৰ্মাই এজন অভিজ্ঞ চিকিৎসক হিচাবে তেজপুৰত বাস কৰি চিকিৎসা সেৱা কৰিছিল। তেখেতৰ সুযোগ্য পুত্ৰ অসমৰ প্ৰক্তন গড়কাপ্তানি বিভাগৰ মন্ত্ৰী স্বৰ্গীয় নগেন শৰ্মা। স্বৰ্গীয় নাগেশ্বৰ শৰ্মাই নিজ ঘৰতে ঔষধ তৈয়াৰ কৰি চিকিৎসা সেৱা কৰিছিল। চান্দকুছিৰ শ্ৰীশিৱপ্ৰসাদ শৰ্মা আয়ুৰ্বেদিক চিকিৎসক হিচাবে তাতে জি.এচ. ডিস্পেনচাৰীত কাম কৰি আছে। চতিমাপাৰাৰ স্বৰ্গীয় বৈকুণ্ঠ ভট্টাচাৰ্যই অসম আয়ুৰ্বেদিক প্ৰডাক্টচনত কাম কৰি অৱসৰ লৈছিল।

কুলবিলীয়া আয়ুৰ্বেদিক চিকিৎসাৰ বিষয়ে বহুজনৰ মুখে মুখে এতিয়াও শুনিবলৈ পোৱা যায়। এই চিকিৎসাত বহুজন মুমুৰ্ষ ৰোগীয়ে মৃত্যুমুখৰ পৰা নতুন জীৱন লাভ কৰি আচৰিত হৈ প্ৰশ্ন কৰে কুলবিলনো কি?



কুলবিল এখন গাওঁৰ নাম। নলবাৰী জিলাৰ অন্তৰ্গত এই গাওঁত আজিৰ পৰা প্ৰায় ১০০ বছৰমান আগতে



অভিজ্ঞ চিকিৎসকবৃন্দৰ জন্ম হৈছিল। এই চিকিৎসকসকলৰ বহু সাধনাৰ ফলত বহুতো ঔষধৰ আৱিষ্কাৰ হৈছিল। ফলত দুৰাৰোগ্য ৰোগীয়ে আৰোগ্য লাভ কৰিছিল। দ্ৰব্যগুণৰ কথা অসমৰ ইমুৰৰ পৰা সিমুৰলৈ ধ্বনিত হৈছিল। আজিও তাৰ প্ৰতিধ্বনি হৈ আছে। পৰম্পৰাগত এই চিকিৎসাৰ বৈশিষ্ট্য এয়ে যে বহুতো বেমাৰীয়ে আন চিকিৎসাৰ পৰা বিমুখ হৈ আয়ুৰ্বেদৰ প্ৰতি দিনকদিনে আকৰ্ষিত হৈছে।

কুলবিলৰ যিটো চুবাত গুৰুজনা শ্ৰীশ্ৰীহৰিদেৱৰ সত্ৰ আছে, তাকেই কুলবিল সত্ৰ বা গোঁসাই চুবা বুলি কোৱা হয়।.এই চুবুৰিত বাস কৰা গোস্বামীসকলৰ প্ৰথম আৰু প্ৰসিদ্ধ কবিৰাজ আছিল স্বৰ্গীয় পদ্ম চন্দ্ৰ গোস্বামী। তেখেত এজন দ্ৰব্যগুণ বিশাৰদ পণ্ডিত আছিল। তেখেতৰ নাড়ী জ্ঞানৰ কথা আজিও মানুহৰ মুখে মুখে শুনা যায়।

জালুকবাৰীত থকা চৰকাৰী আয়ুৰ্বেদ মহাবিদ্যালয় এইজনা মহান কবিৰাজৰ উদ্যোগতে অনুষ্ঠিত হয়। তেখেত অকল কবিৰাজেই নাছিল, তেখেত আছিল একেধাৰে সমাজসেৱী, ধৰ্মানুৰাগী আৰু বিদ্যানুৰাগী। তাৰ প্ৰমাণ কুলবিল সত্ৰৰ ওচৰে-পাজৰে আজিও দেখিবলৈ পোৱা যায়। কুলবিল ঘাট ৰাজহুৱা শিৱালয় আৰু কুলবিল উত্তম সুন্দৰী মজলীয়া বিদ্যালয় এইজনা কবিৰাজৰ উদ্যোগতেই প্ৰতিষ্ঠিত হৈছিল।

উত্তম সুন্দৰী বালিকা বাণীপীঠ নামৰ এটি ইতিহাস শুনা যায়— "এসময়ত চাৰ চৈয়দ চাদুল্লা অসমৰ মুখ্যমন্ত্ৰী থাকোতে তেখেতৰ পত্নীৰ বৰ টান বেমাৰ হৈছিল। তেতিয়াৰ দিনৰ অভিজ্ঞ ডাক্তৰ আছিল ডা° ভুবনেশ্বৰ বৰুৱা আৰু পশ্চিমবংগৰ ডা° বিধান চন্দ্ৰ ৰায়। বেমাৰৰ চিকিৎসা কৰি ডাক্তৰে মন্ত্ৰীৰ পত্নীক আৰোগ্য কৰিব নোৱাৰিলে। অৱশেষত ডাক্তৰবিলাকে আলোচনা কৰি মুখ্যমন্ত্ৰীক জনালে যে নলবাৰীৰ ওচৰত কুলবিলত এজন ভাল কবিৰাজ আছে। তেখেতক দেখুৱা ভাল হ'ব। কথামতে কাম। মন্ত্ৰীয়ে কুলবিললৈ মানুহ পঠালে আৰু স্বৰ্গীয় পদ্মচন্দ্ৰ গোস্বামীক নিবলৈ আহিল। স্বৰ্গীয় পদ্মচন্দ্ৰ গোস্বামীয়ে সেই সময়ত শ্বিলঙলৈ যাবলৈ অমান্তি হ'ল কাৰণ তেখেতৰ ঘৰত অসমৰ শদিয়াৰ পৰা ধুবুৰী পৰ্য্যন্ত ঠাইৰ মানুহৰ লানি নিছিগা সোঁত। যাতায়ত বুলিবলৈ তেতিয়াৰ দিনত





ৰেলগাড়ী। তেখেতৰ চ'ৰাঘৰত মানুহৰ ভিৰ। দূৰদূৰণিৰ লোকে লোকাৰণ্য। পিচত গোসাঁনীয়ে অৰ্থাৎ কবিৰাজৰ পত্নীয়ে ক'লে যে মুখ্যমন্ত্ৰীয়ে যিহেতু মাতি পঠিয়াইছে, আপুনি যাবই লাগিব। গোসাঁই কৈছিল যে মোৰ নিত্যপূজা তাৰ উপৰি বেমাৰীবোৰে মোক নাপালে কি হ'ব? তেতিয়া গোসাঁনীয়ে কৈছিল যে সেইবোৰ মই চম্ভালিম। জাগ্ৰাৰ গোসাই কেবাজনো আছে। তেখেতসকলে আপোনাৰ নিত্যপূজা কৰিব। মই ৰোগীসকলক চিকিৎসা কৰিম্। শেষত গোসাঁই মান্তি হ'ল আৰু শ্বিলঙলৈ যাবলৈ ওলাল। সাৰথি হিচাবে লগত স্বৰ্গীয় ভুমি বৰ্মন (পণ্ডিত) কম্পাউণ্ডাৰক নিলে। লগত বেতৰ চুটকেচত বাঁহৰ চুঙা কেইটামানত লাগতিয়াল দৰব ভৰাই কাপোৰৰ সোপা দিয়া কিছুমান ঔষধৰ চুঙা আৰু লগতে ঔষধ মিহি কৰিবৰ বাবে এখন সৰু কিস্তি, লগতে সাম্ভাব্য অনুপান লৈ যাত্ৰা কৰিলে। যথাসময়ত শ্বিলং পাই মন্ত্ৰীৰ পত্নীৰ ওচৰ পালে আৰু ডাক্তৰসৱৰ অনুমতি লৈ চিকিৎসা আৰম্ভ কৰিলে। প্ৰথমে কবিৰাজ গোঁসাই নাড়ীত ধৰি প্ৰায় আধাঘণ্টা সময় পৰীক্ষা কৰি ক'লে যে যদি আপোনালোকে অনুমতি দিয়ে তেন্তে মই বেমাৰীক আৰোগ্য কৰিব পাৰিম। ডাক্তৰসকলে ক'লে যে আপুনি চিকিৎসা কৰক।

গোসাঁই তেখেতৰ ঔষধৰ চুটকেচৰ পৰা বাঁহৰ চুঙা উলিয়াই এটি এটি কৰি নিজৰ কাণৰ ওচৰত বজাই এটি চুঙাৰ পৰা এটা সৰু বড়ি উলিয়ালে আৰু কম্পাউণ্ডাৰ বৰ্মনক দিলে, অনুপানৰ লগত বড়িটো কিস্তিখনত মিহিকৈ মাৰি দিবলৈ ক'লে। বড়ি মিহিকৰাৰ পিছত ৰোগীক খুৱাই দিলে আৰু ক'লে ঠিক তিনি ঘন্টাৰ পিছত ৰোগীয়ে চকু মেলিব। তেতিয়া চকু ঠাণ্ডা পানীৰে মুচি দিব আৰু বেদনাৰ ৰস এক চামুচ মুখত দিব। সেইমতে ৰোগীয়ে তিনিঘন্টাৰ পিচত চকু মেলিলে আৰু কোৱামতে বেদনাৰ ৰস খোৱাই দিলে আৰু ঠাণ্ডা পানীৰে চকু ধুৱাই দিলে। গোসাঁই আকৌ এটা বড়ি মাৰি খোৱাব দিলে। ঠিক আকৌ তিনি ঘন্টাৰ পিচত পথ্যৰ ব্যৱস্থা কৰি খাব দিব ক'লে, সেইমতে তিনিঘণ্টাৰ পিছত ৰোগীয়ে মাত দিলে আৰু কিবা খাব বিচাৰিলে। ৰোগীক পথ্য খাবলৈ দিলে। এনেদৰে গোসাঁই তেখেতৰ সৰুজোৱাঁই স্বৰ্গীয় মাধৱ ভট্টাচাৰ্য্যৰ ঘৰতে কেইদিনমান





থাকিল। চিকিৎসাৰ অন্তত বেমাৰী বহু সুস্থ হোৱাত গোসাঁই ঘৰলৈ আহিব ওলোৱাত, তেখেতক কিমান ধন লাগে বুলি মন্ত্ৰীয়ে সোধাত ক'লে যে আমাৰ পৰিবাৰে অহাৰ সময়ত মোক ধন লবলৈ বাধা দিছে বুলি ক'লে। তেতিয়া মন্ত্ৰীয়ে ক'লে আপুনি ইমান ত্যাগ কৰি মোৰ বেমাৰী ভাল কৰিলে, বিনিময়ত আপুনি কিবা ধন নিবই লাগিব। গোসাঁই উপায়ান্তৰ হৈ ক'লে আমাৰ নলবাৰী অঞ্চলত কোনো স্ত্ৰী শিক্ষাৰ স্কুল নাই। গতিকে আপুনি এখন স্কুল দিব পাৰে। মন্ত্ৰীয়ে গোসাঁইক কিবা ধন দি ক'লে যে স্কুল হ'ব। তেতিয়া গোসাঁই আহি ঘৰ পোৱাৰ পিছত স্বৰ্গীয় শৰৎ চন্দ্ৰ গোস্বামী ইন্সপেক্টৰ আহি পালে আৰু স্কুলৰ মাটি দেখুৱাই দিয়াত, তাতে এই "উত্তম সুন্দৰী বালিকা বাণীপীঠ" নামাকৰণেৰে স্কুলঘৰ ও মঞ্জুৰী পালে।

স্বৰ্গীয় পদ্ম চন্দ্ৰ গোস্বামীৰ হাতত কোনো মানুহৰ মৃত্যু ঘটিলে কোনো মানুহে দুখ কৰা নাছিল। তেওঁলোকে বিশ্বাস কৰিছিল যে মানুহজনৰ আয়ুস শেষ হৈছে।

গোসাঁই ৰাতিপুৱা ব্ৰহ্মমুহূৰ্ততে উঠি হাতত ফুলৰ কৰণি এটি লৈ বাৰীৰ পাচফালেদি পথাৰৰ মাজেৰে এটি দুইফুটীয়া পথেৰে মূৰত এটি ফুলাম জাপি লৈ পোনে পোনে বুঢ়াদিয়া নদীৰ ঘাট পাইছিল আৰু বুঢ়াদিয়া নদীত স্নান কৰিছিল। পিচত তেখেতৰ দ্বাৰা প্ৰতিষ্ঠিত শিৱলিঙ্গক পূজা কৰি ঘৰলৈ উভটিছিল। ঘৰলৈ আহি তেখেতে ৰস শিৱলিঙ্গ, শালগ্ৰাম, শ্যামৰায়, ৰাধা আদি বিগ্ৰহত নিত্য পূজা কৰি উঠিহে চাহ-জলপান গ্ৰহণ কৰিছিল আৰু ৰোগী চাইছিল।

কবিৰাজ স্বৰ্গীয় পদ্ম চন্দ্ৰ গোস্বামীৰ এখন সুন্দৰ বন দৰবৰ বাগান আছিল। নাম পঞ্চৱটী। এই পঞ্চৱটী বহুধৰণৰ বনদৰবৰ গছ-গছনিৰে ভৰপূৰ আছিল। বাগানখনৰ চৌহদ তাৰ কাঁইটৰ বেৰাৰে আবৃত আছিল, যাতে আন মানুহ সোমাই বাগানখন নষ্ট কৰিব নোৱাৰে। বাগানখনৰ ঠিক মাজত এটা টিনৰ চাৰিচালিৰ জিৰণী চ'ৰা আছিল। প্ৰতিবছৰে তাত ৰাসপূৰ্ণিমাৰ দিনা নাম-কীৰ্তন হৈছিল। বাগানৰ উত্তৰপিনে গাতে লগাকৈ এটা প্ৰকাণ্ড সভাঘৰ আৰু মণিকূট আছিল। সভাঘৰৰ প্ৰৱেশদ্বাৰত দুকাষে দুটা কাঠেৰে নিৰ্মিত মূৰ্তি আছিল। এটা অমিতা খোৱা হনুমানৰ আৰু আনটো প্ৰণাম





কৰি থকা গৰুড় পক্ষীৰ। মণিকূটৰ ভিতৰত আছিল অনন্ত দেৱৰ মূৰ্তি আৰু শিলৰ বৰাহ মূৰ্তি। ইয়াৰ উত্তৰ দিশত আছিল দেউলৰ ভিঠা। এই মন্দিৰৰ চাৰিওফালে আছিল ফুল আৰু নাহৰ গঠৰ বাৰী। প্ৰতিবছৰে এই নামঘৰত পচতিৰ নাম ধৰা হৈছিল। তাৰোপৰি জন্মাষ্ঠমী, দেউল আৰু হৰিদেৱৰ তিথিও পালন কৰা হৈছিল। আজিও এই তিনিটা উৎসৱ অনুষ্টুপীয়াকৈ পালন কৰি অহা হৈছে। বিভিন্নসময়ত পূজা-পাৰ্বনত ভাগৱত পাঠো কৰা হৈছিল।

স্বৰ্গীয় পদ্ম চন্দ্ৰ গোস্বামীদেৱৰ পত্নী উত্তম সুন্দৰী দেৱী আছিল এগৰাকী অসাধাৰণ প্ৰতিভাসম্পন্না বিদুষী ৰমণী। কবিৰাজৰ প্ৰতিভাৰ স্বাক্ষৰ তেখেতৰ গাতো আছিল। তেখেতৰ ছোৱালী আছিল দুজনী। ডাঙৰজনীৰ নাম দূৰ্গা, সৰুজনীৰ নাম মনোৰমা। দূৰ্গাক বিয়া দিয়া হৈছিল নলবাৰীৰ খুদীয়াৰ প্ৰয়াত ৰত্নেশ্বৰ গোস্বামীদেৱলৈ। তেখেতৰ ল'ৰা দুজন— এজন হ'ল প্ৰয়াত প্ৰফুল্ল গোস্বামী আৰু আনজন হ'ল ডা" প্ৰসন্ন (পুতুল) গোস্বামী। দ্বিতীয়া ছোৱালী মনোৰমাক আঠঘৰীয়াৰ স্বৰ্গীয় মাধৱ ভট্টাচাৰ্য্যলৈ বিয়া দিয়া হৈছিল। এই দম্পত্তিহাল স্বৰ্গগামী হৈছে। তেখেতসকলৰ ল'ৰা এজন আৰু ছোৱালী চাৰিজনী। ল'ৰাজনৰ নাম দেৱকুমাৰ ভট্টচাৰ্য্য আৰু ছোৱালী কেইজনী ক্ৰমে ইৰা, মিৰা, অণু, বিবি। ইৰাক বিয়া দিয়া হৈছে ডা° আনন্দেশ্বৰ বৰঠাকুৰলৈ, মীৰাক ভৱদেৱ শৰ্মালৈ, অণুক মদনপ্ৰসাদ বেজবৰুৱালৈ আৰু বিবিক ভাস্কৰ বৰুৱালৈ।

স্বৰ্গীয় পদ্ম চন্দ্ৰ গোস্বামী ঘৰত এজন শিক্ষক আছিল। তেখেতে চামতা হাইস্কুলত বহুবছৰ ধৰি শিক্ষকতা কৰিছিল। তেখেত নাজিৰাৰ ৰাধানাথ শৰ্মা। তেখেতেও গোস্বামীৰ ঘৰত থাকি কবিৰাজী শিকিছিল।

গোস্বামী বংশৰ প্ৰায়ভাগ লোক একো একোজন বিজ্ঞ কবিৰাজ আছিল। তেখেতসকলৰ ভিতৰত প্ৰধান আছিল প্ৰয়াত দধি চন্দ্ৰ গোস্বামী, প্ৰয়াত উদয় চন্দ্ৰ গোস্বামী, প্ৰয়াত প্ৰভাত চন্দ্ৰ গোস্বামী, প্ৰয়াত শৰৎ গোস্বামী, প্ৰয়াত সতীশ গোস্বামী, প্ৰয়াত উমেশ চন্দ্ৰ গোস্বামী, প্ৰয়াত উত্তম চন্দ্ৰ গোস্বামী, প্ৰয়াত ভাৰত চন্দ্ৰ গোস্বামী আৰু শ্ৰীতৰুণ চন্দ্ৰ গোস্বামী।



কবিৰাজ স্বৰ্গীয় পদ্মচন্দ্ৰ গোস্বামী একেধাৰে বৈদ্য



আৰু তান্ত্ৰিকো আছিল। আমি সৰুকালত তেখেতে বীৰা খেদা নিজ চকুৰে দেখিছিলোঁ। বীৰা খেদোতে তেখেতে বৰাৰ দাঁত হাতত লৈ বীৰাই ধৰা ৰোগীৰ কাণত ধৰি শপত খুৱাইছিল আৰু ক'ৰ পৰা আহি লম্ভিছিল ক'ব লাগিছিল। 'তই যাবি নে নাযাব' বুলি প্ৰশ্ন কৰোতে বীৰাই গছৰ ডাল ভাঙি থৈ গুছি গৈছিল।

স্বৰ্গীয় পদ্মচন্দ্ৰ গোস্বামীৰ মাত আছিল ডাঙৰ। ধৰ্মানুৰাগী গোঁসাইদেৱে বছৰি পচতীৰ নামত গোটেই ধৰ্মপুৰৰ তিৰোতাসকলক মাতিছিল। এই নামত ভাওনাৰো প্ৰদৰ্শন কৰিছিল। গান-বাজনা, পোছাক, অস্ত্ৰ-শস্ত্ৰ সকলোবোৰ তেখেতে নিজ ঘৰত ৰাখিছিল। ৰাধা-কৃষ্ণ, কংস, পুতনা, গোপ-গোপী আদি ভাও দেখুৱাইছিল আৰু নামৰ মাজতে ভাওনা কৰি মানুহক চমকিত কৰিছিল।

বহাগ বিহুত কবিৰাজ গোঁসায়ে পানী, বগা সৰিয়হ আৰু প্ৰায় তিনি-চাৰিহাজাৰডাল তিনিবৰণৰ সূতা জাৰি দিছিল। এখন ডাঙৰ সাচি-পাতৰ পুথিৰ পৰা মন্ত্ৰ গাই জৰা কাম কৰিছিল। তেতিয়াৰ মানুহৰ বিশ্বাস আছিল যে এই সৰিয়হ, জাপ, পানী আদি জাৰি ধাৰণ কৰিলে কোনো দেও দেৱতাই লম্ভিব নোৱাৰে। কিতাপখনৰ নামটো পাহৰিলোঁ; বৃহৎ ক্ষেত্ৰপাল নে তেনে কিব এটা। পিছত এই পুথিখন নদীত পেলাই দিয়া হৈছিল।

সৰু লৰা-ছোৱালী আছিল তেখেতৰ বৰ প্ৰিয়। সিহঁতৰ লগত ৰং-ৰহইচ কৰি তেখেতে বৰ আমোদ পাইছিল। তেখেতৰ গোহালীৰ গৰু-ছাগলী মাজে-সময়ে তেখেতেও চৰাইছিল আৰু তেনে কৰোতে তেখেতে কণ কণ গৰখীয়াৰ লগত বহি নানা গল্প কৰি ব্যস্ত ৰাখিছিল।

তেখেতৰ পত্নী প্ৰয়াত উত্তম সুন্দৰীয়ে তেখেতৰ নামেৰে "উত্তম সুন্দৰী বলিকা বাণীপীঠ" নামকৰণ কৰি, স্ত্ৰী-শিক্ষাৰ কাৰণে এই বিদ্যালয় আৰম্ভ কৰিছিল। তেখেত আছিল অতিথি পৰায়ণা। তেখেতে প্ৰতিবছৰে তীৰ্থদৰ্শনলৈ গৈ উভতি আহি স্কুলৰ প্ৰত্যেক ছাত্ৰীক মিঠাই খুৱাইছিল।



তেখেতে বৰনদীৰ বিষ্ণুযজ্ঞত ভাগৱত পাঠ কৰি সকলোকে মুগ্ধ কৰিছিল। উত্তম সুন্দৰী দেৱীৰ ১৯৫৩ চনত পৰলোক প্ৰাপ্তি হয়। তেখেতৰ জন্মৰ তাৰিখ জনা নাযায়। হঠাতে ষ্ট্ৰোক হৈ মজিয়াত পৰি তেখেতৰ মৃত্যু ঘটে।

**ৰস শিৱলিঙ্গ ঃ**



এবিধ বিশেষ শিৱলিঙ্গ। ৰস মানে আয়ুৰ্বেদিয় ঔষধৰ ৰস। পাৰদ আৰু গন্ধক বিশেষ অনুপাতত মিহলাই এই শিৱলিঙ্গ তৈয়াৰ কৰা হৈছিল। কবিৰাজ প্ৰয়াত পদ্মচন্দ্ৰ গোস্বামীয়ে বেনাৰসলৈ গৈ এই শিৱলিঙ্গ বনাই আনিছিল আৰু তেখেতে স্বগৃহত প্ৰতিষ্ঠা কৰি পূজা কৰিছিল। এই শিৱলিঙ্গত পূজা কৰি কবিৰাজে যি ঔষধ দিছিল সি অব্যৰ্থ আছিল।

এই ৰস শিৱলিঙ্গটো এখন পিতলৰ বটাৰ ওপৰত থকাকৈ নিৰ্মিত হৈছিল। আকৃতিত সৰু আছিল যদিও ওজনত গধুৰ আছিল আৰু সোণৰ অলংকাৰেৰে সজোৱা হৈছিল। কবিৰাজ গোস্বামীৰ মৃত্যুৰ পিছত এই শিৱলিঙ্গটো বুঢ়াদিয়া নদীত উটাই দিয় হয়। কিন্তু তেখেতৰ মৃত্যুৰ ৩০/৪০ বছৰৰ পিছত বুঢ়াদিয়া নদীৰ পানীৰ জিয়লিত এই শিৱলিঙ্গটো পাই কুলবিল ঘাট ৰাজহুৱা শিৱালয়ত তাক প্ৰতিষ্ঠা কৰি পূজা-পাতল দি থকা হয়। কিন্তু হঠাতে তাৰ পৰা ই এদিন অন্তৰ্ধান হয়।

ওঁ ঈশোৱাসামিদং সৰ্ব্বং যৎকিঞ্চজগত্যাং জগৎ।<br>
তেন ত্যক্তেন ভুঞ্জীথা মা গৃধঃ কস্যস্বিদ ধনম।।<br>
ওঁ সহনাববতু সহনৌ ভুনক্তু সহ বীৰ্যং কৰৱাবহৈ।<br>
তেজস্বিনামবধীতমস্তু মা বিদ্বিষাবহৈ।।<br>
ওঁ সৰ্ব্বে ভৱন্তু সুখিনঃ সৰ্ব্বে সন্তু নিৰাময়াঃ<br>
সৰ্ব্বে ভদ্ৰাণি পশ্যন্তু মা কশ্চিদ্ দুঃখভাগভবেৎ।<br>
ওঁ শান্তি। ওঁ শান্তি।। ওঁ শান্তি।।



# পশ্চিম নলবাৰী অঞ্চলত লোক-সংস্কৃতিত নাৰী

*সুনীতি দেৱী*

পৃথিবীৰ সকলো জাতি-উপজাতিৰ মাজত লোক-সংস্কৃতি আছে তাৰ ভিতৰত কিছুমান অধুনা লুপ্ত, কিছু লুপ্ত, কিছু আধুনিক যুগত পৰিবৰ্ত্তিত ৰূপত জীয়াই আছে আৰু তাৰ ধাৰাবাহিকতা ৰক্ষা কৰি আছে। সেই লোক সংস্কৃতিবোৰৰ কিছুমান সম্পূৰ্ণ নাৰীজনিত। কিছুমান পুৰুষৰ আৰু কিছুমানত নাৰী পুৰুষ উভয়ে জড়িত।

অসম দেশ লোক-সংস্কৃতিত চহকী, ইয়াৰ পাহাৰ-ভৈয়ামৰ জাতি-জনজাতিৰ মাঁজত বিভিন্ন সংস্কৃতি অতি প্ৰাচীন কালৰে পৰা চলি আহিছে। এই নিবন্ধত আমি অসমৰ পশ্চিম নলবাৰী অঞ্চলৰ নাৰী সমাজত চলি অহা লোককলা বা লোক-সংস্কৃতি সমূহৰ বিষয়ে আলোচনা কৰিম। সেই লোক-সংস্কৃতি কিছুমান লুপ্ত আৰু কিছুমান আধুনিকতাৰ গৰাহত পৰি পৰিবৰ্ত্তিত ৰূপত জীযাই আছে যদিও শ্ৰীহীন হৈছে।

বৈদিক যুগৰ পৰৱৰ্ত্তীকালত মনু নামৰ ঋষি এগৰাকীয়ে মনুসংহিতা নামৰ সংহিতা ৰচনা কৰি নাৰী জাতিক এনে কিছুমান নিয়মেৰে বান্ধি পেলাইছিল যে মনুৱে নাৰীক নৰকৰ দ্বাৰ কৰি পেলাইছিল, নাৰীক এক অস্পৃশ্য জাতিত পৰিমত কৰিছিল। নাৰী সমাজক আচুতীয়া কৰি পেলাইছিল আৰু কিছুমান কঠোৰ নিয়মেৰে বান্ধি পেলাইছিল যিবোৰ নিয়ম-কানুনৰ ধাৰাবোৰ পিচৰ কাললৈও নাৰীৰ মাজত সংস্কৃতি হিচাবে ৰৈ গ'ল ভাৰতীয় নাৰীৰ মাজত। বহু পৰিবৰ্ত্তিত ধাৰাৰ মাজেদি আজিও কিছু পৰিবৰ্ত্তিত ধাৰাত ৰৈ আছে।

পশ্চিম নলবাৰী অঞ্চলৰ নাৰীৰ সংস্কৃতিৰ ৰূপটো ধৰ্মীয় দৃষ্টি-ভঙ্গীৰে পালন কৰা হয়। তলত পৰ্য্যায়ক্ৰমে তাৰ আলোচনা কৰা হ'ল।

১। বিবাহ ঃ



বিবাহ হ'ল নাৰী পুৰুষৰ যুগ্ম-জীৱনৰ এক সামাজিক আৰু ধাৰ্মিক দলিল স্বৰূপ। ইয়াত নাৰী পুৰুষৰ বহুত কৰণীয় আছে যদিও নাৰীৰ ইয়াত কৰণীয় কাম বহুত



আছে যিবিলাকত অকল নাৰীহে জড়িত থাকে। সেই অনুষ্ঠানবোৰৰ কগীত-মাত উৰুলি-জোকাৰ আদিৰে বিবাহ অনুষ্ঠান মঙ্গলময় আৰু আনন্দৰ পৰিবেশ সৃষ্টি কৰে। সেইবোৰ অনুষ্ঠান বৰ গুৰুত্বপূৰ্ণ সামাজিক দৃষ্টিভঙ্গীত্। যেনে—

(ক) যাত্ৰা— বেজুৰী নাৰী যেনে পাচ-সাত-ন জনী নাৰীয়ে গাখীৰ কল, নাৰিকল, তামোল-পাণ আদি লৈ কইনাঘৰলৈ যাত্ৰা কৰা অনুষ্ঠান। এই অনুষ্ঠানক 'ফোটা দিয়া' অনুষ্ঠান বুলিও কৈছিল। কাৰণ সিদিনা দৰাপক্ষৰ শাহু নাইবা তেনে জ্যেষ্ঠা নাৰী এগৰাকীয়ে হ'ব খোজা কইনাজনীৰ শিৰত বা কপালত সেন্দৰৰ ফোট পিন্ধাইছিল। ইয়াক 'বাকদত্তা' অনুষ্ঠান বুলিও ক'ব পাৰি।

(খ) যাত্ৰা সান্দহ খুন্দা— বিবাহৰ দিন স্থিৰ হোৱাৰ পিচত এই অনুষ্ঠান হয়। অতি শুদ্ধমন গাৰে সধবা পাঁচগৰাকী নাৰীয়ে সেন্দুৰ পিন্ধোৱা ঢেকিত চিৰা খুন্দে। ঢেকিৰ ফিচাত থকাজনীয়ে 'তিনি খলা বা পাঁচ খলা সান্দহ খুন্দা নোহাৱালৈকে ভৰি সলাব নোৱাৰে। সান্দহ ভজা 'চৰু-আখা' (উখান) নতুন হ'ব লাগিব আৰু তাত সেন্দুৰৰ ফোট দিব লাগে। তাৰ পাচত গীত-জোকাৰ গাই ঢেকিত চাব মাৰিব। চুবুৰীৰ তিৰোতাবোৰ আহি চোতালত বহি গীত গাই থাকে। মাজে মাজে উৰুলি।

যাত্ৰা সান্দহ খুন্দা গীতৰ নমুনা—

"ন-আখা ন-চৰু, ঐ ৰাম সৰু সৰু যান
সৰু বৰৰ সৰু কইনা, ঐ ৰাম কৰিছো যতন।"

(গ) জোৰণ বা তেলৰ ভাৰ— বিয়াৰ আগদিনা (শনিবাৰ বা মঙ্গলবাৰ হ'লে তাৰ আগদিনা) দৰাঘৰৰ পৰা যি গহনা গাঁঠৰি বা কাপোৰ কানি অনা হয় সেই অলঙ্কাৰ পিন্ধোৱা সেন্দুৰ পিন্ধোৱা কাম নাৰীৰ একচেতীয়া কাম। অনুপৰ্বৰ গীতৰ নমুনা তলত দিয়া হ'ল—

"আগৰ থান ভাড়তে কি কি আনিছা
ঐ ৰাম মুকেলী চ'ৰাত থউ ঐ...।"
"মায়েথেৰ অলঙ্কাৰ থউ ৰুকুনী
ঐ ৰাম পিতেৰেৰ অলঙ্কাৰ থউহে।
দ্বাৰকাৰে পেৰা অলঙ্কাৰ পঠেছি





ঐ ৰাম হাতজোৰ কৰি লওঁহে।”

(ঘ) বিবাহৰ দিনা ৰভা তলত গোৱা গীত— এই গীতেৰে দৰা বা কইনাঘৰৰ ৰভাৰ তলত বিবাহৰ আৰম্ভণী গীতৰ নমুনা—

“এ জয় জয় পৰম মঙ্গল এ, হা ৰে কৃষ্ণই এ
এ জয় জয় যদুপতি ৰামহে দৈৱকী নন্দন কৃষ্ণহে।
আজি নন্দঘৰে জয় জয় কৰে হে, হা ৰে কৃষ্ণহে
আজি ৰাম ৰাজাৰ বিয়াহে, দৈৱকীনন্দন কৃষ্ণহে
(ইয়াৰ পিছত উৰুলি)

(ঙ) পানীতোলাৰ গীত— পানীতোলা অনুষ্ঠান নাৰীসকলৰ একচেতীয়া আৰু আনন্দৰ উৎসৱ। পাঁচ-সাতগৰাকী দৰা বা কইনাৰ মাক-বৌয়েক ভনীয়েক আগদিনাই নতুন সেন্দুৰৰ ফোট থোৱা টেকেলী কাষত লৈ আগত দুনী-ঘট, চাকি-ধূপ লৈ জলাশয় বা নৈ আদিত পানী তুলিবলৈ যায়। যাওঁতে বহুতো তিৰোতাৰ সমদল এটাই গীত গাই গাই যায়। পানীতোলা গীতৰ নমুনা—

“হাতে চাতি ধৰি ওলালা দৈৱকী
ঐ ৰাম জলকে কামনা কৰিহে।”

(চ) শ্ৰাদ্ধ— দুপৰীয়া যি ধৰ্মীয় অনুষ্ঠান এটি হয় তাক সাত-পুৰুষৰ শ্ৰাদ্ধ বোলা হয়। ইয়াতো নাৰীসকলে গীত গায় এনেদৰে—

“শ্ৰাদ্ধ সাজিলো ৰে, হৰিশ্চন্দ্ৰ ৰাজা
বাপুথেৰে চতালতে দেৱতাৰ পূজা
শ্ৰাদ্ধ সাজিলোৰে।”

“চাতি-আনা বন্তি আনা সজে আনা কাহি
ঐৰাম চানা বাপুক মাতি আনা শ্ৰাদ্ধত বহুক আহি।

(ছ) কইনা বা দৰা-ধুওৱা— এই অনুষ্ঠানো নাৰীৰ একচেতীয়া। নানা মাঙ্গলিক নিয়মেৰে দৰা-কইনাক মাহ-হালধি গাত ঘহি মাক-বৌয়েক বায়েকহঁতে দৰা বা কইনাক গা-ধোৱাওতে আয়তীসকলে গায়—



“আগে দিবা মাহ বটা, মাহাজাতি লোক
অ’ কাইমা চৰে আয়াই চিলান কৰে



লক্কে লক্কে হালধিকে ঘহিবা গাঁৱত অ”

“(জ) শুৱাগজাৰা বা সুৱাগুৰি তোলা— কইনা বা দৰাক ধুওবাৰ পিছত মাকে আন আন আয়তীসকল লৈ ওচৰৰ কোনো জলাশয়লৈ নাৰীৰ কৰণীয় কৰ্মেৰে শুৱাগ জৰা হ'লে ৰভাৰ তলিত বহি থকা দৰা বা কইনাৰ মূৰৰ ওপৰত চাদৰ তৰি মাক বা বৌয়েকে দৰা-কইনাৰ আগত পাঁচ/সাত পাক ঘূৰি ঘূৰি চাদৰত চাউল দলিয়ায়। এই অনুষ্ঠানৰ্ গুৰুত্ব গভীৰ। সুৱাগ জাৰা গীতৰ নমুনা—

“বহি থাকা হৰি, মনে ৰঙ্গ কৰি
অ' আহো যায় শুৱাগ জাৰিহে।”
“উমা উমা হৰি আইলাঙ্গ গো কৌশল্যা এ,
নাচে ঘূৰি ঘূৰি আইলাঙ্গ গো কৌশল্যা অ”

(ঝ) খিচা গীত— বিয়াত খীচা গীতৰ অনুষ্ঠানটো আমোদজনক। ইয়াত নাৰীসবে বিয়াঘৰীয়াক নানান দোষ ধৰি খিচি থাকে। ৰাতি আকৌ দৰা কইনা দুয়োটা দলৰ মাজত খিচা গীতৰ যি প্ৰতিযোগীতা হয়, সি বৰ আমোদজনক। খিচা গীতৰ উদাহৰণ—

“বকা চাউল আধাফুইটা, বৰেথেৰ লেমত নাই ফুইটা
যিযোৰা লগালো নাই সিয়ো নাই তেল।
বৰাৰ ভিন্‌হাকটু তেল কিন্‌বা গেল।”
“বৰঘৰৰ মকুৰা, বামুনটু খখুৰা”
অ' বামুন ধেমেনী আনিলি অ'।”

(ঞ) দৰাঘৰত কইনা আদৰা গীত— বিবাহৰ পৰবৰ্তী দিনত কইনা ঘৰলৈ আহিলে পদূলিৰ কলৰ তলৰ মাঙ্গলিক ঘটৰ ওচৰত থিয় কৰাই দৰাৰ মকে দুনী-ঘট, সহস্ৰ ডলাৰে কইনাক ঘৰলৈ আদৰি নিয়া সময়ত আয়তীসকলে গোৱা গীতৰ নমুনা—

“আয়া ঐ, কেতবেলি থালি তই মায়ে ৰান্ধা ভাত,
আয়া ঐ, কেতবেলি ফেলালি পাত আয়া চাম্পা অ'।”
...... ইত্যাদি।



**২। তোলনি বিয়া ঃ**

ছোৱালী পুষ্পিতা বা শান্তি হলে নাৰীসকলে যি অনুষ্ঠান কৰে তাক তোলনী বিয়া বা ধোৱনী (ধুৱেনী) বিয়া



বোলে। কোনো কোনোৱে সন্ধ বিয়াও বোলে। এই অনুষ্ঠানত চাৰিদিন জুৰি যি অনুষ্ঠান হয় সি নাৰীজনিত। ছোৱালীৰ গণনাৰেপৰা প্ৰতি সন্ধিয়া আগ দিয়াৰ পিছত চতুৰ্থ দিনা ছোৱালীজনীক দুপৰীয়া গোসাই-ধুওৱা সময় পাৰ হৈ যোৱাৰ পিছত ঘৰৰপৰা উলিয়াই বাৰীৰ চুকত পোতা কলপুলিৰ তলত মাক-বৌৱেক বা বায়েকে মাহ-হালধী ঘঁহি গা-ধুৱাই চোতালৰ ৰভাৰ তলত ন-সাজ পিন্ধাই তিৰোতা সমাজৰ মাজত বহুৱাই আৰু কাষত ঘট লৈ তিনিবাৰ ঘূৰি ঘূৰি সূৰ্য প্ৰণাম কৰায়। এই অনুষ্ঠানত 'জাপা থোৱা' অনুষ্ঠানটোৰ অৰ্থ হৈছে কইনাজনীৰ দৰাৰ ঘৰ বুলি কল্পনা কৰা। জপা দৰাঘৰীয়াই কইনা ঘৰলৈ আহি পালেহে খুউৱা কাম কৰা হয়। দৰাক ইয়াক 'গাজী' প্ৰতীকি ৰূপত উপস্থাপন কৰা হয় আৰু দৰাঘৰে অনা দৈ-কল-আখৈ খাব দিব লাগে সিদিনা। ধুৱনীৰ দুটা গীত তলত নমুনা হিচাবে দিয়া হ'ল—

"জাপাৰ চিকান খাটি, জাপা বান্ধে আটি
ঐ ৰাম জাপা যায় নগৰ চাটি,
জাপা বইৰবা আইছাহ কনি, ঐ ৰাম জাপাত নেইদবি হাত
ঐ ৰাম, জাপাৰ ভিতৰে গাজী আছে, নামে জগন্নাথ হে।

**৩। পঞ্চামৃত উৎসৱ ঃ**

এই উৎসৱক এই অঞ্চলক জেওৰা খুওৱা উৎসৱ বোলে। প্ৰথম গৰ্ভৱতী নাৰীক মাকৰ ঘৰে পাঁচ-সাত আৰু ন-মাহত তিনিবাৰ এই উৎসৱৰ নামকৰণ পাঁচমহীয়া, সাতমহীয়া আৰু ন-মহীয়া তেওঁৰা বোলে। প্ৰথম দুবাৰত সান্দহ, কোমল চাউল দৈ কল, লাৰু-পিঠা, পায়স আৰু তৃতীয়বাৰ ভাত খুওৱা উৎসৱ পালন কৰে। জীয়েক-জোঁৱায়েকক নতুন 'আনাকাটা' কাপোৰ দিয়ে মাকে। ইয়াত গীত-মাত নাই।

**৪। অশৌচীয়া নাম ঃ**

সন্তান জন্মৰ এমাহৰ পিচত গাঁওৰ গোপিনী বা আয়তীসকলক



মাতি এই নাম পাতি পোৱতীজনীক শুদ্ধ কৰে। কৃষ্ণৰ জন্ম সম্পৰ্কীয় নাম গোৱা হয়। মাতৃ গৰাকীক যশোদা আৰু শিশুটিক কৃষ্ণ বুলি কল্পনা কৰি নামতিসকলে কেঁচুৱাটোক সকলোৱে আশীৰ্বাদ কৰে গোপীসকলে। দুই-



এটি এনে নামৰ নমুনা তলত উল্লেখ কৰিলোঁ—

"নন্দৰজাই দিলা জান গোপীৰ ঘৰে ঘৰে
কৃষ্ণৰ পচতিলৈ আহিও সকলে।"
"এটা মাহ সুমে আছিলা আহজীয়া ঘৰে।
আজি তোমাক উদ্ধাৰ কৰে আয়তিসকলে।।"

৫। আয়তীৰ নাম ঃ

উজনিৰ ফালে বা শঙ্কৰী ধাৰামতে এই নামক 'গোপিনী সবাহ' বোলে।.'সভা' শব্দৰ অনুৰূপ 'সবাহ' শব্দ, মাত্ৰ উচ্চাৰণৰ তাৰতম্য। সভা শব্দই সমবেত হোৱা বা লগ লগোৱা বা হোৱা বুজায়। সাধাৰণতে সধবা-বিধবা উভয় বিধকে এই আয়তী বুজায়। গতিকে আয়তী বা সমবেত মহিলা লগলাগি নাম গোৱাকেই এই অঞ্চলত আয়তিৰ নাম বোলে। সাধাৰণতে ধৰ্মীয় বিষয় বস্তুক কেন্দ্ৰ কৰি এই নাম গোৱা হয়। যেনে লক্ষ্মী-সৰস্বতী, দুৰ্গা আদি দেৱী, মহাদেৱ, বিষ্ণু কৃষ্ণ আদিৰ নাম ইয়াৰ বিষয় বস্তু। কীৰ্ত্তন-ভাগৱত, ৰামায়ণ, মহাভাৰত, পুৰাণ আদিৰ কাহিনীৰ ওপৰত ঘোষা আৰু পদ গাই এই নাম গোৱা হয়। ঘোষা লগাই দি পদৰ মূৰে মূৰে চাপৰি বজায় বজায় তাল ৰাখি নাম গোৱা হয়। পদ দিয়া গৰাকীক 'ওজেনী' বোলা হয় আৰু তেৱেঁই মূল পাঠিকা আৰু ওজেনীৰ সন্মান আৰু গুৰুত্ব পালি সকলোতকৈ বেছি। আয়তিৰ নামৰ বহু বিভাগ আছে, যেনে— অশৌচিয়া নাম, সোবাঁ (মানস কৰা) নাম, শিৱ-পাৰ্বতীৰ নাম, কৃষ্ণৰ নাম, মঠ-মন্দিৰত বা গৃহস্থৰ ঘৰত গোৱা নাম, জন্মাষ্টমীৰ নাম, পচতিৰ নাম, বৰাতৰ নাম, আঠমহীয়া (গৰ্ভাৱস্থাৰ আঠ মাহত এই নাম গোৱা হয়। (অশৌচীয়া নামৰ উল্লেখ আগতেই কৰা হৈছে।) বাকীবোৰৰ প্ৰয়োজনীয় নাম তলত উল্লেখ কৰা হ'ল।

(ক) অপেশ্বৰাৰ নাম— যিকোনো দিনত দুপৰীয়া সময়ত ল'ৰা-ছোৱালীৰ মাত নুফুটিলে বা পঙ্গু হ'লে এই নাম অনুষ্ঠিত কৰে। ইয়াত শুকুলা পাৰ এযোৰ, আগলি কলাপাতত বগাফুল আৰু আৰৈ চাউলৰ ন-খন আসন পতা হয়। নৈবেদ্য, ধুপ-দীপ, ধুনা, আখৈ, পকাভোগ (পায়স), কেচাঁভোগ পিঠাগুৰি ইয়াৰ উপকৰণ। ইয়াত নাম গোৱা, নামৰ মাজে, তিনিটা সাধু ক'ব লাগে এজনীয়ে। এই নামৰ নমুনা এটা তলত তুলি দিয়া হ'ল।





"আহা অগেশ্বৰী মাতো হেপাহেৰে।
দিব্য আসন পাতি থৈছো মনুষ্য নগৰে।।"

(খ) বৰাতৰ নাম— নৰীজাতিৰ ই এবিধ ব্ৰত। জেঠ মাহৰ ৩ তিনি দিন থকাত পানীত ডুব মাৰি বোকা আনি ডাঙৰ চাৰিচকীয়া পীঁড়া এখনত থৈ তিনিভাগ কৰি তাত ফল-মূল পঞ্চ-শস্যৰ বীজ যেনে— মাহ, সৰিয়হ, বুট-মুগ) চটিয়াই থোৱা হয় মন্দিৰ বা আচুতীয়া স্থানত। আহাৰৰ তিনি দিন যোৱাত শস্যৰ গজালি মেলাত তাত পূজা সেৱা কৰি পিচত পীঁড়াখন পানীত উটাই দিয়াত সেই ফল-মূল সাঁতুৰি গৈ ধৰি আনি খাব পাৰিলে সন্তানহীনও গৰ্ভৱতী হয় বুলি লোকবিশ্বাস প্ৰচলিত। ইয়াৰ অৰ্থ ধৰা দেধাৰ দৰে নাৰীও গৰ্ভৱতী হোৱা বিশ্বাস নিহিত আছে। নাম গোৱাৰ মাজে মাজে সাবিত্ৰী সত্যবানৰ সাধু ক'ব লাগে। এই নামক উক্‌নী বুঢ়ীৰ পূজা বা বৰাতৰ নাম বুলিও কয়।

(গ) সুবচনীৰ নাম— নলবাৰী অঞ্চলত এই অনুষ্ঠানক শুভাচেনীৰ নাম বুলিও কয়। সুবচনী যোগমায়া। তেওঁৰ দুটা ৰূপ— এটা চণ্ডী আনটো সুবচনী। মধুৰ বচন আৰু মঙ্গলময়ী কাৰণে তেওঁক সুবচনী বোলা হয়। এই নাম শিৱই দিছিল। ইয়াতো নামৰ মাজে মাজে এটা সাধু ক'ব লাগে। দুপৰীয়া সময়ত যেই কোনো দিনত এই নাম গোৱা হয়। ধূপ-দীপ, নৈবেদ্য, ফল-মূল নিবেদন অপৰিহাৰ্য্য। তলত সুবচনী নামৰ গীত এটি তুলি দিয়া হ'ল—

"আই সুবচনী আই, অ' আই, মনুষ্যনগৰে নামিলা।
জবা-ফুলে, বেলপাতে পূজা আৰম্ভিলা।।"

(ঘ) পচতিৰ নাম— জন্মাষ্টমীৰ ১১ দিন বা ১৩ দিনৰ পাচত এই নাম গোৱা হয়। ইয়াত কৃষ্ণৰ জন্মৰ কাহিনী গোৱা হয়। কোনো কোনোৱে কৃষ্ণৰ লীলা নাটো অভিনয় কৰি দেখুৱায়। ই কৃষ্ণৰ আশৌচীয়া নাম। এই নামৰ লগত শঙ্কৰী কলা-কৃষ্টি জড়িত।

(ঘ) জন্মাষ্টমীৰ নাম— ভগৱান কৃষ্ণৰ জন্মৰ উপলক্ষে এই নাম অনুষ্ঠিত হয়। ইয়াত কৃষ্ণৰ প্ৰতিমূৰ্ত্তি এটা খেৰৰ ওপৰত কাপোৰৰে মেৰিয়াই সজায় লৈ নামতিসকলে প্ৰত্যেকে একোলাকৈ লয়। এৰা লাৰু এই নামৰ প্ৰয়োজনীয় উপকৰণ। ওৰে নিশা এই নাম আয়তী সকলে গায় আমোদ



কৰে। নাম দুটিৰ উদাহৰণ তলত দিয়া হ'ল।



"আজিহে ৰাতিহে শিলে বৰশিলা অ'
অ' নুশুনি প্ৰজাৰে মাত,
পালি-প্ৰহৰী সবে নিদ্ৰা গৈলা
উপজিলা জগন্নাথ।"
"বসুদেব চলে... এহে কৃষ্ণক কোলাত লৈ
বসুদেব চলে।

(ঙ) আই বা শীতলাৰ নাম— বসন্ত বা আই ওলালে শীতলাৰ নাম গোৱা হয়। শীতলাৰ শেষৰ নামত অৰ্থাৎ আই নিৰাময় হ'লে আইৰ 'উঠা নাম' ধৰা হয়। ইয়াক বৰ নৈষ্ঠিকতাৰে শুদ্ধভাবে কৰা হয়। আখৈ, পকাভোগ, আৰৈ চাউলৰ জালুকীয়া পিঠাগুৰি, মিঠা পিঠাগুৰি, নৈবেদ্য, ফলমূল দিয়াৰ উপৰিও আইসকলৰ নামত ৰগাফুল, আৰৈ চাউল, নটা পইচাৰে নখন আগলি কলাপাতত আসন সজাই ভক্তিভাৱেৰে শীতলাৰ নাম গাব লাগে। তলত দুটি নমুনা আকাৰে নাম দিয়া হ'ল—

"সোণৰে আখেলি ডালা ৰূপৰে আখেলি ডালা।
আইৰ বাৰবৈণি নামি আহিলা হাতে বকুলফুলৰ মালা।।"
"সোণৰ আকডেলি জৰী, ৰূপৰে আকডেলী জৰী
কৈলাসৰে পৰা আই নামি আহে হাতত ধৰাধৰি কৰি।।"

ইয়াৰ উপৰিও লক্ষ্মীৰ নাম, শিৱ পাৰ্বতীৰ নাম, কালী গোঁসানীৰ নাম আইসকলে গায় আহিছে কোনোবা নাম নজনা দিনৰে পৰা।

উল্লেখ যে, দুৰ্গাপূজা, কালীপূজা আদিত আইসকলে বিনা চাপৰি বা তালেৰে সুৰীয়াকৈ দুৰ্গাৰ নাম, কালীৰ নাম গোৱাৰ প্ৰচলন আছে। দুৰ্গা মন্দিৰত বামুণ গোঁসাইৰ মহিলাসকলে আৰু পূজাৰ সময়ত গোঁসানী মন্দিৰত প্ৰতিষ্ঠা কালত আইসকলে সুৰদী সুৰীয়াকৈ গীত পৰিবেশন কৰা আমি প্ৰত্যক্ষ কৰিছো।

লোক-সংস্কৃতিৰ ভিতৰুৱা এই অঞ্চলৰ পুৰণি সাধুসমূহ যিবিলাক এসময়ত আমাৰ আইতা, আজো আইতাইঁতে জোনাক নিশা পাটি ঢাৰি পাৰি হাতত বিচনী লৈ তামোলৰ বটা আৰু খুন্দনা লৈ কোচত নাতি-নাতিনীক লৈ কাষত বহুৱাই পুৰণি ৰজা-ৰাণী, ডাইনীযখিনী, চৰাই, জীৱ-জন্তু আৰু মানুহৰ





সাধুকথা কৈছিল সেইবোৰো লোক কলা-সংস্কৃতি, লোক গাথাৰ ভিতৰুৱা। সাধুৰ লগতে মন ভাল লগাবলৈ তাত মালিতা বা প্ৰবচনো জুৰি দিছিল। চাতি-মাটিৰ সাধু, সোণাবড়ী ৰাজাৰ সাধু, তেজিমলাৰ সাধু, ভেলামতীৰ সাধু তেনে পুৰণি এই অঞ্চলৰ সাধু উল্লেখযোগ্য। তলত দুটামান মালিতাৰ উল্লেখ কৰা হ'ল—

"চাতি বোলে মাটি বাই, পিঠা-খাবাৰ মন যায়।" (চাতি-মাটিৰ সাধু)

"আখান তামুল দেউ খ, আকঢেৰি মালা-দেউ ল
কুৰুৱা ৰাজাৰ ঘৰ কুনটু দেইখে দ্যা।" (ভেলামতীৰ সাধু)

বঙালী ভাষাত ঠাকুৰ মাৰ ঝুলিত তেনেকুৱা প্ৰাচীন বঙালী গ্ৰাম্য ভাষাৰ সাধু আৰু মালিতা সংগ্ৰহ কৰি ৰাখিছে।

নাৰীসমাজৰ মাজত সীতা বাৰমাহী গীত, বেউলা-লখীন্দাৰৰ গীত, সীতাৰ বনবাসৰ গীত বৰ্তমান লুপ্তপ্ৰায়। সীতা বাৰমাহীৰ গীত এটা ইয়াত উল্লেখ কৰা হ'ল—

"আঘোনৰ মাহতে কণ্যা নবীন ধানৰ ভাত
কতেক খাইতে মধু কতেক পুৰাণ।
খাবা নাপালো প্ৰভু নবীন ভাতৰ ভাত
শুইন্‌বা নাপ্‌লা প্ৰভু শিশুৰ কোমল মাত।।"

সাতশেকী উৎসৱ ব'হাগৰ সাত দিন যোৱাত গীত গাই গাই পালন কৰা হয় নাৰী সমাজৰ এই উৎসৱ। এশ এবিধ বনৰীয়া শাক খালে বছৰদিনলৈ পেটৰ অসুখ-বিসুখ নহয় বুলি নাৰীসমাজৰ মাজত থকা লোক-বিশ্বাস নাৰী লোক-সংস্কৃতিৰ বিষয়।

দুৰ্গাপূজাৰ বিসৰ্জনৰ দিনা দুৰ্গা দেৱীক শিৱই ঘৰত সোমাব নিদিয়াৰ ফলত মানকচুৰ তলত লুকাই আছিল বুলি বিশ্বাসত এই অঞ্চলৰ নাৰীয়ে ৰাতি অনাহাৰে থকাটোও এই অঞ্চলৰ নাৰীৰ লোককলা বা লোক-সংস্কৃতি।



এইদৰে পশ্চিম নলবাৰী অঞ্চলৰ মুছলমান সমাজৰ নাৰীসমাজতো কিছু লোককলা বা লোক-সংস্কৃতি নথকা নহয়, কিন্তু সেইবোৰ গোহৰলৈ অহা নাই; তথাপিও বিয়া



বা নিকাহৰ সময়ত বিয়াগীত গোৱা হয় যিবোৰত আৰবীভাষাৰ শব্দ সোমাই আছে।

এইদৰে এই অঞ্চলৰ নাৰীসমাজ লোককলা বা লোক-সংস্কৃতিত চহকী যদিও বৰ্তমান আধুনিকতাৰ গৰাহত সেইবোৰ প্ৰায় মৃতপ্ৰায় হ'বলৈ ধৰিছে। আজি ইন্টাৰ নেটৰ যুগত মানুহৰ জীৱনৰ গতি খৰ হৈছে, পৃথিৱীখন এখন গাওঁৰ নিচিনা হৈছে, যাক 'গ্লোবেল ভিলেজ' বুলি আখ্যা দিছে, বিজ্ঞানে সকলো ফালি-চিৰি পেলাইছে তেনে অৱস্থাত প্ৰাচীন কলা-সংস্কৃতিৰ মূল্যও শ্ৰীহীন হ'বলৈ ধৰিছে যদিও কলা-সংস্কৃতিয়ে জাতি-জনগোষ্ঠীসমূহেই একো একোটা জাতি-গোষ্ঠীৰ পৰিচয় দিয়ে। সেয়ে প্ৰাচীন কলা-সংস্কৃতি পুনৰুদ্ধাৰ আৰু সংৰক্ষণৰ সময় আহি পৰিছে। নহ'লে ভৱিষ্যত পুৰুষত এইবোৰ লুপ্ত হৈ যাব আৰু গৱেষণাৰ বিষয় হ'ব।



বিঃদ্ৰঃ— লিখনিটোত উল্লেখ কৰা নলবাৰী অঞ্চলৰেই নাম আৰু গীতকেইটা পুৰণি বৃদ্ধা নামতীৰ পৰা সংগ্ৰহ কৰা হৈছে। প্ৰচলিত পুৰণি কামৰূপীয়া ভাষাৰে নাম আৰু গীতবোৰ দিয়া হৈছে।

# নদলা বজাৰ

প্ৰতাপ চন্দ্ৰ বৰ্মন

অসমৰ গ্ৰাম্য আৰ্থ-সামাজিক জীৱনত হাট বা বজাৰৰ ভূমিকা অতিকৈ গুৰুত্বপূৰ্ণ। সাপ্তাহিক বা দ্বিসাপ্তাহিক হাট বা বজাৰ গ্ৰাম্য পৰিবেশত বসবাস কৰা লোকৰ জীৱিকাৰ লগত ওতঃপ্ৰোতঃভাবে জড়িত। অসমৰ গ্ৰাম্য পৰিবেশত আজিও এনেকুৱা বহুতো অঞ্চল আছে যিবোৰত এই হাট বা বজাৰতহে উৎপাদিত সামগ্ৰী বিক্ৰী আৰু আৱশ্যকীয় নানাবিধ সা-সামগ্ৰী ক্ৰয় কৰাৰ সুবিধা আছে। এই হাট-বজাৰবোৰৰ মাধ্যমেৰে বিশেষকৈ উৎপাদক আৰু উপভোক্তাৰ মাজত এক প্ৰত্যক্ষ বেচা-কিনা চলে। আনহাতে নানা প্ৰকাৰৰ বয়-বস্তু ক্ৰয় কৰাৰ উপৰিও গ্ৰাম্য হাট-বজাৰবোৰ বিভিন্ন খবৰ-বাতৰি আৰু যোগাযোগৰ এক গুৰুত্বপূৰ্ণ মাধ্যম হিচাবেও বিবেচিত হৈ আহিছে। সেয়েহে সাপ্তাহিক বা দ্বি-সাপ্তাহিক হাট-বজাৰবিলাকে গ্ৰাম্য জীৱনত গুৰুত্বপূৰ্ণ প্ৰভাৱ পেলাবলৈ সক্ষম হৈছে।

অসমৰ অন্যান্য ঠাইবোৰৰ দৰে চামতাৰ নিকটৱৰ্তী অঞ্চলত তেনেকুৱা এক দ্বি-সাপ্তাহিক হাট বহে। বুঢ়াদিয়া নদীৰ পাৰত, চামতাৰ উত্তৰ দিশত প্ৰায় এক কিলোমিটাৰ আঁতৰত, সাহপুৰ ৰাজঘাট আৰু কুলবিল ৰাজহুৱা শিৱালয় প্ৰাঙ্গনৰ মাজত অৱস্থিত এই হাটখনেই হৈছে ঐতিহ্যমণ্ডিত 'নদলা হাট' বা 'নদলা বজাৰ'। বুঢ়াদিয়া নদীৰ লগতে চামতা-কৈঠালকুছি গড়কাপ্তানি পকী পথটোৱে আজিকালি নদলা বজাৰৰ প্ৰাণ চঞ্চলতাত যথেষ্ট সহায় কৰিছে। গ্ৰাম্য পৰিবেশৰ হাট-বজাৰবোৰৰ অৱস্থানলৈ লক্ষ্য কৰিলে এটা কথা সহজে বুজিব পাৰি যে এইবোৰ সাধাৰণতে জলপৰিবহণ অথবা স্থলপৰিবহণৰ কেন্দ্ৰস্থানতে অৱস্থিত হয়। বিশেষকৈ প্ৰাচীনকালৰে পৰা এই ক্ষেত্ৰত পথ পৰিবহনৰ তুলনাত জল পৰিবহনৰ গুৰুত্ব অধিক। নদলা বজাৰৰ প্ৰাচীন



অৱস্থানেও এই কথাকে সোঁৱৰায়। জানিব পোৱা মতে নদলা বজাৰখন প্ৰথমাৱস্থাত বৰ্তমানৰ স্থানৰ পৰা প্ৰায় এক কিঃমিঃ পশ্চিমত, আমনি আৰু নদলা গাওঁৰ সীমাৰে বৈ যোৱা বুঢ়াদিয়া নদীৰ পাৰতহে আছিল যিখিনি ঠাইক কোনো বিশেষ ৰাজহুৱা



স্পৰ্শ কৰিব পৰা নাছিল। ১৯৩০ চনকত বিশেষকৈ আহল-বহল ঠাইৰ অভাৱৰ লগতে ভাল ৰাস্তা-ঘাট আৰু অন্যান্য সা-সুবিধাৰ পৰিপ্ৰেক্ষিতত বজাৰখন বৰ্তমানৰ স্থানলৈ স্থানান্তৰিত কৰা হৈছে। নদলা গাওঁৰ সমিপতে প্ৰথমে গঢ়লৈ উঠা হেতুকে সম্ভৱতঃ এইখন বজাৰক নদলা বজাৰ বুলি নামাকৰণ কৰা হৈছিল। প্ৰথমে বজাৰ থকা হেতুকে আজিও বুঢ়া-মেঠা লোকসকলৰ মুখত সেই ঠাইখিনিক 'পুৰাণ হাটখোলা' বুলিহে কোৱা শুনা যায়। ভাল ৰাস্তা-ঘাট তথা গাড়ী-মটৰৰ চলাচল তেনেই সীমাবদ্ধ হোৱাৰ বাবে প্ৰথমাৱস্থাত খুঢ়াদিয়া নৈখনকে বজাৰলৈ মাল-বস্তু সৰবৰাহ কৰাৰ মুল মাধ্যম হিচাবে ব্যৱহাৰ কৰা হৈছিল। জলপথৰ সুব্যৱস্থাৰ বাবেই তেতিয়াৰ দিনত হৰপেটা, পাটবাউসী, কয়াকুছি, বাগুদি, মাটিখোৱা, বৈঠাভাঙা, এৰা, বামুন্দি, নেউলাভিঠা আদি ঠাইবোৰৰ পৰা বেপাৰীসকলে গাখীৰ পৰা আৰম্ভ কৰি দৈ, মাখন, চানা, খেৰ-ইকৰা, মাটিৰ বাচন, ৰনৰীয়া চৰাই, হাঁহ আদি নানা প্ৰকাৰৰ সা-সামগ্ৰীৰে পৰিপূৰ্ণ, কমেও ৫০/৬০ খন পালতৰা নাওঁ বজাৰৰ আগদিনাই শিৱালয়ৰ ঘাটত চপাইছিলহি। বজাৰত সেইবোৰ সামগ্ৰী বিক্ৰী কৰি উভটিবৰ সময়ত বেপাৰৰ উদ্দেশ্যে তেওঁলোকে বিশেষকৈ ধান-চাউল, পান-তামোল, কল-নাৰিকল, কঠাল-আম, খোৱা খাদ্য, কাপোৰ-কানি, ঔষধ-পাতি, বাঁহ-বেতৰ সামগ্ৰী ক্ৰয় কৰি বজাৰৰ দিনাখন আবেলি উভটি গৈছিল।

আনহাতে নৈৰপাৰৰ ঠাইবোৰৰ বাহিৰে অন্যান্য অঞ্চলৰ পৰা গৰু-ম'হৰ গাড়ীৰ উপৰিও ভাৰবান্ধি বয়বস্তু বজাৰলৈ কঢ়িয়াই আনিবলগীয়া হৈছিল। সেয়েহে ওচৰৰ গাওঁবোৰৰ কথা বাদেই দূৰ-দূৰণিৰ ঠাইবোৰৰ পৰা বজাৰৰ দিনাখন ৰাতি পোহৰ নোহোৱাৰ পৰা কান্ধত ভাৰ লৈ মানুহ নদলা বজাৰলৈ ৰাওনা হৈছিল। বিশেষকৈ কাপলা-বৰবিলা, টাপা, ঘোৰাথাল, শোলমাৰা, ঠুটিকাটা, বৰ্ণিবাৰ পৰা মাছ-কাচৰ ভাৰ আমৃখোৱা, চিনাদি, হেলচা, হাৰিঘাটাৰ পৰা দি-মাখনৰ ভাৰ; পথুৰা, লখোপুৰ, চৰাবড়ি, বৰপিত, মাকৰাপাৰ, বালি, পহলংপাৰা, মুলাৰকুছি, শিয়ালমাৰী আদিৰ পৰা নানাবিধ শাক-পাচলিৰ মেতমৰা ভাৰলৈ শাৰী পাতি মানুহবোৰে বস্তু বেচিবলৈ বজাৰলৈ অহাৰ অপূৰ্ব দৃশ্যও সময়ৰ সোঁতত বিলীন হৈ পৰিছে। ১৯৭০ চন মানলৈকে নদলা বজাৰৰ এই দৃশ্যই বিশেষ প্ৰাধান্যতা লাভ কৰিছিল। কিন্তু সময়ৰ পৰিবৰ্তনৰ লগে





লগে প্ৰাকৃতিক তথা মানুহে সৃষ্টি কৰা নানাবিধ কাৰ্যৰ পৰিপ্ৰেক্ষিতত নদলা বজাৰলৈ অহা ক্ৰেতা আৰু বিক্ৰেতাসকলে আধুনিক যান্ত্ৰিক যুগৰ গতিধাৰাৰ ফালে ধাৱমান হ'বলৈ বাধ্য হৈ পৰিছে। আনহাতে বুঢ়াদিয়া নদীৰ গভীৰতা একেবাৰে হ্ৰাস হৈ পৰাৰ বাবে আজিকালি নদীৰে নাও চলাচলও বন্ধ হৈ পৰিছে। ফলস্বৰূপে নানাবিধ যান-বাহনৰ মাধ্যমেৰে দূৰ-দূৰণিৰ পৰা নদলা বজাৰলৈ যিদৰে বেপাৰী আৰু বয়-বস্তুৰ আগমন ঘটিছে তেনেদৰে এইখন বজাৰৰ পৰা নানাবিধ সামগ্ৰী বিভিন্ন বজাৰলৈ প্ৰত্যাবৰ্তন ঘটিছে। সাম্প্ৰতিক কালত নদলা বজাৰৰ অন্য এক পৰিবৰ্তন হৈছে আজিকালি উত্তৰাঞ্চলৰ ৰৰমা, খাৰুৱা, পাখামাৰা, ধমধমা, মুছলপুৰ, নিকাচি, ডুমনী, শিংৰা আদিৰ পৰা যথেষ্ট সংখ্যক বেপাৰীয়ে শাক-পাচলিৰ লগতে কল, কচু, বাৰিষাৰ ৰঙালাও, ভাতকেৰেলা, তামোল-পাণ, হালধি-আদা আদি সামগ্ৰীবোৰ চাইকেলৰ মাধ্যমেৰে নদলা বজাৰত সৰবৰাহ কৰে।

বজাৰ এখনৰ আকাৰ আৰু আয়তন সেই অঞ্চলৰ জনবসতিৰ ঘনত্ব আৰু পৃষ্ঠপোষকতা কৰা অঞ্চলটোত উৎপাদিত (কৃষিজাত) সামগ্ৰীৰ ওপৰত যথেষ্ট নিৰ্ভৰশীল। এই ক্ষেত্ৰত নদলা বজাৰক পৃষ্ঠপোষকতা কৰা অঞ্চলটোৰ জনবসতিৰ ঘনত্ব যিদৰে যথেষ্ট ঘন, কৃষিৰ ক্ষেত্ৰটো তেনেদৰে উন্নত। সেয়েহে বজাৰত মানুহৰ সমাগম যিদৰে সদায়ে যথেষ্ট বেছি তেনেদৰে বিক্ৰীৰ বাবে অনা মাল-বস্তুও উভৈনদী। নদলা এক ঐতিহ্যমণ্ডিত বজাৰ। বজাৰখনৰ স্বকীয় বিশেষত্বৰ বাবে চামতা আৰু ইয়াৰ ওচৰ-চুবুৰীয়া গাওঁৰ মানুহৰ মনত নদলা বজাৰৰ প্ৰতি এক স্বাভাৱিক দুৰ্বলতা আছে। বিশেষকৈ উৎপাদনকাৰীসকলে বজাৰলৈ বিক্ৰীৰ বাবে অনা শাক-পাচলি, দৈ-মাখন, মাছ-মাংস, ফল-মূল, পাণ-তামোলৰ গুণগত মানদণ্ড অতি উত্তম বুলি দূৰণিৰ মানুহেও জানে। এই বিশেষত্বৰ বাবে অঞ্চলটোৰ সকলোবিলাক মানুহে বিশেষকৈ চাকৰিজীৱিসকলে সুবিধা পালেই নদলা বজাৰলৈ আহি সপ্তাহৰ বাবে একেলগে মোনা ভৰাই বজাৰ কৰিবলৈ হেপাহ কৰে। চামতাৰ ওচৰ-চুবুৰীয়া



অঞ্চলৰ বেলশৰ, বৰ্ণিবাৰী, শোলমাৰা, মাখিবাহা, কৈঠালকুছি, নৰ্দি আদিত এনেকুৱা দ্বি-সাপ্তাহিক বজাৰ বহে যদিও নদলাৰ তুলনাত এইবোৰ তেনেই নিষ্প্ৰভ। আধুনিক যান্ত্ৰিক তথা পথ-পৰিবহনৰ উন্নতিয়ে বেপাৰীসকলে দূৰণিৰ পৰা (বৰপেটাৰোড,



বিজুলী, সৰভোগ, খাৰুপেটীয়া, গুৱাহাটী, শ্বিলং আদি) গাড়ীয়ে গাড়ীয়ে শাক-পাচলিৰ লগতে চালানি মাছ, কণীৰ সৰবৰাহে নদলা বজাৰৰ সা-সামগ্ৰীৰ গুণগত মানদণ্ড হ্ৰাস কৰাৰ লগতে এইবোৰৰ উভৈনদীয়ে স্থানীয় শাক-পাছলি, মাছ-কাছ আজিকালি প্ৰত্যক্ষভাৱে নগৰৰ বজাৰলৈ চালান দিয়াৰ ব্যৱস্থা কৰা হৈছে। এই ব্যৱস্থাই মধ্যভোগী এচামক লাভৱান কৰিছে যদিও উৎপাদনকাৰী আৰু উপভোক্তাক কিছু ক্ষেত্ৰত বঞ্চিতও কৰিছে।

দ্বি-সাপ্তাহিক নদলা বজাৰৰ আভ্যন্তৰিণ গঠনো যথেষ্ট মন কৰিবলগীয়া। বজাৰখনত স্থায়ী আৰু অস্থায়ী দুয়োপ্ৰকাৰৰ দোকান আছে। স্থায়ী দোকানবোৰ প্ৰধানকৈ চামতা-কৈঠালকুছি ৰাস্তাৰ কাষত অৱস্থিত। এই দোকানবোৰ প্ৰতিদিনে খোলা থাকে। আনহাতে অস্থায়ী দোকান-পোহাৰবোৰৰ ক্ষেত্ৰত একো একোবিধ সামগ্ৰী নিৰ্দিষ্ট একো একোটা অঞ্চলত সীমাবদ্ধ থকা দেখা যায়। বিশেষকৈ দৈ-মাখন, মাছ-মাংস, চুলিকটা, মাটিৰ সাজ-বাচন, পাণ-তামোল, ধান-চাউল, কল, খেৰ, কাপোৰ-কানি, গেলামাল, বাঁহ-বেতৰ সামগ্ৰী, আঁচবাব আদিৰ অস্থায়ী দোকানবোৰ উল্লেখযোগ্য। তেনেদৰে বজাৰত একো একোটা নিৰ্দিষ্ট অঞ্চলৰ মানুহে বিশেষ স্থান কিছুমানতহে বস্তু বেচিবলৈ লয়। উদাহৰণস্বৰূপে বজাৰৰ নদীপাৰৰ শাৰীত পখুৰা, লখোপুৰ, কঠলা, আমনি অঞ্চলৰ; বজাৰৰ উত্তৰাংশত নদলা, গামাৰিমূৰী, সাহপুৰ, বৰপিত, মাকৰাপাৰ, সনোৰা, নাকেৰবাৰী, বালি, গোবৰাদল আদি অঞ্চলৰ; পূবৰ শাৰীত পহলংপাৰা, কুলবিল, মুলাৰকুছি অঞ্চলৰ আৰু উত্তৰৰ মছলপুৰ, নিকাছি, পাখামাৰা আদিৰ লোকসকলে পকী পথৰ দুয়োকাষে বস্তু বেচা দেখা যায়। নদলা বজাৰৰ আন এক গুৰুত্বপূৰ্ণ বৈশিষ্ট্য হ'ল ইমান জনবহুল এইখন বজাৰত আজিলৈকে কোনো মাৰোৱাৰী বেপাৰীৰ প্ৰবেশ ঘটা নাই। তেনেদৰে স্থানীয় প্ৰশাসনৰ পৰাও বজাৰত কোনো প্ৰকাৰৰ কৰৰ ব্যৱস্থা নকৰাটোও এক গুৰুত্বপূৰ্ণ কথা।

অতিকৈ ঘন জনবসতি আৰু কৃষিপ্ৰধান অঞ্চলৰ অন্তৰ্গত হোৱাৰ পৰিপ্ৰেক্ষিতত নদলাৰ বুধবৰীয়া আৰু শনিবৰীয়া বজাৰত সমাগম হোৱা লোকসংখ্যা আৰু মাল-বস্তুৰ পৰিমান যথেষ্ট। সাধাৰণতে বজাৰৰ চৌপাষৰ গাওঁৰ কৃষিজীৱি লোকসকল বজাৰলৈ অহাটো এক নৈমিত্তিক কাৰ্য্য। তথাপিও সময়





সাপেক্ষে বজাৰত মানুহ আৰু বয়বস্তুৰ পৰিমাণ কিছু হ্ৰাস হোৱা পৰিলক্ষিত হয়। বিশেষকৈ বাৰিষাৰ খেতিৰ সময়ত আৰু শীতকালৰ শালিখেতি চপোৱাৰ বতৰত মানুহৰ সমাগম তেনেই কম হয়। আনহাতে অফিচ-কাচাৰি বন্ধৰ দিনৰ বজাৰত মানুহৰ সমাগম যথেষ্ট বাঢ়ে। ইয়াৰ উপৰিও অঞ্চলটোত পালন কৰা উৎসৱ-পাৰ্বনৰ সময়তো বজাৰত মানুহ আৰু সামগ্ৰীৰ পৰিমাণ বহুত বৃদ্ধি পায়। এই ক্ষেত্ৰত মাঘবিহু, বহাগবিহু, দুৰ্গা পূজা, সৰস্বতী পূজা, ঈদ আৰু বিয়া-সবাহৰ দিনবোৰৰ কথা উল্লেখযোগ্য। বিশেষকৈ মাঘ বিহুৰ উৰুকাৰ বজাৰ নদলা বজাৰৰ এক বিশেষ দিন। উল্লেখযোগ্য যে মাঘ বিহুৰ উৰুকাৰ দিনটো শনিবাৰ বা বুধবাৰ নহলেও নদলাত গুৰুত্বপূৰ্ণ বজাৰ বহাটো এক প্ৰাচীন সিদ্ধান্ত। পূৰ্বতে এই বজাৰৰ জাননী ঢোলপিটি জনোৱা হৈছিল যদিও আজিকালি এনেকুৱা জাননীৰ প্ৰয়োজন কোনেও অনুভৱ নকৰে। বড়া চাউল, জহা চাউল, গাখীৰ, মাখন, মাছ-মাংস, মাহ-তিল, নাৰিকল, তামোল-পান আৰু নানা তৰহৰ স্থানীয় শাক-পাচলিৰে উভৈনদী হৈ পৰা নদলাত উৰুকাৰ বজাৰ কৰিবলৈ ওচৰ-চুবুৰীয়াৰ কথা বাদেই দূৰ দূৰণিৰ ঠাইবোৰৰ পৰাও মানুহৰ প্ৰবল সোঁত বয়। তেনেদৰে ৰাজহুৱা সভা-পূজা আদিৰ উপৰিও বিয়াবাৰুৰ বজাৰ কৰাৰ উদ্দেশ্যেও বহু দূৰৰ গাওঁৰ পৰা মানুহ নদলা বজাৰলৈ আজিও আহিয়েই আছে। কিন্তু বৰ্তমান অৱস্থাত নদলা বজাৰত ঠাইৰ অভাৱ, ক্ৰেতা-বিক্ৰেতা আনকি ৰাস্তাৰে অহা-যোৱা কৰা অন্য মানুহেও অনুভৱ কৰিছে। তেনেদৰে বুঢ়াদিয়াৰ বানপানীৰ সময়তো বজাৰ বন্ধ কৰিবলগীয়া হয়।

তলৰ চিত্ৰত নদলা বজাৰলৈ কি কি বস্তু কোন কোন ঠাইৰ পৰা আহে আৰু কোন অঞ্চললৈ যায় তাৰ এক আভাষ দিয়া হ'ল।◀◀



# পশ্চিম নলবাৰী অঞ্চলৰ মুছলিম সমাজৰ সামাজিক পৰম্পৰা আৰু সাম্প্ৰদায়িক সম্প্ৰীতি

*এম. খায়েৰউল বছিৰ*

নলবাৰী জিলাৰ অন্তৰ্গত পশ্চিম নলবাৰী অঞ্চল এটি বৃহৎ জনবসতিপূৰ্ণ অঞ্চল। এই অঞ্চলটি চাৰিখন মৌজাৰে পৰিবেষ্টিত। ধৰ্মপুৰ, ক্ষেত্ৰী ধৰ্মপুৰ, পকোৱা আৰু নতুন দেহৰ মৌজাৰ হিন্দু-মুছলমানৰ ই মিলন ক্ষেত্ৰ। ইয়াৰ পূবে নলবাৰী, পশ্চিমে সৰ্থেবাৰী, উত্তৰে বৰমা আৰু দক্ষিণে বৰক্ষেত্ৰী বিধানসভা সমষ্টি। এই অঞ্চলৰ সমূহীয়া উন্নয়নৰ কাম-কাজৰ বাবে চামতাত পশ্চিম নলবাৰী খণ্ড উন্নয়ন আৰু কৈঠালকুছিত মধুপুৰ খণ্ড উন্নয়ন বিষয়াৰ কাৰ্য্যালয় আছে। ইয়াৰোপৰি চামতাত বিদ্যুৎ সংমণ্ডলৰ কাৰ্য্যালয়, গড়কাপ্তানি বিভাগৰ কাৰ্য্যালয়, বেলশৰত কোষাগাৰ, জনস্বাস্থ্য সেৱাৰ কাৰ্য্যালয়, চামতা আৰু বানেকুছিত ৰাজহ চক্ৰৰ কাৰ্যালয় আৰু সকলো ঠাইতে প্ৰায় বেংক সেৱাৰ সুব্যৱস্থা হৈছে। স্বাস্থ্য সেৱাৰ ক্ষেত্ৰত চৰকাৰীভাৱে চিকিৎসালয়ৰ ভাল সুবিধা হৈছে। শিক্ষাৰ ক্ষেত্ৰটো প্ৰাথমিক পৰ্যায়ৰ পৰাই উচ্চ মাধ্যমিক; উচ্চতৰ মাধ্যমিক আৰু মহাবিদ্যালয় শিক্ষাৰ যথেষ্ট সুবিধা হৈছে। গ্ৰাম্য এলেকাৰ ই কৃষি প্ৰধান অঞ্চল।

গোটেই পশ্চিম নলবাৰী অঞ্চলক সামৰি ইয়াত বসবাস কৰি থকা ইছলামধৰ্মী লোকৰ সংখ্যা তেনেই নগণ্য নহয়। ইছলামধৰ্মী লোকক মুছলমান বোলে। আভিধানিক অৰ্থত বিশ্বস্ৰষ্টা মহান আল্লাহ, নবীসকল (প্ৰেৰীত দূত) আৰু ফিৰিষ্টা মহাপুৰুষ সকলক অন্তৰৰ নিভৃত কোণৰ পৰাই বিশ্বাসেৰে মানি আল্লাৰ পথত চলাটোৱে প্ৰকৃত মুছলমানৰ পৰিচয়। আমাৰ প্ৰিয়নবী হজৰত মহম্মদ (দঃ)য়ে মানুহক মানবপ্ৰেমী, সমাজৰ হিতকাৰী, প্ৰকৃতি জগতৰ প্ৰতি দায়বদ্ধ হৈ মানব চৰিত্ৰ গঢ়ি তোলাটোৱেই মুলতঃ বিচাৰিছিল। বিশ্বনবী হজৰত মহম্মদ





(দঃ)য়ে মানৱ সমাজৰ কল্যাণৰ হেতু যথেষ্ট আৰ্হি, উপদেশৰ চানেকী আমালৈ এৰি থৈ গৈছে। আটাইৰে সদিচ্ছাৰ মনোভাব এই ক্ষেত্ৰত অতি আৱশ্যক।

হিন্দু প্ৰধান অঞ্চল পশ্চিম নলবাৰী। সেয়েহে ইয়াৰ মুছলিম সমাজৰ লোকাচাৰ আৰু পৰম্পৰাবোৰত তেওঁলোকৰ প্ৰভাৱ আছে। পশ্চিম নলবাৰী অঞ্চলৰ মুছলিম সমাজৰ সামাজিক পৰম্পৰাবোৰ ইছলামিক অনুষ্ঠানৰ লগত জড়িত যদিও ইয়াৰ লগত তাহানিৰ পৰাই চলি থকা কিছুমান আনুষঙ্গিক দিশ কিন্তু ধৰ্মীয় দিশত পাবলৈ নাই। ই কম বেছি পৰিমাণে আজিও মুছলিম সমাজত চলি থকা দেখা যায়। সামগ্ৰীকভাৱে সমাজ এখনৰ সমাজিক পৰম্পৰাবোৰ মানৱ জীৱনৰ জন্মৰ পৰা মৃত্যুলৈকে বান্ধ খাই থাকে। জীৱশ্ৰেষ্ঠ মানুহেই সমাজ গঢ়ে। সমাজ এখনত বসবাস কৰি থকা (নিজ গোত্ৰৰ বাহিৰত) মানুহৰ পৰিয়ালৰ উপযুক্ত বয়সৰ লৰা-ছোৱালীৰ মিলন ঘটাই যুগ্মজীৱনৰ পাতনি মেলিবলৈ মুছলমান সমাজত (নিকাহ) বিবাহ কাৰ্য্য সম্পন্ন কৰাৰ নিয়ম আছে। এই ব্যৱস্থাই দুখন ঘৰৰ মাজত যোগসূত্ৰ স্থাপন কৰাত সহায় কৰে। পৰম্পৰা অনুসৰি বিবাহৰ বাবে দিন-বাৰ থিক হ'লে বিয়াৰ কেইদিনমান আগতে ল'ৰা আৰু ছোৱালীৰ ঘৰত ওচৰ-চুবুৰীয়াৰ সহায়ত ঢেঁকীত চিৰা বা চাউলৰ গুড়ি সান্দহ খুন্দে। এই প্ৰথাক বিয়াৰ যাত্ৰা কৰা নিয়ম বুলি আজিও চলি আছে। এইখিনিতে মহিলাখিনিয়ে দুই এফাঁকি গীতো জুৰা দেখা যায়। উদাহৰণস্বৰূপে তলৰ যাত্ৰাৰ গীতটিলৈ আঙুলিয়াব পাৰি—

"ঢেঁকীৰে আগতে ঘুগুৰা কুলাৰ আগতে
মৈৰাই পেখম ধৰে,
বহি বাঢ়ায়ে কুনাই,
বহি বাঢ়ায়ে কুনাই,
বহি বাঢ়ায়ে বউখা ৰজাৰ বেটি
থিয় দি গৰকে কুনাই থিয়ই ৰজাৰ বেটি" ইত্যাদি।

বিয়াৰ আগদিনা দৰা ঘৰৰ মানুহে কইনাৰ ঘৰলৈ বিভিন্ন আ-অলংকাৰ, সা-সামগ্ৰী, তামোল-পান, নাৰিকল, মাছ, গাখীৰ আদি বস্তুবোৰ তেলৰ ভাৰ হিচাবে (জোৰোন) নিয়ে আৰু আৱশ্যকীয়খিনি দৰাঘৰেই কইনাক পিন্ধাই জা-জলপান খাই উলটি যায়। তেলৰ ভাৰত গোৱা গীত এনেদৰে শুনা যায়—





"মহাল মহাল, বুলিয়ে বাজাই কাৰ ডাক্কো
কুনখানে মহাল, বিবিৰ দেখো
যাৰে নওলাই দেখোয়ে
বেলে, বকুলে,.মেলে, পানচো,
গেৰিমাৰি কোবাৰে আপনাৰ শাহয়েক", ইত্যাদি।

ইয়াৰ পিছদিনা বিয়াৰ দিন। দৰা-কইনাৰ ঘৰত বিয়াৰ দিনা চোতালত কলগছৰ পাতৰ চামিয়ানা দিয়াৰ এটি নিয়ম আছিল। আজিকালি নানা কাৰণত ই লোপ পাইছে। দিনৰ ভাগতে বিয়া শেষ হৈছিল। এই নিয়মো এতিয়া দেখা নাযায়। মুছলমানৰ পৰম্পৰা মতে বিয়া (নিকাহ) কাৰ্য্য সম্পাদন কৰিবলৈ দৰাৰ পক্ষই এজন উকীল নিৰ্বাচন কৰি উভয়পক্ষৰ একোজন সাক্ষী দিয়ে। উকীলজনে সাক্ষী সৈতে দৰাৰ অনুমতি সাপেক্ষে কইনাৰ ওচৰলৈ গৈ কইনাই নিৰ্দ্ধাৰণ কৰি দিয়া 'মহৰ' দৰাৰ ওচৰলৈ আহি জ্ঞাত কৰায়। দৰাই ইয়াত সম্মতি জনালে উকীলে কথাখিনি ৰাজহুৱা কৰি দিয়ে আৰু নিৰ্দিষ্ট মৌলবীৰ পৰিচালনাত বিয়া সম্পন্ন হয়।

উল্লেখ নকৰিলে ভুল হ'ব যে নবী চাহাবসকলে দেখুৱাই যোৱা বিয়াৰ আন এটি 'চুন্নতি' ব্যৱস্থা আজিও আমাৰ সমাজত চলি আছে। এই প্ৰথামতে আৰ্থিক দিশত সাধাৰণ লোকৰ যথেষ্ট উপকাৰ হয়। ইয়াত বৰ বেছি ধুমধাম নহয়। সাধাৰণতে দৰাঘৰে কইনা নিৰ্বাচন কৰি কম সংখ্যক মানুহ কইনাৰ ঘৰলৈ আহি মছজিদ বা কইনাৰ ঘৰত একে নিয়মত বিয়া সম্পন্ন কৰে। আলোচনা মৰ্মে কইনা সিদিনা নগৈ পিছত নিয়াৰো নিয়ম আছে।

বিয়াৰ দিনা দৰা-কইনাক তেল দিয়া নিয়ম বৰ্তমানেও চলি আছে। এইসময়ত দৰা-কইনাক চামিয়ানাৰ সোঁমাজত ওখ পীৰাত বহুৱাই দুই এবাৰ তেল দিয়ে আৰু তলৰ গীত আদি গোৱা দেখা যায়—

ঘৰৰ পেৰাই ওলাই পুতা
সূৰুয দেখিলা
সূৰুযমুৱা পুতায়ে
আশা, চ'ৰে ফুলোঁ।

আৰৌ—



চেনি চেনি বৰো চেনি
দিয়া চেনি আশীৰ্বাদো



আশীৰ্বাদো দিলি কি ফল হ'ব
ধনে জনে গিৰি বা হ'ব
আশা সেন্দুৰে দিনকাল যাব....। ইত্যাদি।

ন-কইনাক দৰাই, দৰাৰ ঘৰলৈ অনাৰ দিনা ঘৰখন মাইকী মানুহে দুৱাৰ মুখত দৰা-কইনাক বহিব দি একলহ পানীত এটা সোণৰ আঙুঠি থৈ চাব দি প্ৰশ্ন কৰে। কি পালা? সোণা ৰূপা পোৱা বুলি কৈ দৰা-কইনা ভিতৰলৈ যায়। ইয়াৰ পিছত দৰা-কইনাই ঘৰৰ ভিতৰত কঠ-চাৰিত বহি লয় আৰু কইনাই আহোঁতে কাঁহৰ বাটিত অনা দৈ-চিৰা-সান্দহৰ গুৰিখিনি দৰাই কেঁএজা আঙুলিৰে দুভাগ কৰে। ইয়াৰে এটা ভাগৰ প্ৰথম অংশৰ পৰা প্ৰথমে দৰাই তিনি চিম্‌টা শুঙি পেলাই দিয়াৰ পিছত বাকী অংশৰ পৰা ন-কইনাইও তেনে কৰে। এই পৰ্‌মাণ সলোৱা নিয়ম আজিও প্ৰচলিত হৈ আছে।

পৰ্‌মাণ সলোৱাৰ পিছত দৰাৰ বৌয়েক বা আন তেনে সম্বন্ধৰ মাইকী মানুহে জালুক গুৰি কৰি চোবাই উভয়ৰে কাণত তিনিবাৰকৈ থুৱাই কয়—

শাহুআই মতিলে টুপটুপকৈ শুনিবি,
শহুৰেও মাতিলে টুপটুপকৈ শুনিবি।

এনেদৰে কিছুমান নিয়মৰ মাজেৰে ন-কইনাক ঘৰখনে আদৰি লয়।

ন-কইনা গৰ্ভৱতী হ'লে মাকৰ ঘৰে পাঁচমাহৰপৰা ন মাহৰ ভিতৰত দৰা ঘৰলৈ বিধে বিধে খাদ্যসম্ভাৰ আনি 'জেউৰা' খুৱা প্ৰথা এতিয়াও সমাজখনত আছে। বিয়াত খীচা গীতবো কম-বেছি পৰিমাণে চুকে-কোণে প্ৰচলন হৈ থকা দেখা যায়—

ধিকো ধিকো বৰৰ বোৱাক
তেতোধিক জীৱন
আজিৰ দিনত বিলাব লাগে তই
গোটা তামোল পান।
গোটা-চালি সৰকি নপৰে
এখন কাটা তামোল
যিও এখন তামোল দিলি
থলু চালৰ পৈচাত
আন্ধৰে-মুন্ধৰে কামাৰ মাৰিলো
বৰৰ বোৱাকোৰ গালোত।



আকৌ—

হেৰ' ৰৱৰ বোৱাক,

হনুমান দাৰোকা,

টেপ-টেপকে নামাতপা

হনুমান দাৰোকা,

এ তই কৈ গেইছলি

হনুমান দাৰোকা

এ তোৰ দেওঁৰেৰ বিয়াত পাঁচখান মটাৰ আনিম বুলি

হনুমান দাৰোকা

টেপ্‌টেপ্‌কে নামাতপা

হনুমান দাৰোকা। ইত্যাদি।

যুগ্ম জীৱনৰ সাক্ষী হিচাবে মাকৰ বুকুলৈ অহা সন্তান ভূমিষ্ঠ হোৱাৰ লগে লগে (জীৱিত) ল'ৰা হ'লে বাওকাণত আৰু শিশু কন্যা হ'লে সোকাণত আজান শুনোবাৰ প্ৰথা সমাজখনত চলি অহা দেখা যায়। মুছলমান পৰিয়ালত জন্ম পোৱা ল'ৰা-ছোৱালীৰ ক্ষেত্ৰত মাক-দেউতাকৰ অৱস্থা যদি টনকীয়াল হয়, তেতিয়া হ'লে ল'ৰা-ছোৱালীৰ নামত আকিকা কৰা নিয়মো সমাজখনত চলি আছে। এই নিয়মত কমদিনৰ ভিতৰত কৰাটো উত্তম। আজিকালি অৱশ্যে বহু ডাঙৰলৈকে কৰাও দেখা যায়। ইছলামী প্ৰথামতে ল'ৰাৰ ক্ষেত্ৰত 'চুন্নত' (মুছলমানী কৰা) ব্যৱস্থা জৰুৰী। প্ৰায় তিনিবছৰৰ পৰাই এই ব্যৱস্থা গ্ৰহণ কৰা যায়। মুছলিম সমাজখনত এই নিয়মবোৰ চলি অহা পূৰ্ব্বাপৰ পৰম্পৰা।

জন্মিলে মৃত্যু আছেই। আমি জীৱশ্ৰেষ্ঠ মানুহেও এদিন মৃত্যুৰ পিয়লা পিবই লাগিব। মুছলমান সমাজখনত মানুহ মৰিলে কবৰস্থ কৰা হয়। কবৰস্থ কৰাৰ আগতে মৃতকক চিকুণকৈ গা-পা ধুৱাই শিশুৰ পৰা বৃদ্ধলৈ হ'লে তিনিখন নতুন কাপোৰ পিন্ধায় আৰু শিশুকন্যাৰ পৰা বৃদ্ধালৈ হ'লে পাঁচখন কাপোৰ পিন্ধাই দি এজন মৌলবীৰ নেতৃত্বত সমূহীয়া জানাজা নামাজেৰে কবৰস্থ কৰা হয়। ইয়াৰ পিছত মৃতকৰ পৰিয়ালত তিনি-চাৰি দিনমান ৰন্ধাবঢ়া বন্ধ থাকে আৰু ওচৰ-চুবুৰীয়া বা অঙহী-বঙহীয়ে খোৱা-লোৱাৰ আলপৈচান ধৰে। চাৰিদিন বা পাঁচদিনত সমূহীয়াভাৱে



(জিয়াৰৎ) কবৰৰ ওচৰলৈ গৈ বিশ্বস্রষ্টাৰ ওচৰত প্রার্থনা জনায়। মুছলিম সমাজখনত আত্মঘাটি হৈ মৃত্যু হোৱাজনৰ ক্ষেত্রত ইছলামী ৰীতি-নীতিত জানাজা বা আন কোনো ব্যৱস্থাৰ উল্লেখ নাই যদিও সেই পৰিয়ালৰ স্বাৰ্থত কিন্তু জানাজা বা জিয়াৰৎৰ ব্যৱস্থা চলি থকা দেখা যায়।

পৃথিৱীত বিভিন্ন জাতি আৰু ভাষাভাষী সম্প্রদায়ৰ লোকে পৰম্পৰা হিচাবে নিজা নিজা ধৰ্মৰ আচৰণ কৰাৰ লগতে উৎসৱ সমূহো পালন কৰি আহিছে। উৎসৱ সমূহ পালনৰ যোগেদি মানুহৰ শাৰীৰিক, মানসিক, আধ্যাত্মিক আৰু ভ্রাতৃত্ববোধৰ বিকাশ ঘটে।

মুছলিম সমাজখনত পৰম্পৰা অনুসৰি 'ঈদ' পালন কৰে। ঈদ দুটাৰ এটা হ'ল ঈদ-উল-ফিটৰ আৰু আনটো আনটো ঈদোজ্জহা। আৰবী বাৰমাহৰ ভিতৰত শ্রেষ্ঠ মাহ হ'ল ৰমজান। এই মাহত প্রত্যেক প্রাপ্তবয়স্ক মুছলমান নৰনাৰীৰ ক্ষেত্ৰত ৰমজান মাহৰ এমাহ ৰোজা ৰখাটো ফৰজ বা বাধ্যতামূলক কৰা হৈছে। এই মাহৰ এটি গুৰুত্বপূৰ্ণ দিশ হ'ল শবেকদৰ নামৰ ৰাতিটো। এই ৰাতিতেই মানৱৰ ইহকাল আৰু পৰকালৰ কল্যাণৰ বাবে হজৰত মহম্মদ (দঃ)ৰ ওপৰত অৱতীৰ্ণ হৈছিল পৱিত্ৰ কোৰাণ শৰিফ। পবিত্র এইমাহৰ অন্তত ঈদগাহসমূহত ঈদ-উল-ফিটৰৰ নামাজ পঢ়া যায়। অৱশ্যে ঈদৰ নামাজ পঢ়াৰ আগতে প্রতিজন মুছলমানে ১৬৩৩ গ্রাম ঘেহু বা তাৰ সমমূল্য দৰিদ্ৰজনক ফিৎৰা বা দান হিচাবে আদায় দিয়াটো ধৰ্মীয় দিশত বাধ্যতামূলক। এই ফিৎৰাই সামাজিক তথা আৰ্থিক বৈষম্য দূৰ কৰি ভ্রাতৃত্ববোধ আনি দিয়ে। ৰমজান মাহৰ ৰোজাই মানুহৰ পৈশাচিক শক্তিক পৰাভূত কৰি ধৈৰ্য, সংযম আৰু সহানুভূতিশীল মন এটিৰ সৃষ্টি কৰি এক সুস্থ সমাজ গঢ়াত সহায় কৰে।

আনহাতে আৰবী জিলহজ্জ মাহৰ ন বা দহ দিনৰ দিনা বিশ্বৰ মুছলিমবাসীয়ে ইদুজ্জোহা পালন কৰে। এই সময়তে মক্কাত মুছলমানে 'হজ্জ' সমাপন কৰে। ঈদ-উল-আজহাই আমাক আল্লাৰ সন্তুষ্টিৰ বাবে নিজৰ আটাইতকৈ মৰমৰ বস্তুক ত্যাগ কৰিব পৰা গুণৰ কথা শিকায়। এই ঈদত কোৰবাণী কৰা হয়। কোৰবাণীৰ মাংস আদি অণ্ডহী-বণ্ডহী আৰু দৰিদ্ৰ জনসাধাৰণৰ মাজত ভগাই দিয়া হয়। কোৰবাণী দিয়া জন্তুৰ চামৰা বিক্ৰী কৰি





মোক্তাৰ, মাদ্ৰাছা আৰু দুখীয়াজনৰ মাজত পোৱা মুল্যখিনি বিতৰণ কৰি দিয়া হয়। ইয়ে সমাজ এখনৰ আৰ্থিক বৈষম্য দূৰ কৰাত সহায় কৰে। কোৰবাণীৰ দ্বাৰা মানুহৰ মাজৰ লোভ, লালসা, হিংসা আৰু অহংকাৰ আদিক নিঃশেষ কৰাৰ শিক্ষাবোৰ আহৰণ কৰিব পাৰিলে নিশ্চয়কৈ দেশৰ-দহৰ কল্যাণৰ কথা বাৰুকৈ অনুভৱ কৰাৰ থল আছে।

ইয়াৰোপৰি ধৰ্মীয় পৰম্পৰাৰে পৰিপুষ্ট 'মহৰম' আৰু 'ফাতেহা-ই-দোৱাজ-দাহম' পৰ্বও এই অঞ্চলৰ মুছলিম সমাজখনৰ উপৰিওঅনুষ্ঠান-প্ৰতিষ্ঠান আদিত পালিত হৈ আহিছে। 'মহৰম' আৰবী প্ৰথম মাহ। অকল যে এই পৰ্বত হজৰত মহম্মদ (দঃ)ৰ প্ৰিয় নাতি হাচান হোচেনৰ মৃত্যুক লৈ প্ৰধানতঃ মহৰম পৰ্বৰ লক্ষ্য এনে নহয়। ইয়াত অনেক কথা জড়িত হৈ আছে। আৰবী প্ৰথম মাহ 'মহৰম'ৰ দহ তাৰিখে এই ধৰ্মীয় অনুষ্ঠান পালন কৰা হয়। এইদিনত ৰোজা ৰাখি দুখীয়া অনাথক সহায় কৰাটো এটা অঙ্গ। এটা দিনৰ ৰোজাৰ চোৱাব বছৰটোৰ সমতুল্যৰ দৰে জ্ঞান কৰা হয়। এই পৰ্বৰ তাৎপৰ্য্য গভীৰ। মহৰম মাহৰ দহ তাৰিখতে বিশ্ব সৃষ্টিৰ পাতনি বুলি জনা যায়। ইয়াৰোপৰি এই দিনতে নমৰুদ বাদছাহৰ জ্বলন্ত অগ্নিকুণ্ডৰ মাজৰ পৰা ইব্ৰাহিম (আঃ)য়ে মুক্তি, ইউনুছ (আঃ)য়ে মাছৰ পেটৰ পৰা মুক্তি, নুহ (আঃ)ৰ ভয়াবহ বানপানীৰ পৰা পৰিত্ৰাণ, আয়ুব (আঃ)ৰ ভয়ানক ৰোগৰ পৰা পৰিত্ৰাণ, মুছা (আঃ)ৰ বাবে ফেৰাউনৰ মৃত্যু, মুছা (আঃ)ৰ লগত আল্লাহৰ কথা-বতৰা আৰু মুছা (আঃ)ৰ ওপৰত 'তৌৰত' ধৰ্মপুথি নাজিল, ইউচুফ (আঃ)ৰ লগত আবুজান ইয়াকুব (আঃ)ৰ দৰ্শন, ইদ্ৰিছ (আঃ)ক স্বৰ্গলৈ নিয়াৰ উপৰিও এই দিনটোতে আল্লাহ তালাই 'আদাম' আৰু 'মাহাৱা'ই আৰাফৎ ময়দানত ভুলৰ বাবে ক্ষমা বিচাৰি কৰা আবেদনো কবুল কৰিছিল। এনেকুৱা ধৰণৰ আৰু অনেক কাহিনীয়ে এই দিনটোৰ তাৎপৰ্য্য বহন কৰি আছে। সেয়েহে এই দিনটোক উপলব্ধি কৰি আমাৰ সমাজখনত ধৰ্মীয় অনুষ্ঠান আদিৰ জৰিয়তে আজিও 'মহৰম' পালন কৰা হৈ আছে।



'ফাতিহা-ই-দোৱাজ-দাহাম' আন এটি উল্লেখযোগ্য পৰ্ব। শেষ, বিশ্বনবী হজৰত মহম্মদ (দঃ)ৰ আৰবী ৰবিউল আৱাল মাহৰ বাৰ তাৰিখত হোৱা জন্ম-মৃত্যুৰ আধাৰত এই



দিনটো পালিত হয়। এই দিনত নবীজনাৰ জীৱন-আদৰ্শৰ লগতে বিশ্বমানৱলৈ আগবঢ়াই থৈ যোৱা কৰ্মৰাজিৰ সৌৰকণ কৰা হয়। লগতে সেইজনা বিশ্বনবী (দঃ) ইছলাম ধৰ্মৰ প্ৰচাৰৰ হেতু কি শিকনি দি গৈছে সেইবিলাক ধৰ্মীয় নেতাসকলে এই সমাজখনক বুজাই দিয়ে আৰু বিশ্বমানৱৰ কল্যাণ, শান্তি-সম্প্ৰীতিৰ হকে সমূহীয়া প্ৰাৰ্থনা জনায়।

সমাজখনে ধৰ্মীয় দিশেৰে এইবোৰ পূৰ্বাপৰ চলি অহা পৰম্পৰা ৰক্ষা কৰি সমাজ ব্যৱস্থাত খাপ খুৱাই থাকিলেও আন কেতবোৰ মন কৰিবলগীয়া।

কাতি-আঘোণ মাহত পথাৰৰ পৰা ন-ধান চপাই, নখোৱা, আঘোণত মহোহো খেদা, নৱজাতকৰ অপায়-অমঙ্গল নোহোৱাৰ বাবে জৰা-ফুকা, তাবিজ দিয়া হয়। সৰু-ডাঙৰৰ ক্ষেত্ৰটো কিছুমান উপসৰ্গৰ বাবে আদাজাৰি খুওৱা, পানী জাৰি খুওৱা, তেলজাৰি দিয়া আদি লোকাচাৰসমূহ বিশ্বাস-অবিশ্বাসৰ মাজেৰে বৰ্তমান।

ইছলাম ধৰ্মৰ সংস্কৃতি মছজিদকেন্দ্ৰিক। ইয়াৰ বাবেই প্ৰাৰম্ভিক পৰ্যায়ত ধৰ্মীয় দিশৰ জ্ঞান আহৰণ বাবে মোক্তাৱ মাদ্ৰাছাসমূহৰ স্থান আগত।

পশ্চিম নলবাৰী অঞ্চলৰ হিন্দু-মুছলিমৰ সম্প্ৰীতি মন কৰিবলগীয়া। ইয়াত পালিত ধৰ্মীয় অনুষ্ঠানসমূহৰ উপৰিও বিহু আদিত সমজুৱাভাবে আন সম্প্ৰদায়ৰ লোকেও অংশ গ্ৰহণ কৰি সংহতিৰ চানেকি দাঙি ধৰি আছে। হিন্দু প্ৰধান অঞ্চলত মুছলিম গাওঁবোৰো লগালগিকৈ থকা। ধৰ্মীয় দিশত কোনো গোড়ামি নাই। উভয়ে নিজা নিজা ধৰ্ম অতি নিষ্ঠাৰে পালন কৰি আহিছে। ইয়াত ইজনে সিজনৰ আবেগ-অনুভূতিক সম্মান জনাই আহিছে।

যিহেতু বুৰঞ্জীয়ে দিয়া সাক্ষীমতে আমি এক জনগোষ্ঠীৰে, সেয়েহে বহু ক্ষেত্ৰত আমাৰ সংস্কৃতিও একে। হিন্দু-মুছলমানৰ মিলনক্ষেত্ৰ এই বৃহৎ অঞ্চল। কোনো দিনে কোনো ধৰণৰ সাম্প্ৰদায়িক সংঘৰ্ষ ইয়াত হোৱাৰ নজিৰ নাই আৰু ভৱিষ্যতলৈও নহ'ব। সেয়েহে থোৰতে ক'ব পাৰি যে এই অঞ্চলৰ শান্তি-সম্প্ৰীতিৰ এনাজৰীডাল যাতে আৰু সুদৃঢ় হৈ নৱপ্ৰজন্মক ইয়াৰ আদৰ্শেৰে উদ্বুদ্ধ কৰে তাকেই ভগৱান/আল্লাৰ ওচৰত মাগিছোঁ।



# বিষ্ণু ৰাভা

## আজি জালিকটা ৰ'দ তোমাৰ ছবিত

বিৰিঞ্চি ভট্টাচাৰ্য্য

বিষ্ণু ৰাভা
মাটিৰে সাজি দিওঁ
যদি তোমাৰ মূৰ্তি
এতিয়াও কৰিবানে অভিনয়
বাণ মঞ্চত
অথবা নাচিবানে
শিৱৰ তাণ্ডৱ নৃত্য
বিশ্বভুৱন কঁপায়
বিষ্ণু ৰাভা
তুমি এদিন
য'ত ৰ'দ ৰুলা
তাত বসন্তই
কিমান যে ফুল ফুলালে
এতিয়াও যেন
ছটা ঋতুতে
স্বদেশৰ অৰঙে দৰঙে
ঘূৰি ফুৰিছা তুমি
এতিয়াও যেন
তোমাৰ পাছে পাছে
হাতত জোঁৰ লৈ
ৰণুৱা বনুৱাৰ
বিৰাট মিছিল
যি দেশত
এদিন তুমি ঘূৰ্ণী বতাহতো





আশাৰ ফুল ফুলা দেখিছিলা
সেই দেশত আজি
চৌদিশে পুৰতি পুৰাৰ গোন্ধ
আজি জন্মভূমিৰ
পিৰালিৰ ৰ'দ গৈ
তোমাৰ সমাধিত বহিছে
আজি তোমাৰ ফটোত
খৰিকাজাঁই ফুলৰ মালা
জীয়াই থাকোতে
শ্ৰদ্ধাই তোমাক
প্ৰতাৰণা কৰিলে এবেলা
জীযাই থাকোতে
শৰীৰত অনবৰতে
ঘামৰ গোন্ধ
আজি য'তেই
তোমাৰ সভা
তাতেই সুগন্ধি ধুপৰ গোন্ধ
বিষ্ণু ৰাভা
বাৰ মাহতেই
জাতিটোৱে তোমাৰ সমাধিলৈ গৈ
বিষ্ণু ককাইদেউ
শান্তিৰে শুইছানে
বুলি মাতিলে
কি ক্ষতি হয়
বিশ জুনত আদৰ
এঁকৈশ জুনত অনাদৰ
আমাৰ এনে কাণ্ড দেখি
সপ্তৰ্ষিমণ্ডলেও
খিলখিলায় হাঁহে।



# সেই দিনটোলৈ মনত পৰিছে, বিষ্ণু ৰাভা

সমীৰ তাঁতী

সেই দিনটোলৈ মনত পৰিছে
সিদিনাও আছিল ৰাতি
সাৰে আছিলা তুমি
সাৰে আছিল পৃথিৱী
অনন্তকালৰ যন্ত্ৰণাৰ কথা ভাবি
বৰষুণে নিচুকাই আছিল
ৰ'দে ডেই যোৱা মাটিক
বৰষুণ মানে
চিফুঙৰ পৰা নিগৰি অহা
ৰিমঝিম সুৰ
খেতিয়কবোৰে চকুপানী মিহলাই
পান কৰিছিল ৰাতিত
সিদিনা, সেই ৰাতিয়েই
কঁকালত শিকলি পিন্ধি
লিখিছিলা তুমি বুকুৰ তেজেৰে
পোহৰ হ'ব পোহৰ হ'ব
পোহৰ হ'ব এদিন আইৰ মুখ
আই মোৰ জনমদুখুনী অসম
বস্তিৰ বনুৱাবোৰে টোপনিতে দেখিছিল
উদাসীন শিৱক
আমাৰ আদিম খেতিয়ক পিতা
তুমিযে কৈছিলা দিহিঙে-দিপাঙে
ফুলি উঠিব ফুল সফলতাৰ
বিফলতাৰ বাগিচাত





তাক্কে শুনি
বৈ আছে বাটে বাটে
আমাৰ আইদেউইঁতে
গুলগনি গছৰ দৰে
তোমাক পঢ়িব হেনো
দাছ-কেপিটেলৰ শেষ পৃষ্ঠাত
আৰু মই এই উজাগৰী ৰাতি
লিখি আছোঁ কমৰেড
তোমাৰ তেজে-ঘামে তিতা
কাৰাগাৰৰ কাব্যগাঁথা
মইতো তোমাৰ প্ৰেমৰ পথাৰত
গজি উঠা
ৰূপান্তৰৰ এধানি বীজ
শদিয়াৰ পৰা ধুবুৰীলৈ
ঘৰে ঘৰে জ্বলি থকা চাকিৰ
সপোন-শলিতা
য'ত শিব আৰু পাৰ্বতী
একাকাৰ
পোহৰাই তোলে নিতে হিয়া
আগত দিনৰ বাবে
শইচ-গুৰনি দোকমোকালিৰ বাবে
তুমিযে কৈছিলা
জয় হ'ব আমাৰ জয়
মৃত্যুৰ পৰাজয়।◀◀



# ছাইৰেণ বাজে

**বিজয় শংকৰ বৰ্মন**

বিহামপুৰৰ ফালে ছাইৰেণ বাজে
বেলশৰৰ ফালে ছাইৰেণ বাজে
পিপলিবাৰীৰ ফালে ছাইৰেণ বাজে
শোলমাৰাৰ ফালে ছাইৰেণ বাজে

ছাইৰেণ বাজে ছাইৰেণ বাজে ছাইৰেণ বাজে

আৰু চৌমুখাৰ পথাৰৰ পৰা
কালগুৰু আশ্ৰমৰ পৰা
আমাৰ পকী চোতালবোৰৰ পৰা
আমাৰ বিক্ষত বুকুবোৰৰ পৰা
জাক জাক শিয়ালে
একেলগে হোৰা দিয়ে

পানী বাঢ়ে
পানী বাঢ়ে বৃদ্ধ বুঢ়াদিয়াৰ
হীৰাপাৰাৰ চাকবোৰত
ৰৈ ৰৈ সময় এঙাৰ হয
পানীযে সিন্ধি খান্দে নদলা হাটত
পানীযে চুৰ কৰি নিব খোজে নদলা হাটক
পেটত হাত ভৰি লুকায
কোঙা হৈ আহে নদলা হাট

ছাইৰেণ ছাইৰেণ
শিযাল শিযাল
ছাইৰেণ শিযাল শিয়াল ছাইৰেণ



পকা সূৰুযে সিংহাসন পাতে



পূৰ্ণিৰ ফালৰপৰা
পানী কাটি কাটি উজায
ছৈ দিয়া নাও
নাৱৰ পৰা
ঘাটৰ পৰা
কোনে ৰিঙিযায

মোৰ নাৱৰ ভৰসা নাই
মোৰ নাৱৰ ভৰসা নাই
বোলো তই ঠিকেই আছনে ভযাই

আছো নে
আমি আছো নে ঠিকেই
কাক সোধো

ছাইৰেণ বাজে
চমকি উঠে ধাৰাল চুৰী
ভাটিযালী ছিৰাছিৰ হয
ভাটিযালীৰ তেজবোৰ পানীত বিযপি
আন্ধাৰ হয

ৰজাৰ ঘাটত ৰাতি ৰাতি
মৃগপহু চৰে
পৰীয়াই পৰ দিযে
নোটৰ গান্ধীযে চশমা খোলে
লাজত
আৰু
ছাইৰেণ বাজে



বৰষুণ পৰে
হৰহৰাই বৰষুণ পৰে
বিজুলীৰ পোহৰত



তোমাৰ ৰূপালী নাও
ছেঁ দিয়া নোৱাৰ নাও

যদি তোমাৰ এতিযাও টোপনি অহা নাই
ফেঁকুৰি আছা
অথচ কান্দিব পৰা নাই
জ্বলি উঠিছা
অথচ চিঞৰিব পৰা নাই
হে সম্রাট অশোক
কলিংগৰ জৰ্জৰ নায়ক
বন্দুকটো টোৱাই লোৱা
আৰু ট্ৰিগাৰ টিপা

চৌদিশৰ এই ছাইৰেণ
শিযালৰ এই বীভৎস আটাহ
আন কাৰো নহয

আমাৰ

ট্ৰিগাৰ টিপা
গুলী কৰা
মাথোঁ গুলী কৰা
তুমি

আমাক



টোকা ঃ সম্রাট অশোক— ধৰণী বৰ্মনৰ সুৰদেৱী থিযটাৰত বিষ্ণু ৰাভাই অশোকৰ নামভূমিকাত দুৰ্দান্ত অভিনয কৰিছিল ১৯৬৪ চনত।

# সৃষ্টি

দীলিপ চন্দ্ৰ বড়া

তোমাক বিচাৰি
কেতিয়া আহিম
কেনেকৈ জানিম
কেনেকৈ বাৰু
আকাশলৈ চাওঁ
তৰাহে দেখো
তৰাৰ চকুলো
ক'ত বাৰু

ঘৰখন শুৱনি
ঘৰখন বিচাৰি
ঘৰৰ পদুলি
তুলসীৰ তলত
এগছি চাকি
পোহৰাই তোলা
সপোন সপোন মোৰ দিনবোৰ
হেৰাই যায
চকুত কুঁৱলি
ৰামধেনুৰ ৰঙা
উৰুৱাই নিযে
মায়াৰ মাযাত
তোমাক নেদেখি
তুমি যদি
সাৰেই আছা
সাৰেই থাকা





তোমাৰ বাবেই
এবাৰ তোমাক
দেখাৰ বাবেই
ভুল হয়তো
হোৱাই নাই
তুমি ভবাৰ
তোমাক হেৰুওৱাৰ
পুনৰবাৰ
আৰু কেতিয়াবা
আজি যে
আহিব নোৱাৰো
নিজক নেদেখি।◀◀

# [redacted]ৰাভা তুমি মৃত্যুঞ্জয়

[redacted] পাটোৱাৰী

এটি সুন্দৰ আবেলি
লুইতত ফেৰী অপেক্ষা কৰি
মই ক্লান্ত ঘৰমুৱা
গম্ভীৰ খোজেৰে হঠাৎ আহি
হাঁহিৰ প্ৰলেপ আঁকি
মোৰ কাষত তুমিও বাটৰুৱা।
শুক্ৰেশ্বৰ ঘাট বালিচৰত
স্নেহ ঢালি ভাইটি
তেজপুৰলৈ বাছ কেতিয়া
চালো অচিন মুখলৈ
ক'লে ফেৰী গৈ পালেহে
উত্তৰ গুৱাহাটীত বাছ তেতিয়া।
ফেৰী জাহাজত বহি
আপ্লুত গুঞ্জৰণ কৰি
সুধিলো তুমি কোন বাটৰুৱা
দীপ্তকণ্ঠ মৰ্মস্পৰ্শী বচনেৰে
বিষ্ণু ৰাভাৰ নাম জানো শুনিছা
মইযে সেই বিষ্ণু ৰাভা তেজপুৰীয়া।
ক্ষণিকৰ আসন শূণ্য কৰি
মনত আনন্দৰ ফাকু বোলাই
গুচি গ'ল সুৰ সংগীতৰ ৰস বিচাৰি
স্মৰণীয় সেই দিনৰ ছবি
অন্তৰত ভাঁহিছে আজি
মৃতুঞ্জয় তুমি চিৰসুন্দৰৰ পূজাৰী।।◀◀



# তোমাৰ গানেৰে



**নৰেন্দ্ৰ নাথ তালুকদাৰ**

তুমি নথকা বাবেই
বিলত হালি-জালি
নচা নাই পদুম,
বতাঁহতো বিচাৰি নাপাওঁ
নাহৰ আৰু তগৰৰ সুবাস
লগন উকলি যায়
আহিবানে তুমি
অসমীয়া ডেকাৰ মলিন বদন
তেজাল কৰিবলৈ?
এটুপি চকুলো মচি
কাবউ কৰিছোঁ আজি
আলফুলে দিবাহি খুলি
ক'ত যুগৰ দাসত্বৰ বান্ধ।
তেজৰ বোলেৰে লিখি ইতিহাস
পঢ়ো আহা ইন্দ্ৰধনু জীৱন আকাশত
ৰজনজনাই থাকক
কাঁহ-শঙ্খৰ শব্দেৰে
শংকৰ-মাধৱ আজান পীৰৰ
মছজিদ-নামঘৰৰ নিজান চোতাল।◀◀



# মানৱতা

অতুল ঠাকুৰীয়া

পাপৰ পংকিলাকৃত
সত্য শিৱ সুন্দৰৰ
অস্তিত্ব বৰ্জিত,
নাই লেখ আত্ম সংযমৰ
'অমৃতৰ সন্তানৰ
অমৃত ৰহিত
হলাহল খনি গৰলৰ
এক—
আধুনিক মানৱতাবাদ,
সুললিত ধ্বনি বাঁহী
পঙ্গু ইটো আজি,
পাৰ্থিব শব্দ ইটো
শব্দ ভাণ্ডাৰৰ
মানুহেই মানুহৰ
প্ৰভু আৰু গোলামৰ
মেলিলে পোহাৰ এই নৱ সমাজত,
আধুনিক মানৱতা
কিন্তু
মানৱতাবোধ ৰল সপোন ৰাজ্যত।
ক্ষমাহীন বিকলাঙ্গ এই সমাজৰ
ছবি আঁকো ক্ষয়িষ্ণু ৰূপৰ।
ঈশ্বৰ সৃষ্টিৰ অদ্বিতীয় ফলশ্ৰুতি,
দেৱৰে বাঞ্চিত এই মানৱ সমাজ,
আজি—
নিস্পন্দ চেষ্টাৰ এক দল জনতাৰ।
প্ৰেম-প্ৰীতি আদৰ ৰহিত





"পুচ্ছ শৃঙ্গ বিহীন
স্তূপিকৃত পদাৰ্থ জৈবিক।
পাই ৰং মনোমোহা
ৰূপৰ মাধুৰী সনা,
আসক্তিৰ ভাবাবেগ
ঐশ্বৰ্য্যৰ অন্তমিত
ৰেঙণি তিলেক।
সুৰৰ মাঙ্গল্য ধ্বনি
দানবৰ যেনে
ইও সমতুল আজি নৰ সমাজৰ।
হায় বিষ্ণু ৰাভা।
সমাজ নাই আজি
মানৱতা সুমহান
মহামেলা মানৱতাবোধ।



# সাংস্কৃতিক সন্ধিয়াৰ উদ্বোধনী গীত

উমেশ দত্ত

শতবৰ্ষ পূৰ্ণ আজি
শিল্পী তোমাৰ
জন্মদিনৰ—
উদ্ভাসিত আভাৰে
সোঁৱৰণী আজি পতিছোঁ।।
নাটে-গীতে, নাচে-সুৰে
খৰমান ধেমালি কৰি
হালোৱা-হজুৱা, কৃষক-বনুৱা
সবাৰো সংহতি গাঁঠি
হিয়াই হিয়াই গণ স্বৰাজৰ
মুকুতিৰে বৰ চোতালত
বেলিফুলৰ থাপনা সজাই
বিষ্ণু ৰাভা আছা জীযাই
চৌপাশে আজি দেখিছোঁ।।
শিল্পী অ' মোৰ —অ'
আইৰ মুখত মলিন বেদনা
দুষ্কৃতি অসুৰে সানিছে কালিমা
সন্ত্ৰাস চলিছে দিশে দিশে
শাসকে হাঁহে আঁৰে আঁৰে
জাতি উপজাতি বিভাজিত আজি
ভাঙি ছিঙি গ'ল বাপতি কলিযা সম্প্ৰীতি
সেয়ে আজি সুঁৱৰি তোমাক
সোণালী পুৱাক মাতিছোঁ।।
জ্বলাই শত দীপালী
গণজীৱনক তালে মাতিম
জাগ্ৰত কৰিবলৈ তোমাৰ প্ৰেৰণা
দেহৰ ধমনীত অগনি কণা
নাচি উঠক – দেশে দেশে
জ্বলি উঠক – প্ৰাণে প্ৰাণে
ন-প্ৰভাতৰ ৰঙা সূৰ্য বিয়াই।
দৃঢ়তাৰে মুঠি মাৰিছোঁ।।






# অসম সাহিত্য সভাৰ কেন্দ্ৰীয় অনুষ্ঠান

# কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা জন্ম শতবৰ্ষ উদ্‌যাপন সমিতি —

**মুখ্য পৃষ্ঠপোষক ঃ**

কনকসেন ডেকা, সভাপতি, অসম সাহিত্য সভা।

চন্দ্ৰমোহন পাটোৱাৰী, স্থানীয় বিধায়ক তথা বিৰোধী দলপতি (অসম বিধান সভা)

মঞ্চসূৰ্য ধৰণী বৰ্মন, সংগীত নাটক একাদেমী বঁটাপ্ৰাপ্ত প্ৰবীন শিল্পী।

**পৃষ্ঠপোষক ঃ**

ড° হিমন্ত বিশ্ব শৰ্মা, স্বাস্থ্য মন্ত্ৰী, অসম।

নীলমনি সেন ডেকা, প্ৰাক্তন বিধায়ক, ধৰ্মপুৰ সমষ্টি।

**মুখ্য উপদেষ্টা ঃ**

মাহতাবউদ্দিন আহমেদ, উপায়ুক্ত নলবাৰী জিলা।

জিংমল দলে, আৰক্ষী অধীক্ষক, নলবাৰী জিলা।

ড° প্ৰদীপ ভূঞা, প্ৰধান সম্পাদক, অসম সাহিত্য সভা।

**উপদেষ্টা মণ্ডলী ঃ**

ড° ৰীতা চৌধুৰী, বিশিষ্ট লেখিকা।

অতুল ঠাকুৰীয়া, সভাপতি, চামতা আঞ্চলিক সাহিত্য সভা।

ৰাজেন্দ্ৰ নাথ চক্ৰৱৰ্ত্তী, অৱসৰ প্ৰাপ্ত অধ্যক্ষ, চামতা উচ্চতৰ মাধ্যমিক বিদ্যালয়।

হলধৰ চৌধুৰী, অৱসৰ প্ৰাপ্ত অধ্যক্ষ, চামতা উচ্চতৰ মাধ্যমিক বিদ্যালয়।

বিনয় বৰ্মন, অৱসৰ প্ৰাপ্ত অধ্যক্ষ, কামৰূপ মহাবিদ্যালয়।

মুনীন্দ্ৰ নাথ ভট্টাচাৰ্য, অৱসৰ প্ৰাপ্ত প্ৰবক্তা, কামৰূপ মহাবিদ্যালয়।

ইউনুচ আহমেদ, চক্ৰ পৰিদৰ্শক, বেলশৰ থানা।

অজিত বৰ্মন, অৱসৰ প্ৰাপ্ত বিষয় শিক্ষক, চামতা উচ্চতৰ মাধ্যমিক বিদ্যালয়।

ৰাজেন বৰুৱা, অৱসৰ প্ৰাপ্ত উপাধ্যক্ষ, কামৰূপ মহাবিদ্যালয়।

কৈলাশ মিশ্ৰ, অৱসৰ প্ৰাপ্ত বিষয় শিক্ষক, চামতা উচ্চতৰ মাধ্যমিক বিদ্যালয়।

লক্ষণ চন্দ্ৰ দাস, ৰাষ্ট্ৰিয় পুৰস্কাৰ প্ৰাপ্ত প্ৰাক্তন কৃতী শিক্ষক।

সুনীতি দেৱী, সদস্যা, চামতা আঞ্চলিক সাহিত্য সভা।

নীহাৰিকা গোস্বামী, ৰাষ্ট্ৰীয় পুৰস্কাৰ প্ৰাপ্ত কৃতী শিক্ষয়িত্ৰী।

[illegible]নাথ বৰ্মন, সাহিত্যিক।

[illegible] বৰকটকী, সাহিত্যিক।

ডাঃ ভগবান শৰ্মা, সাহিত্যিক।

চন্দ্ৰকান্ত ডেকা, প্ৰাক্তন সভাপতি, নলবাৰী জিলা সাহিত্য সভা।

ৰোহিনী মেধি, সভাপতি, সেদৌ অসম সাংবাদিক সন্থা।

হেমন্ত কুমাৰ দত্ত, কেন্দ্ৰীয় পৰ্যবেক্ষক তথা সভাপতি, নলবাৰী জিলা সাহিত্য সভা।

ডাঃ বিপিন কলিতা, সম্পাদক, নলবাৰী জিলা সাহিত্য সভা।

ডাঃ কামেশ্বৰ লহকৰ কোষাধ্যক্ষ, নলবাৰী জিলা সাহিত্য সভা।

গোবিন্দ কলিতা, উপ-সভাপতি, নলবাৰী জিলা সাহিত্য সভা।

সমীন্দ্ৰ নাথ মহন্ত, পত্ৰিকা সম্পাদক, নলবাৰী জিলা সাহিত্য সভা।

গৌৰী আগৰৱালা, বিশিষ্ট সমাজকৰ্মী, নালবাৰী।

ডাঃ শুভ্ৰকিংকৰ গোস্বামী, বিশিষ্ট চিকিৎসক, নলবাৰী।

ডাঃ নিৰেন ভূঞা, বিশিষ্ট চিকিৎসক, নলবাৰী।

কুলেশ তালুকদাৰ, বিশিষ্ট সমাজ কৰ্মী, চামতা (বালিপথাৰ)

ৰবীন তালুকদাৰ, চামতা উচ্চতৰ মাধ্যমিক বিদ্যালয়

ভূপেন শৰ্মা, পশ্চিম নলবাৰী উন্নয়ন খণ্ড,

ৰাজীব ভট্টাচাৰ্য্য, কাৰ্যালয় সম্পাদক, নলবাৰী জিলা সাহিত্য সভা।

প্ৰিয়নাথ বৰ্মন, কাৰ্যনিৰ্বাহক সদস্য, নলবাৰী জিলা সাহিত্য সভা।

ৰাজেন্দ্ৰ নাথ কলিতা, কাৰ্যনিৰ্বাহক সদস্য, নলবাৰী জিলা সাহিত্য সভা।

দীপক কুমাৰ ডেকা, কাৰ্যনিৰ্বাহক সদস্য, নলবাৰী জিলা সাহিত্য সভা।

নৰেন্দ্ৰ মজুমদাৰ, কাৰ্যনিৰ্বাহক সদস্য, নলবাৰী জিলা সাহিত্য সভা।

ৰবীন দাস, বিষয় শিক্ষক, চামতা উচ্চতৰ মাধ্যমিক বিদ্যালয়।

নিভা বৰুৱা, অধ্যক্ষা, নলবাৰী জিলা পৰিষদ।

দীনেশ ডেকা, সঞ্চালক, তথ্য আৰু জনসংযোগ বিষয়া।

জ্যোতিষ বৰ্মন, উপদেষ্টা, চামতা আঞ্চলিক সাহিত্য সভা।

অবিনাশ শৰ্মা, বিশিষ্ট নাট পৰিচালক, গুৱাহাটী।

অজিত ভূঞা, সম্পাদক অসমীয়া প্ৰতিদিন।

বিচিত্ৰ বৰ্মন বিশিষ্ট সমাজ কৰ্মী, গুৱাহাটী।

ভূপেন বড়া, অৱসৰপ্ৰাপ্ত আৰক্ষী বিষয়া, বেলশৰ থানা

হেমন্ত ভূঞা, চক্ৰবিষয়া, পশ্চিম নলবাৰী ৰাজহ চক্ৰ।

ডাঃ গুণাভিৰাম শৰ্মা, বিশিষ্ট সমাজ কৰ্মী, গুৱাহাটী

নীলকান্ত ডেকা, অধ্যক্ষ, চামতা উচ্চতৰ মাধ্যমিক বিদ্যালয়

সতীশ মুদিয়াৰ, অধ্যক্ষ, বেলশৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়।
ভগবান চন্দ্ৰ তালুকদাৰ, অধ্যক্ষ, শোলমাৰা উচ্চতৰ মাধ্যমিক বিদ্যালয়।
আৰতি দেৱী বৰকটকী, অধ্যক্ষা, পশ্চিম নলবাৰী মহাবিদ্যালয়।
চন্দ্ৰী চৰণ বৰ্মন, অধ্যক্ষ, উত্তৰ ধৰ্মপুৰ বালিকা মহাবিদ্যালয়
পংকজ বৰ্মন বিশিষ্ট সমাজকৰ্মী, ৰূপীয়াবাথান।
অখিল চন্দ্ৰ তালুকদাৰ, প্ৰধান শিক্ষক, কৈঠালকুছি উচ্চ মাধ্যমিক বিদ্যালয়।
ৰজনী কাকতি, অধ্যক্ষ, শ্বহীদ স্মৃতি মহাবিদ্যালয় (বেলশৰ)
খলিলুৰ ৰহমান, অধ্যক্ষ ককয়া উচ্চতৰ মাধ্যমিক বিদ্যালয়।
মুকুল দাস, এচ্ ডি ও গড় কাপ্তানি বিভাগ, চামতা।
বসন্ত বৰ্মন, সম্প্ৰসাৰণ বিষয়া, সৰুক্ষেত্ৰী উন্নয়ন খণ্ড।
ৰামচৰণ তালুকদাৰ, বিশিষ্ট সমাজ কৰ্মী, কুলবিল।
কল্যান বৰ্মন, খণ্ড উন্নয়ন বিষয়া, পুব নলবাৰী উন্নয়ন খণ্ড।
ভূপেন ঠাকুৰীয়া, অধ্যক্ষ, ক্ষেত্ৰী ধৰ্মপুৰ মহাবিদ্যালয় বৰী।
হিৰেণ ভট্টাচাৰ্য্য, প্ৰবক্তা, ক্ষেত্ৰী ধৰ্মপুৰ মহাবিদ্যালয় বৰী।
নাউকন ডেকা,•প্ৰাক্তন অধ্যক্ষ, বনগাওঁ উচ্চতৰ মাধ্যমিক বিদ্যালয়।
নগেন বেজবৰুৱা, অধ্যক্ষ, উত্তৰ কামপীঠ মহাবিদ্যালয় (জাগাৰা)
ক্ষিতীশ বৰ্মন, অধিবক্তা, চেচন কৰ্ট, নলবাৰী।
আফটাৱ হুছেইন, গাননিক, ডি আৰ ডি এ, নলবাৰী
পবিত্ৰ ডেকা, সদস্য, পকোৱা জিলা পৰিষদ।
ভগবান দাস, কনিষ্ঠ অভিযন্তা, পশ্চিম নলবাৰী উন্নয়ন খণ্ড।
যামিনী শৰ্মা, অৱসৰ প্ৰাপ্ত প্ৰবক্তা, কামৰূপ মহাবিদ্যালয়।
যাদৱ সেন ডেকা, অৱসৰ প্ৰাপ্ত বিষয় শিক্ষক, চামতা উচ্চতৰ মাধ্যমিক বিদ্যালয়।
বিপিন কাকতি, অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক, চামতা ছোৱালী উচ্চ মাধ্যমিক বিদ্যালয়।
ৰবীন্দ্ৰ চৌধুৰী, প্ৰধান শিক্ষক, পশ্চিম চামতা উচ্চ মাধ্যমিক বিদ্যালয়।
প্ৰফুল্ল বৰ্মন, বিশিষ্ট সমাজ কৰ্মী, ৰূপীয়াবাথান।
ৰোহিনী শৰ্মা — বিশিষ্ট সমজা কৰ্মী।
বসন্ত ডেকা - বিশিষ্ট সমাজকৰ্মী, আমনি।
সুভাষ তালুকদাৰ, জ্যেষ্ঠ খাদ্য পৰিদৰ্শক, কামৰূপ জিলা।
ভূপেন শৰ্মা, বিশিষ্ট সমাজ কৰ্মী, চামতা।
অনিল বৰ্মন, অৱসৰ প্ৰাপ্ত শিক্ষক, পশ্চিম চামতা উচ্চমাধ্যমিক বিদ্যালয়।
প্ৰফুল্ল শৰ্মা, অৱসৰপ্ৰাপ্ত-শিক্ষক, চামতা উচ্চতৰ মাধ্যমিক বিদ্যালয়।
মনীধৰ বৰ্মন, শিক্ষক, পশ্চিম চামতা উচ্চ মাধ্যমিক বিদ্যালয়।

প্ৰভাত দাস, প্ৰধান শিক্ষক, চামতা ছোৱালী উচ্চ মাধ্যমিক বিদ্যালয়।
ডাঃ নলিনী কান্ত বৰ্মন, চামতা প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰ।
ডাঃ ধৰ্মেশ্বৰ বৰ্মন, চামতা প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰ।
ডাঃ অৰূপ দাস, চামতা প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰ।
ডাঃ প্ৰদীপ শৰ্মা, চামতা প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰ।
ডাঃ ৰিজু দেৱী, চামতা প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰ।
কল্পনা শৰ্মা (এল্ এইচ্ ভি), চামতা প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰ।
নাৰায়ণ বৰ্মন, সভাপতি, চামতা আঞ্চলিক ক্ৰীড়া সংঘ।
দীনেশ শৰ্মা, প্ৰাক্তন সভাপতি, চামতা আঞ্চলিক ক্ৰীড়া সংঘ।
প্ৰমোদ দত্ত, সম্পাদক, ক্ষেত্ৰী ধৰ্মপুৰ বহুমুখী সমবায় সমিতি।
তাৰিণী বৰ্মন, বিশিষ্ট সমাজকৰ্মী, ৰূপীয়াবাথান।
কামিনী মোহন শৰ্মা, প্ৰধান শিক্ষক আমনি জনকল্যান উচ্চ মাধ্যমিক বিদ্যালয়।
বিবেকানন্দ ভট্টাচাৰ্য, সদস্য, চামতা আঞ্চলিক সাহিত্য সভা।
ভবেন্দ্ৰ নাথ শৰ্মা, প্ৰধান শিক্ষক, গন্ধিয়া উচ্চ মাধ্যমিক বিদ্যালয়।
যতীন ঠাকুৰীয়া, বিশিষ্ট সমাজ কৰ্মী, পশ্চিম চামতা।
নগেন চৌধুৰী, বিশিষ্ট সমাজকৰ্মী, চামতা
অম্বিকা চৌধুৰী, প্ৰাক্তন শিক্ষক, গৰ্ডন উচ্চতৰ মাধ্যমিক বিদ্যালয।
যতীন শৰ্মা, সম্পাদক, চামতা আঞ্চলিক ক্ৰীড়া সংঘ।
ৰমণী বৰ্মন, সভাপতি পশ্চিম নলবাৰী প্ৰেছ ক্লাব।
অম্বিকাচৰণ বৰ্মন, বিশিষ্ট সমাজ কৰ্মী, গুৱাহাটী।
বদন বৰ্মন, বিশিষ্ট সমাজ কৰ্মী, গুৱাহাটী
যতীন্দ্ৰ মোহন ভট্টাচাৰ্য, অৱসৰ প্ৰাপ্ত শিক্ষক, চামতা উচ্চতৰ মাধ্যমিক বিদ্যালয়।
বিজয় শৰ্মা, সভাপতি, চামতা গাওঁ পঞ্চায়ত।
ধৰ্মেশ্বৰ বৰ্মন, সম্পাদক, ৰূপকোঁৱৰ কলা পৰিষদ।
কনক চন্দ্ৰ বৰুৱা, প্ৰধান শিক্ষক, জ্ঞানদায়িনী উচ্চ মাধ্যমিক বিদ্যালয়।
প্ৰমোদ মিশ্ৰ, প্ৰধান শিক্ষক, বেলশৰ ছোৱালী উচ্চ মাধ্যমিক বিদ্যালয়।
মদন চন্দ্ৰ তালুকদাৰ, প্ৰধান শিক্ষক, বিহামপুৰ ছোৱালী মধ্য ইংৰাজী বিদ্যালয়।
অৰ্জুন বৰ্মন, বিশিষ্ট সমাজকৰ্মী, গুৱাহাটী।
নবীন চন্দ্ৰ দাস, বিশিষ্ট সমাজ কৰ্মী, গুৱাহাটী।
ঈশ্বৰ পাটোৱাৰী, সদস্য, নতুন দেহৰ জিলাপৰিষদ।
বকুল পাটোৱাৰী, সদস্য বেলশৰ জিলা পৰিষদ।
জিতেন শৰ্মা, প্ৰধান শিক্ষক, আদৰ্শ মিলন মধ্য ইংৰাজী বিদ্যালয়।

সতীশ ডেকা, প্ৰধান শিক্ষক, দাহুদী উচ্চ মাধ্যমিক বিদ্যালয়।
প্ৰণতি ডেকা, প্ৰধান শিক্ষয়িত্ৰী, জাগাৰা উচ্চ মাধ্যমিক বিদ্যালয়।
ইউনুচ ৰহমান, প্ৰধান শিক্ষক, নৱজ্যোতি জাতীয় বিদ্যালয় (চামতা)
নবিউল্লা চৌধুৰী, প্ৰধান শিক্ষক, ফখৰুদ্দিন আলী আহমেদ হাই মাদ্ৰাছা।
উদয় বৰ্মন বিশিষ্ট সমাজকৰ্মী, ৰূপীয়াবাথান।
মকুন্দ মুদিয়াৰ, প্ৰধান শিক্ষক, বেলশৰ আঞ্চলিক বালক উচ্চ মাধ্যমিক বিদ্যালয়।
ফজলুল আলী, প্ৰধান শিক্ষক, আদৰ্শ মিলন উচ্চ মাধ্যমিক বিদ্যালয়।
ভূপেন শৰ্মা, প্ৰধান শিক্ষক, উত্তম সুন্দৰী মজলীয়া বিদ্যালয়।
বলেন বৰ্মন, সভাপতি, ৰূপীয়াবাথান গাওঁপঞ্চায়ত।
অৰ্জুন বৰ্মন, সদস্য, ৰূপীয়াবাথান আঞ্চলিক পঞ্চায়ত।
অনিমা বৰ্মন, প্ৰধান শিক্ষয়িত্ৰী, আদৰ্শ বিদ্যালয় (চামতা)
চিত্ৰমল মুদিযাৰ, প্ৰধান শিক্ষক, বেলশৰ আঞ্চলিক মধ্য ইংৰাজী বিদ্যালয়।
বিপিন তালুকদাৰ, প্ৰধান শিক্ষক, পিপলীবাৰী উচ্চ মাধ্যমিক বিদ্যালয়।
কালিন্দ্ৰ শৰ্মা, প্ৰধান আচাৰ্য, শংকৰদেৱ শিশু নিকেতন (পশ্চিম চামতা)
ৰমেশ ভূএগ, সম্পাদক, চামতা মটৰষ্টেণ্ড বজাৰ পৰিচালনা সমিতি।
অমৃত দাস, বিশিষ্ট সমজা সেৱী।
প্ৰমোদ বৰ্মন, বিশিষ্ট সমাজ কৰ্মী, ৰূপীয়াপাথান।

| | |
|---|---|
| সভাপতি | ঃ ড° প্ৰমোদ হালৈ |
| কাৰ্যকৰী সভাপতি | ঃ ৰমণী বৰ্মন |
| উপ-সভাপতি | ঃ প্ৰসন্ন ভৰালী |
| | দীনেশ শৰ্মা |
| | কুমুদ তালুকদাৰ |
| সাধাৰণ সম্পাদকদ্বয় | ঃ প্ৰবীন বৰ্মন, অমৰেন্দ্ৰ চৌধুৰী |
| সহঃ সম্পাদক | ঃ বিকাশ ভট্টাচাৰ্য |
| | নৃপেন তালুকদাৰ |
| | তপন শৰ্মা |
| কোষাধ্যক্ষ | ঃ কামাখ্যাপ্ৰসাদ বৰ্মন |
| কাৰ্যালয় সম্পাদক | ঃ বিপিন বৰ্মন |
| সহায়কদ্বয় | ঃ ত্ৰিলোচন বৰ্মন |
| | দেৱপ্ৰসাদ বৰ্মন। |
| সদস্য-সদস্যাবৃন্দ | ঃ এম্ খায়েৰউল বছিৰ, প্ৰতাপ বৰ্মন, ৰবীন্দ্ৰ চৌধুৰী, |

যতীন শৰ্মা, সুৰেন তালুকদাৰ, হিৰণ্য বৰ্মন, সাৰদা হজুৰী, অতুল তালুকদাৰ, উমেশ দত্ত, পৰমা তালুকদাৰ, হেমন্ত নাথ বৰ্মন, ৰমনী বৰ্মন, দীপক বৰ্মন, অক্ষয় ভট্টাচাৰ্য, নৃপেন হজুৰী, প্ৰতাপ বৰ্মন, অলেকেশ ঠাকুৰীয়া, ৰাজকুমাৰ ঠাকুৰীয়া, মামনী বেগম, দুলাল বৰ্মন, হৰিচন্দ্ৰ বৰ্মন, মুকুল বৰ্মন, মথুৰ মোহন শৰ্মা, অপূৰ্ব বৰ্মন, সুৰেন্দ্ৰ বৰ্মন, ৰাজীৱ দত্ত, জয়ন্ত তালুকদাৰ (কুলবিল), জয়ন্ত তালুকদাৰ, ৰাজেশ বৈশ্য, প্ৰদীপ বৰ্মন, চম্পক শৰ্মা, বিনয় শৰ্মা, বিজয় শংকৰ বৰ্মন।

## স্মৃতি গ্ৰন্থ উপ-সমিতি

| | |
|---|---|
| উপদেষ্টা | : ৰাজেন্দ্ৰ নাথ চক্ৰবৰ্ত্তী<br>দীনেশ শৰ্মা<br>ড° প্ৰমোদ হালৈ<br>হেমন্ত কুমাৰ দত্ত<br>ডাঃ বিপিন চন্দ্ৰ কলিতা<br>চন্দ্ৰকান্ত ডেকা |
| সভাপতি | : সুনীতি দেৱী |
| কাৰ্যকৰী সভাপতি | : অতুল ঠাকুৰীযা |
| সম্পাদক | : ৰবীন্দ্ৰ চৌধুৰী |
| সদস্য বৃন্দ | : নগেন চৌধুৰী, লক্ষ্মন চন্দ্ৰ দাস, এম্ খাযেৰউল বছিৰ, নৰেন্দ্ৰ নাথ তালুকদাৰ, উমেশ চৌধুৰী, ৰাজকুমাৰ ঠাকুৰীযা, প্ৰতাপ বৰ্মন, সমিন্দ্ৰ নাথ মহন্ত। |

## বিত্ত উপ-সমিতি

| | |
|---|---|
| সভাপতি | : যতীন্দ্ৰ শৰ্মা |
| সম্পাদক | : অমৰেন্দ্ৰ চৌধুৰী |
| সদস্য বৃন্দ | : বদন বৰ্মন, ৰাম চৰন তালুকদাৰ, বিচিত্ৰ বৰ্মন, সুভাষ তালুকদাৰ, যতীন ঠাকুৰীয়া, তাৰিণী বৰ্মন, পংকজ বৰ্মন, বসন্ত ডেকা, অক্ষয় ভট্টাচাৰ্য। |

## ব্যৱস্থাপনা উপ-সমিতি

সভাপতি : কুমুদ তালুকদাৰ
সম্পাদক : বিকাশ ভট্টাচাৰ্য
সহঃ সম্পাদক : নৃপেন হাজৰী
সদস্য বৃন্দ : অতুল তালুকদাৰ, পৰমা তালুকদাৰ, হেমন্ত নাথ বৰ্মন, দীপক বৰ্মন, ৰাজ কুমাৰ ঠাকুৰীয়া, মুকুল বৰ্মন, বগেন বৰ্মন, অনুপ বৰ্মন।

## অভ্যৰ্থনা উপ সমিতি

সভাপতি : সুৰেন তালুকদাৰ
সম্পাদক : অপূৰ্ব বৰ্মন
সহঃ সম্পাদক : যজ্ঞেশ্বৰ তালুকদাৰ
সদস্যবৃন্দ : চম্পক বৰ্মন, কুলেন তালুকদাৰ, নযন দাস, শৰৎ বৰ্মন, মথুৰ মোহন শৰ্মা, বিভাষ ভট্টাচাৰ্য, দিলোৱাৰ হুছেই কাজী, শশী কাকতি।

## সাংস্কৃতিক উপ-সমিতি

সভাপতি : ৰমণী বৰ্মন
সম্পাদক : হিৰণ্য বৰ্মন
সদস্যবৃন্দ : উমেশ দত্ত, ঘনকান্ত বৈস্য, হৰেকৃষ্ণ বৰ্মন, তপন শৰ্মা।

## সভা, মঞ্চ, তোৰণ উপ-সমিতি

সভাপতি : সুৰেনদেব বৰ্মন
সম্পাদক : জয়ন্ত তালুকদাৰ
সহঃ সম্পাদক : সুৰেন বৰ্মন
সদস্যবৃন্দ : উদ্ধৱ দত্ত, ৰমেশ বৰ্মন, ভবেশ দত্ত, বিপুল বৰ্মন, নিপুল বৰ্মন, উত্তম তালুকদাৰ, ফাইজুৰ ৰহমান, জিষ্ণু বৰ্মন।

## স্বেচ্ছাসেৱক উপ-সমিতি

সভাপতি : ৰমণী বৰ্মন
উপ-সভাপতি : দিপামণি হালৈ
হীৰামায়া দাস

| | |
|---|---|
| সম্পাদক | ঃ জয়ন্ত তালুকদাৰ |
| সহঃসম্পাদকদ্বয় | ঃ নয়নমণি দাস, দিপালী হালৈ |
| সদস্য-সদস্যাবৃন্দ | ঃ অমল বৰ্মন, শেৱালী বৰ্মন, মামনী বেগম, ৰেখা ৰাণী বৰ্মন, টুটুমণি বৰ্মন। |

## প্ৰচাৰ উপ-সমিতি

| | |
|---|---|
| সভাপতি | ঃ ৰাজীৱ দত্ত |
| সম্পাদকদ্বয় | ঃ ৰাজেয বৈশ্য, প্ৰদীপ কুমাৰ বৰ্মন |
| সদস্যবৃন্দ | ঃ গনেশ বৰ্মন, বসন্ত দাস, অজিত শৰ্মা, ৰমেন কলিতা, আনচুল হক, আব্দুল মজিদ, ৰাজকুমাৰ পাণ্ডে |

## গ্ৰন্থমেলা, প্ৰদৰ্শনী উপ-সমিতি

| | |
|---|---|
| সভাপতি | ঃ চম্পক শৰ্মা |
| সম্পাদকদ্বয় | ঃ বিনয শৰ্মা, বিজয শংকৰ বৰ্মন |
| সদস্যবৃন্দ | ঃ হেমন্ত শৰ্মা, নৃপেন বৰ্মন, তপন কুমাৰ শৰ্মা, পুলেন তালুকদাৰ, ৰতন শৰ্মা, প্ৰকাশ মেধি, ৰাজেশ কাকতি, তৰুণ বৰ্মন। |

## স্বাস্থ্য উপ-সমিতি

| | |
|---|---|
| সভাপতি | ঃ ডাঃ নলিনী কান্ত বৰ্মন |
| কাৰ্যকৰী সভাপতি | ঃ ডাঃ অৰূপ দাস |
| সম্পাদক | ঃ পৰেশ চক্ৰবৰ্ত্তী |
| সহঃ সম্পাদক | ঃ মহানন্দ বৰ্মন |
| সদস্য-সদস্যাবৃন্দ | ঃ ডাঃ ধৰ্মেশ্বৰ বৰ্মন, ডাঃ প্ৰদীপ শৰ্মা, ডাঃ ৰিজু দেৱী, কল্পনা শৰ্মা, যতীন শৰ্মা, কেশৱ বৰ্মন, প্ৰনৱ বৰ্মন। |

## শান্তিৰক্ষা উপ-সমিতি

| | |
|---|---|
| সভাপতি | ঃ ইউনুচ আহমেদ, চক্ৰ পৰিদৰ্শক, বেলশৰ থানা। |
| কাৰ্যকৰী সভাপতি | ঃ ভূপেন বড়া, ভাৰপ্ৰাপ্ত বিষয়া, বেলশৰ থানা। |

| | | |
|---|---|---|
| **সম্পাদক** | **:** | অজিত দেব বৰ্মন, চক্ৰ সংগঠক। |
| **সদস্য-সদস্যাবৃন্দ** | **:** | হোমেশ্বৰ বৰ্মন, ভবেন তালুকদাৰ, সুকুমাৰ তালুকদাৰ, বলেন দাস, বশিষ্ঠ বৰ্মন, কনক বৰ্মন, আৰতি তালুকদাৰ, সুৰমা তালুকদাৰ, সুভাষ দাস। |

## কৰ্ণধাৰ সমিতি

| | | |
|---|---|---|
| হেমন্ত দত্ত | : | কেন্দ্ৰীয় পৰ্যবেক্ষক |
| ড° প্ৰমোদ হলৈ | : | সভাপতি |
| ৰমণী বৰ্মন | : | কাৰ্যকৰী সভাপতি |
| কুমুদ তালুকদাৰ | : | উপ-সভাপতি |
| প্ৰবীন বৰ্মন, অমৰেন্দ্ৰ চৌধুৰী | : | সাধাৰণ সম্পাদকদ্বয় |
| বিকাশ ভট্টাচাৰ্য | : | সহঃ সম্পাদক |
| ডাঃ বিপিন চন্দ্ৰ কলিতা | : | সম্পাদক, নলবাৰী জিলা সাহিত্য সভা। |
| অতুল ঠাকুৰীয়া | : | সভাপতি, চামতা আঞ্চলিক সাহিত্য সভা। |
| ৰবীন্দ্ৰ চৌধুৰী | : | সম্পাদক, স্মৃতিগ্ৰন্থ উপ-সমিতি। |
| হিৰণ্য বৰ্মন | : | সম্পাদক, সাংস্কৃতিক উপ-সমিতি। |

## কলাগুৰু বিষ্ণু প্ৰসাদ ৰাভা জন্ম শতবাৰ্ষিকী
## গুৱাহাটী মহানগৰ উপ-সমিতি

| | | |
|---|---|---|
| **উপদেষ্টা** | **:** | ৰমেশ কুমাৰ জৈন, উপায়ুক্ত, কামৰূপ গ্ৰাম্য |
| **সভাপতি** | **:** | হেমন্ত বৰ্মন |
| **কাৰ্যকৰী সভাপতি** | **:** | ভৱানী প্ৰসাদ অধিকাৰী |
| **উপ সভাপতি** | **:** | ডাঃ মনোজ গোস্বামী |
| **সম্পাদক** | **:** | জিতেন শৰ্মা |
| **সহঃ সম্পাদক** | **:** | বিপুল শৰ্মা |
| **সদস্য বৃন্দ** | **:** | নৃপেন ভাগৱতী, ড° মৃণাল বৰ্মন, বসন্ত ডেকা, ৰমেশ তালুকদাৰ দেৱকুমাৰ গোস্বামী, প্ৰণৱ কুমাৰ শৰ্মা |
| **কোষাধ্যক্ষ** | **:** | ৰাধা বৰা |



কাৰ্যকৰী সমিতি, চামতা আঞ্চলিক শাখা সাহিত্য সভা



কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা জন্ম শতবৰ্ষ উদ্‌যাপন সমিতি



# ৰাষ্ট্ৰীয় গ্ৰামীণ নিয়োগ নিশ্চিত আইন-২০০৫

## National Rural Employment Guarantee Act-2005 (NREGA)

# গোহাৰি

**ভাৰতবৰ্ষৰ কেন্দ্ৰীয় চৰকাৰৰ দ্বাৰা গৃহীত এই আইন ৰাইজৰ আইন।**

**ইয়াৰ উদ্দেশ্য সমূহ ঃ**

১) অনাকুশলী শ্ৰম কৰিবলৈ আগবাঢ়ি অহা গাঁৱলীয়া প্ৰতিটো পৰিয়ালক বছৰত ১০০ দিনৰ নিয়োগ প্ৰদান কৰা।

২) গাওঁ অঞ্চলত উৎপাদনশীল ৰাজহুৱা সম্পদৰ সৃষ্টি কৰা।

৩) গাওঁ অঞ্চলৰ পৰিবেশ সুৰক্ষা বিষয়ত উন্নয়ণ সাধন কৰা

৪) গ্ৰামীণ মহিলাৰ উন্নয়ণ সাধন কৰা

৫) গাঁৱৰ পৰা চহৰলৈ প্ৰব্ৰজনৰ হাৰ হ্ৰাস কৰা।

৬) উপাৰ্জনৰ ক্ষেত্ৰত থকা আনুসাঙ্গিক ব্যয়ৰ মাত্ৰা হ্ৰাস কৰা ইত্যাদি

***ইয়াৰ সুবিধা সমূহ ঃ***

১) অনাকুশলী শ্ৰম কৰিবলৈ আগ্ৰহী কৰি প্ৰতিটো পৰিয়ালক কৰ্মপত্ৰ (Job Card) প্ৰদান কৰি বছৰত ১০০ দিনৰ নিয়োগৰ অধিকাৰ।

২) উক্ত উপাৰ্জনৰ ক্ষেত্ৰত কোনো ধৰণৰ আনুসাঙ্গিক ব্যয় নেথাকিব

৩) পুৰুষৰ সমভাৱত মহিলাৰ শ্ৰমিক সকলেও মজুৰি লাভ কৰাৰ অধিকাৰ থাকিব

৪) মহিলা শ্ৰমিক সকলৰ ছয় বছৰৰ তলৰ শিশুবোৰক ৰখা বা চোৱা চিতা কৰা সুবিধাৰ কৰ্মস্থলিতে থাকিব

৫) কৰ্মস্থলীতে শ্ৰমিকসকলৰ জিৰণি খোৱাপানী আদিৰ ব্যৱস্থা

৬) সাপ্তাহিক হিচাবত কোনো নিৰ্দ্দিষ্ট দিনত মজুৰি প্ৰদানৰ ব্যৱস্থা।

৭) পৰিয়ালৰ সকলক সদস্যসকলৰ মাজত এশ দিনৰ নিয়োগ ভাগ কৰি লোৱা সুবিধা

৮) কামত আবেদন গ্ৰহণৰ তাৰিখৰ পৰা পোন্ধৰ দিনৰ ভিতৰত নিয়োগ নাপালে নিবনুৱা ভাট্টা পোৱাৰ অধিকাৰ

## লব পৰা কাম (NREGA আঁচনিৰ)

১) জল সংৰক্ষণ আৰু ব্যৱহাৰ

২) বনানিকৰণ, গছপুলি ৰোপণ আদিকে লৈ খৰাং প্ৰতিৰোধ আঁচনি।

৩) ক্ষুদ্ৰ জলসিঞ্চন, দোং বা নলা।

৪) ইন্দিৰা আবাস যোজনাৰ হিতাধিকাৰী, ভূমিসংস্কাৰ হিতাধিকাৰ, অনুসূচীত জাতি/জনজাতি পৰিয়ালৰ কৃষিভূমিত জলসিঞ্চন ব্যৱস্থা।

৫) পৰম্পৰাগত জলসম্পদৰ নবীকৰণ

৬) ভূমি উন্নয়ণ

৭) বানপানী নিয়ন্ত্ৰণ তথা পানী আবদ্ধ এলেকাৰ উন্নয়ন।

৮) সকলো বতৰৰ উপযোগী পথ নিৰ্মাণ।

৯) ৰাজ্যিক চৰকাৰ লগত আলোচনা সাপেক্ষে কেন্দ্ৰীয় চৰকাৰৰ দ্বাৰা ঘোষিত অন্য কোনো কাম।

*** আহক আমি সকলোৱে মিলি এই আইনৰ সফল ৰূপায়ণৰ দ্বাৰা আমাৰ নিজৰ লগতে ভাৰতবৰ্ষৰ উন্নয়নৰ অংশীদাৰ হওঁ।**

**।। জিলা গ্ৰামীণ বিকাশ অভিকৰণ, নলবাৰীৰ দ্বাৰা প্ৰচাৰিত।।**

প্ৰগতিৰ বাটেদি আলোক যাত্ৰা

# সাংস্কৃতিক পৰিক্ৰমা বিভাগ

মে' ২০০৬- মে' ২০০৮

শ্ৰী তৰুণ গগৈ
মুখ্য মন্ত্ৰী, অসম

**জেষ্ঠসকলৰ জীৱনজোৰা সাধনা আমাৰ অনুপ্ৰেৰণা –**
শ্ৰী গৌৰী বৰ্মন আৰু শ্ৰীমতী ইন্দিৰা পি পি বৰাই ২০০৭ বৰ্ষৰ বিষ্ণু ৰাভা বঁটা, শ্ৰীমতী মিনতি খাউণ্ড আৰু শ্ৰীপ্ৰণৱ বৰাই ২০০৮ বৰ্ষৰ শিল্পী বঁটা, শ্ৰী অমলা বৰা আৰু শ্ৰী মহানন্দ শৰ্মাই ২০০৭ বৰ্ষৰ নটসূৰ্য ফণী শৰ্মা বঁটা সদ্যপ্ৰয়াত পদ্ম বৰকটকীয়ে ২০০৭ বৰ্ষৰ জ্যোতি বঁটা শ্ৰীমতী স্বৰ্ণপ্ৰভা মহন্ত আৰু শ্ৰীমতী মীনা আগৰৱালাই ক্ৰমে ২০০৬ বৰ্ষৰ চন্দ্ৰপ্ৰভা শইকীয়ানী বঁটা আৰু কমলকুমাৰী দাস বঁটা কিংবদন্তি শিল্পী ড' ভূপেন হাজৰিকাই জীৱনজোৰা সাধনাৰ বাবে ২০০৭ বৰ্ষৰ ৰাজ্যিক চলচিত্ৰ মহোৎসৱৰ প্ৰমথেশ চন্দ্ৰ বৰুৱা বঁটা।
৫০ গৰাকী শিল্পী তথা ১২ গৰাকী শিল্পীৰ পৰিয়াল বৰ্গই পেঞ্চন, এককালীন সাহাৰ্য।

**সংস্কৃতিৰ নিজৰা ধাৰ ——**
তাৰত চৰকাৰৰ মাণ্ডলিক সাংস্কৃতিক কেন্দ্ৰৰ সহযোগত গুৰু শিষ্য পৰম্পৰা আচনিত নৃত্য-গীত-নাটৰ প্ৰশিক্ষণৰ সুবিধা প্ৰদান –
গুৰু শীলকান্ত দাস( কামৰূপীয়া ঢুলীয়া) গুৰু মহেন্দ্ৰ নাথ মালাকৰ ( কুঁহিলা শিল্প) গুৰু চিত্তৰঞ্জন বৰা (পোৰামাটিৰ শিল্প) গুৰু মীনু বনিয়া (ক্ষেং বিহু নৃত্য), গুৰু মঃ চামচুদ্দিন আহমেদ (জিকিৰ আৰু জাৰী) গুৰু কুশল ৰাভা (ৰাভা নৃত্য) গুৰু টোকেনলাই দেউৰী (দেউৰী লোক নৃত্য) গুৰু পোহম চন্দ্ৰ গোস্বামী (সত্ৰীয়া নৃত্য) গুৰু প্ৰবীন শইকীয়া (টোকাৰী গীত) গুৰু হেম চন্দ্ৰ গোস্বামী ( মুখা আৰু মাক শিল্প)। ২৭টা সাংস্কৃতিক কেন্দ্ৰত শাস্ত্ৰীয় আৰু পৰম্পৰাগত লোক নৃত্য-গীতৰ প্ৰশিক্ষণ।

**হেঙুল হাইতালৰ ৰঙেৰে—** নৱনিৰ্মিত ৰাজ্যিক কলা বিথীকাত অসমৰ বৰেণ্য চিত্ৰশিল্পীৰ নিয়মীয়া চিত্ৰ প্ৰদৰ্শনী ললিত কলা একাডেমিৰ সহযোগত ভাৰতীয় সমসাময়িক কলাৰ চিত্ৰ প্ৰদৰ্শনী।

**লুইত পাৰৰ পৰা বিশ্ব সভালৈ ——**
ছিংগাপুৰলৈ বিহু দল প্ৰেৰণ, যেকেলাৰ বিজয়চন্দ্ৰপুৰত আয়োজিত 'অক্টেভ ২০০৬'ৰ কাৰ্যত ৮৬ গৰাকী শিল্পীৰ অংশগ্ৰহণ।
ভূপালৰ ইন্দিৰা গান্ধী ৰাষ্ট্ৰীয় মানৱ সংগ্ৰহালয়ত 'আলোক যাত্ৰা' শীৰ্ষক অসম উৎসৱৰ আয়োজন।
মাণ্ডলিক সাংস্কৃতিক কেন্দ্ৰৰ সহযোগত দেশৰ বিভিন্ন প্ৰান্তত আয়োজিত গীত-নৃত্য-নাট্য মহোৎসৱত শিল্পীৰ অংশগ্ৰহণ।

**কৃষ্টিৰ বৰঘৰ সাজিবলৈ —**
ৰাজ্যিক সংগীত মহাবিদ্যালয়ৰ স্থায়ী চৌহদ নিৰ্মাণ কাৰ্য সম্পূৰ্ণ।
সতী সাধনী অনিৰুদ্ধ দেৱ সাংস্কৃতিক প্ৰকল্পৰ কামত অগ্ৰগতি।
সতী ৰাধিকা সাংস্কৃতিক প্ৰকল্পৰ চৌহদ নিৰ্মাণৰ কাম সম্পূৰ্ণ।
গৌৰীপুৰত জ্যোতি কলা কেন্দ্ৰৰ নিৰ্মাণ কাৰ্য সম্পূৰ্ণ।
বৰপেটা আৰু শিৱসাগৰত জ্যোতি কলা কেন্দ্ৰৰ নিৰ্মাণ কাৰ্যত অগ্ৰগতি।

**পৃথিৱীয়ে নাট্যঘৰ ——**
দুখনৈ জাগীৰোড আগিয়া লাকুৱা আদি স্থানত সাংস্কৃতিক সঞ্চালকালয়ৰ নাট শিল্পীৰ দ্বাৰা যুৱক-যুৱতী সকলক নাট প্ৰশিক্ষণ।
ৰাষ্ট্ৰীয় নাট্য বিদ্যালয়ৰ সহযোগত পূৰ্বোত্তৰ নাট্য উৎসৱ।

**ঐতিহ্যৰ ৰখাপৰাত ——**
অসমৰ কলা-সংস্কৃতি বিষয়ক সংগৃহীত আলোক চিত্ৰ সমূহৰ সংৰক্ষণৰ ব্যৱস্থা উত্তৰপূৰ মাণ্ডলিক কেন্দ্ৰৰ সহযোগত 'অসমৰ মালিতা' শীৰ্ষক তথ্য চিত্ৰ অসমৰ সংস্কৃতিৰ জিলিকনি শীৰ্ষক তথ্য চিত্ৰ নিৰ্মাণ আৰু 'সুৰ জেউতি' শীৰ্ষক জ্যোতি-সংগীতৰ স্বৰলিপি প্ৰকাশ।

**আগলৈ লক্ষ্য ——**
ৰাজ্যিক সংগীত মহাবিদ্যালয়ৰ স্থায়ী গৃহ নিৰ্মাণ, চাৰু-কাৰু মহাবিদ্যালয়ৰ স্থায়ী গৃহ নিৰ্মাণ ৰাজ্যিক নাট সমাৰোহ, লোক সংগীতৰ প্ৰতিযোগিতা বৰেণ্য চিত্ৰ শিল্পী সকলে আঁকা ছবি ক্ৰয়।
জ্যোতি-বিষ্ণু ক্ষেত্ৰ নিৰ্মাণ।